## THE SEVEN INCORPORATED CHRONICLES

FIRST CHRONICLE. From Khunlung and Khunlai to Sujinpha Arjun Sarujana Dihingia Raja.

SECOND CHRONICLE. From Swarganarayan Raja to Suhungmung Dihingia Raja, also known as Oparjana Dihingia Raja.

THIRD CHRONICLE. From Oparjana Dihingia Raja to Swargadeo Pramatta Singha.

FOURTH CHRONICLE. From Oparjana Dihingia Raja to Swargadeo Gaurinath Singha.

FIFTH CHRONICLE. Swargadeos Jayadhwaj Singha and Chakradhwaj Singha.

SIXTH CHRONICLE. From King Kamaleswar Singha to the resumption of the territories of Maharaja Purandar Singha by the East India Company.

SEVENTH CHRONICLE. Rajniti, or an account of the insignias and distinctions of the officers and nobles of the Ahom court.

# সাতসৰী অসম বুৰঞ্জী

সাতখন পুৰণি অসম বুৰঞ্জীৰ সমষ্টি

সাৰাংশেৰে সৈতে



সম্পাদক

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

# SATSARI ASAM BURANJI

**A collection of seven old Assamese Buranjis or chronicles**
**With Synopses in Assamese**

*Edited by*

**SURYYA KUMAR BHUYAN,**

**M.A., B.L. (Cal.), Ph.D. (Lond.), D.Lit. (Lond.)**





PUBLICATION DEPARTMENT
GAUHATI UNIVERSITY
1964

# আগকথা

## প্ৰথম তাঙৰণ

ডক্টৰ শ্ৰীসূৰ্য্যকুমাৰ ভূঞা সম্পাদিত সাতখনি মূল্যৱান বুৰঞ্জীৰ সমষ্টি "সাতসৰী বুৰঞ্জী"খনি গুৱাহাটী বিশ্ববিদ্যালয় প্ৰকাশন বিভাগৰ যোগে প্ৰকাশ কৰিবৰ বাবে দিয়া কাৰণে ডক্টৰ ভূঞা-দেৱক ধন্যবাদ জ্ঞাপন কৰিলো। ইতিমধ্যে অনেকখনি পুৰণি অসম বুৰঞ্জী প্ৰকাশিত হৈ গ'লেও ইয়াত সন্নিৱিষ্ট পুথি কেইখনিয়ে অসমৰ ইতিহাসত নতুন আলোকসম্পাত কৰিব বুলি আশা কৰা হৈছে।

প্ৰকাশন বিভাগ,
গুৱাহাটী বিশ্ববিদ্যালয়
১৫ আগষ্ট, ১৯৬০

শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা

## দ্বিতীয় তাঙৰণ

ডক্টৰ ভূঞাদেৱৰ জীৱিত-কালতে এই বুৰঞ্জীখনিৰ দ্বিতীয় তাঙৰণৰ প্ৰকাশৰ কাম হাতত লোৱা হয়। কিন্তু এই মূল্যৱান গ্ৰন্থখনি ছপাশালৰপৰা ওলাই অহাৰ আগতেই আমি ভূঞাদেৱক চিৰ দিনৰ কাৰণে হেৰুৱাব লগাত পৰোঁ।

দ্বিতীয় তাঙৰণটি তেখেতে দেখি যাবলৈ নাপালে যদিও তেখেতৰ নিৰ্দ্দেশক্ৰমেই প্ৰথম তাঙৰণৰ কোনো পৰিৱৰ্ত্তন বা পৰিৱৰ্দ্ধন নকৰাকৈ এই তাঙৰণটি পাঠক-পাঠিকাসকললৈ আগ বঢ়ালো।

প্ৰকাশন বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়
২৫ চেপ্টেম্বৰ, ১৯৬৪

মহেশ্বৰ নেওগ

# PREFACE

The Assamese word *Satsari* denotes a necklace of seven strings, each consisting of gems or pearls or beads of gold. The title *Satsari Asam Buranji* therefore indicates a collection of seven chronicles of Assam revealing valuable facts and information about the past history of the country.

The seven constituent chronicles have been obtained at different times, from different places and persons. Each chronicle was compiled under independent auspices, and it is different from the rest in respect of the length of the period it covers and in the details of the events recorded in it. The description is mutually supportive in substance, and some facts not recorded in one are incorporated in another. The collection as a whole deals with the history of Assam from the earliest ancestors of the Ahom sovereigns to the resumption of the territories of Raja Purandar Singha by the East India Company in 1838. The seventh chronicle throws light on the order of precedence followed in the court of the Ahom monarchs.

The seven chronicles incorporated in *Satsari Asam Buranji* are :

FIRST CHRONICLE : Assam Buranji from Khunlung and Khunlai to Sujinpha Arjun Dihingia Raja, by Atan Buragohain Rajmantri Dangaria. Period 569-1677 A.D. The relevant manuscript was obtained from Shri Jaichandra Bargohain, B.A., of the Barukial Bargohain family, Chunpora, Sibsagar District. Information about this chronicle was first received from Shri Lila Gogoi, B.A, Cherekapar, Sibsagar. Another version of the chronicle had been obtained from the family of the late Pundit Hemchandra Goswami, and inserted in *Deodhai Asam Buranji*, edited by the present writer, and published by the Department of Historical and Antiquarian Studies in 1932. The earlier version ends with the reign of King Pratap Singha, whereas the present version continues till the reign of Arjun Dihingia Raja. The second version is more detailed than the first.

SECOND CHRONICLE : Assam Buranji from Swarganarayan Raja to Suhungmung Dihingia Raja, also known as Oparjana Dihingia Raja. Period 1133-1539 A.D. The original manuscript was in possession of Shri Bhadrakanta Gogoi of Dehekial Mouza, Golaghat, and a transcript was prepared by the late Pundit Hemchandra Goswami during his deputation in 1912-13 for collection of old puthis. This transcript is now in the Library of the D.H.A.S.

THIRD CHRONICLE : Assam Buranji from Oparjana Dihingia Raja to Swargadeo Pramatta Singha. Period 1497-1751 A.D. The manuscript was obtained by Pundit Hemchandra Goswami in 1912-13 from Shri-shri Adhikar of Bengena-ati Satra in Majuli. A transcript was prepared in 1925 for the present editor by Srimans Nabin Chandra Sarma and Purandar Sarma of Mangaldai who were then students of the Cotton College, Gauhati. The manuscript is now in the Library of the D.H.A.S.

FOURTH CHRONICLE : Assam Buranji from Oparjana Dihingia Raja to Swargadeo Gaurinath Singha. Period 1497-1795. The manuscript was obtained by Shri Basudeb Mishra from Srijuta Jayantipriya Devi Medhiani of Barpeta. It is now in the Library of the D.H.A.S.

FIFTH CHRONICLE : Assam Buranji relating to the reigns of Swargadeos Jayadhwaj Singha and Chakradhwaj Singha. Period 1648 1670 A.D. The transcript was obtained by me from Shri Umanath Gohain, B.A., while he was Sub-deputy Collector at Nalbari in 1925.

SIXTH CHRONICLE : Assam Buranji from King Kamaleswar Singha to the resumption of the territories of Raja Purandar Singha by the East India Company. Period 1795-1838. In 1925, Shri Umanath Gohain, then Sub-deputy Collector at Nalbari, made over to me a few pages of a transcript of the English translation of an Ahom Buranji by Raisahib Golap Chandra Barua. The portion relating to the last phase of Ahom rule was translated by me into Assamese as chronicles dealing with the period are not readily available. The portion was published in the Assamese magazine *Awahon*, Calcutta, *Saka* 1855, Volume IV, Numbers 10 and 11.

SEVENTH CHRONICLE : Assam Buranji, generally known as *Rajniti,* containing an account of the insignias and distinctions of the officers and nobles of the Ahom court, and also the rules of precedence observed by them. The manuscript was obtained by the late Shri Anandiram Gohain, B.A., from Shri Jung Bahadur Handiqui. It is now in the Library of the D.H.A.S.

The chronicles constitute an invaluable repository of the old Assamese ways of expression ; and they reveal many forms and vocables which are gradually becoming obsolete. The facts give us an insight into the inner working of the mind of the Assamese, and into the measures they adopted for tiding over grave and momentous situations.

The chronicles are indispensable for the study of the political, constitutional and diplomatic history of Assam ; they also throw light on its social, religious and economic hiistory ; and on its relations with Mogul India, Bengal, Cooch Behar, Cachar, Jayantia, and the tribes of the frontier. We also come across the origin of many innovations and reforms relating to rural reconstruction, taxation, the paik system, and names of places. At every stage of the long-drawn history of Assam we get revelations about Assam's matchless love of independence, its wonderful capacity for rehabilitation and recoupment, specially during its conflicts with the Muslims. The chronicles also give us a glimpse into the tactful handling by Assam of its strategic interterritorial relations and problems. There are besides numerous episodes and stories, brimming with human touches, which can be suitably shaped into poems and dramas.

Our editorial intervention has been limited to the presentation of a correct text of each chronicle, to the division of the contents into paragraphs, and to the provision of a heading to each paragraph. The headings have been reproduced in a continuous form in the Table of Contents from which the reader will get an idea of the progress of the events recorded in each chronicle. The task of compiling a connected narrative, based on the materials derived from the several chronicles, is left to the enterprise of a future scholar.

My thanks are due to Shri Jaichandra Bargohain, B.A., for lending the manuscript of the first chronicle ; to the Department

of Historical and Antiquarian Studies in Assam for lending the transcript of the second chronicle, and the manuscripts of the third, fourth and seventh chronicles; to Shri Umanath Gohain, B.A., now Retired Extra Assistant Commissioner, Jorhat, for placing at my disposal the transcripts representing the fifth and sixth chronicles; to Shri Hemrath Barman and Shri Kamalananda Bardoloi for help in the preparation of the press-copy; to the Publication Department, Gauhati University, for selecting this book for publication; to Shri Keshav Mahanta, B.A., and Mrs. Preeti Barua, M.A., of the Publication Department, G. U., for help in revising the proofs; and to Professor Birinchi Kumar Barua and Dr. Maheswar Neog of the Assamese Department, G. U., for their interest in the matter of bringing out this book.

A synopsis in Assamese has been inserted in Appendix B to help the reader in following the trend of the narratives recorded in the several chronicles.

Company Bagan Road,
GAUHATI, ASSAM.
*The 30th July 1960.*

SURYYA KUMAR BHUYAN

# সম্পাদকৰ পাতনি

সাতখন পুৰাণ হাতেলিখা অসম বুৰঞ্জী একেলগ কৰি "সাতসৰী অসম বুৰঞ্জী" নাম দি এই গ্ৰন্থ প্ৰকাশ কৰা হল। পূৰ্ব্বে প্ৰকাশিত কেইবাখনিও বুৰঞ্জীক 'অসম বুৰঞ্জী' বোলা হৈছে। এইদৰে একে নাম হোৱাৰ কাৰণে ইখনৰপৰা সিখনক পৃথক কৰিবলৈ টান হৈ পৰে। ইখন সিখন বুৰঞ্জীৰ পাৰ্থক্যৰ সঙ্কেত দিবৰ নিমিত্তে প্ৰতিখন অসম বুৰঞ্জীক এটি স্বকীয়া নামেৰে অভিহিত কৰিলে অতি সুবিধা হয়। এই উদ্দেশ্যে "সাতসৰী অসম বুৰঞ্জী" নামকৰণ কৰা হৈছে। অৱশ্যে, ইয়াৰ অন্তৰ্গত প্ৰতিখন বুৰঞ্জীৰে স্বকীয়া নাম নিদি, প্ৰথমখন বুৰঞ্জী, দ্বিতীয়খন বুৰঞ্জী, এই অনুক্ৰমে আখ্যা দিয়া হৈছে।

"সাতসৰী অসম বুৰঞ্জী"ৰ প্ৰতিখন বুৰঞ্জীৰ ঘটনাৱলীৰ বিস্তৃতিৰ কাল বেলেগ, যথা,—

প্ৰথমখন বুৰঞ্জী।—খুন্‌লুং-খুন্‌লাইৰপৰা চুজিনফা অৰ্জ্জুন দিহিঙ্গীয়া ৰজালৈকে, এওঁক সৰুজনা দিহিঙ্গীয়া ৰজাও বোলে। খৃষ্টাব্দ—৫৫৯-১৬৭৭।

দ্বিতীয়খন বুৰঞ্জী।—আদিৰজা স্বৰ্গনাৰায়ণৰপৰা চুহুংমুং দিহিঙ্গীয়া ৰজালৈকে, এওঁকে ওপৰজনা দিহিঙ্গীয়া ৰজাও বোলে। খৃষ্টাব্দ—১১৩৩-১৫৩৯।

তৃতীয়খন বুৰঞ্জী।—ওপৰজনা দিহিঙ্গীয়া ৰজাৰপৰা প্ৰমত্তসিংহ স্বৰ্গদেৱলৈকে। খৃষ্টাব্দ—১৪৯৭-১৭৫১।

চতুৰ্থখন বুৰঞ্জী। ওপৰজনা দিহিঙ্গীয়া ৰজাৰপৰা গৌৰীনাথসিংহ স্বৰ্গদেৱলৈকে। খৃষ্টাব্দ—১৪৯৭-১৭৯৫।

পঞ্চমখন বুৰঞ্জী।—স্বৰ্গদেৱ জয়ধ্বজসিংহ আৰু চক্ৰধ্বজসিংহ। খৃষ্টাব্দ—১৬৪৮-১৬৭০।

ষষ্ঠখন বুৰঞ্জী।—স্বৰ্গদেৱ কমলেশ্বৰসিংহৰপৰা মহাৰাজ পুৰন্দৰসিংহৰ উজনি অসমৰ কৰতলীয়া শাসনৰ সমাপ্তিলৈকে। খৃষ্টাব্দ—১৭৯৫-১৮৩৮।

**সপ্তমখন বুৰঞ্জী।—ৰাজনীতি, আহোম যুগৰ ভিন-ভিন বিষয়ৰ মৰ্য্যাদা।**

একেজনা ৰজাৰ ৰাজত্বৰ ঘটনাৱলী ওপৰা-ওপৰিকৈ কেবাখনিও বুৰঞ্জীত পোৱা যায়, যথা,—

চুকাফাৰ পূৰ্ব্বীয় ৰজাসকল, প্ৰথমখন আৰু দ্বিতীয়খন বুৰঞ্জীত।

চুকাফা ৰজা, প্ৰথমখন আৰু দ্বিতীয়খন বুৰঞ্জীত।

চুহুংমুং দিহিঙ্গীয়া ৰজা,—প্ৰথম, দ্বিতীয়, তৃতীয় আৰু চতুৰ্থখন বুৰঞ্জীত।

প্ৰতাপসিংহ স্বৰ্গদেৱ,—প্ৰথম, তৃতীয় আৰু চতুৰ্থখন বুৰঞ্জীত।

জয়ধ্বজসিংহ আৰু চক্ৰধ্বজসিংহ স্বৰ্গদেৱ,—প্ৰথম, তৃতীয়, চতুৰ্থ আৰু পঞ্চমখন বুৰঞ্জীত।

উদয়াদিত্যসিংহৰপৰা চুলিকফা লৰাৰজালৈকে,—তৃতীয় আৰু চতুৰ্থখন বুৰঞ্জীত।

গদাধৰ সিংহ আৰু ৰুদ্ৰসিংহ স্বৰ্গদেৱ,—তৃতীয় আৰু চতুৰ্থখন বুৰঞ্জীত।

শিৱসিংহ আৰু প্ৰমত্তসিংহ স্বৰ্গদেৱ,—তৃতীয় আৰু চতুৰ্থখন বুৰঞ্জীত।

একেটা ঘটনা ভিন-ভিন বুৰঞ্জীত বেলেগ ৰকমে বৰ্ণিত হৈছে, এখনত কিছু কথা আছে যিখিনি কথা আনখনত নাই।

সূচীপত্ৰত প্ৰতিখন বুৰঞ্জীৰ অন্তৰ্গত ঘটনাৱলীৰ সম্পূৰ্ণ তালিকা দিয়া হৈছে। তাৰপৰা, কোন ৰজাৰ দিনত কি কি ঘটনা ঘটিছিল, আৰু একেটা ঘটনাকে ভিন-ভিন বুৰঞ্জী-লিখকে কেনেকৈ লিপিবদ্ধ কৰিছে তাৰো বিষয়ে জানিব পৰা যাব। এই সাতোখন বুৰঞ্জীৰ ঘটনাসমূহ মিলাই একে লগ কৰি আহোমৰ যুগৰ এখন ধাৰাবাহিক বুৰঞ্জী সংকলন কৰিব পাৰি। ভৱিষ্যতে কোনো উদ্যোগী ঐতিহাসিকে এই কাম হাতত লব বুলি আশা কৰিলোঁ। বৰ্ত্তমানে ইয়াকে কব পাৰি যে "সাতসৰী অসম বুৰঞ্জী" পঢ়িলে আহোমৰ দিনৰ আদিৰপৰা অন্তলৈকে ভাল আভাস পোৱা যাব, আৰু তাৰ লগতে অসমীয়া বুৰঞ্জী ৰচনাৰ পদ্ধতি, পুৰণি কালৰ মাত-কথা, নানান ৰাজনৈতিক সমস্যা সমাধানৰ প্ৰণালী, দেশৰ অৰ্থনৈতিক আৰু সামাজিক অৱস্থা, এইবোৰৰ বিষয়েও জানিব পৰা যাব।

"সাতসৰী অসম বুৰঞ্জী"ৰ ঘটনাৱলী বৰ্ণনা সূত্ৰে ভালেমান উল্লেখযোগ্য বাক্য পোৱা যায়, তাৰে গোটাছেৰেক সুবচনী তলত তুলি দিয়া হল।—

(১) তাৰপৰা আহি নামকিয়ো পাৰ হ'ল, খানজাঙ্গ পালেহি। তাতে

মানুষ লেখি চালে। মৰিল তিনিকুৰি, সাতজন হৰাল। পাচে ৰজাদেৱে বোলে,—"যি মৰে, যাক পাওঁ, বাটত যি কথা হয়, পণ্ডিতে লিখি থব॥" ছেদ ৯॥

(২) নামি অহাতকৈ হৰাপোৱা মানুষ তহে আপাহ পায়। সেই-বেলাৰপৰা মানুহ মিহলি হল। তাৰে জীয়তি-পুততি মিত্র কৰিলে। পূর্ব্বে আহোতে তিকতা অহা নাই। এতিয়াহে তিকতা হল॥ ছেদ ১২॥

(৩) সিহঁতলে মানুহ পঠাএ। দেখাদেখি হয়ো, সিহঁত আহোক। আমি উজনি ৰাজ্যৰপৰা আহিছোঁ। আমি মিত্র হব খোজো। সিবোৰ হৈছে থানগিৰি, আমি আলহি। আমাক গাওঁ-ভুইখনৰে পৰিচয় কৰিব লাগে॥ ছেদ ১৪॥

(৪) আত অনন্তৰে বৰাহীয়ে আলচি শাকপাত খৰিব যোগান দিব ধৰিলে। বোলে,—"আনৰ বঙ্গহ নহয়। দেও-মানুহ বুলি কলেহি, স্বৰূপে কয়। ই আহম। আক আনৰে সমন হয়।" এই বুলি অহাযোৱাকৈ থাকে। মৰাণেও খৰি ভাৰকৈ দিয়ে। তাৰেপৰাহে আহোম বোলে॥ ছেদ ১৭॥

(৫) ভূঞাহঁত আহি থাকে, ৰজায়েৰে কথা হৈ থাকে। ৰজা বামুণহঁতক বাদ কৰাই ৰঙ্গ চাই থাকে। সি ভূঞাহঁতে কথা শুনি বাদ কৰাই চালে, সি ৰাজকথা বার্ত্তা কলে, গঙ্গা-জগন্নাথৰ কথা, দেশৰো কথা কলত হিন্দুদের বুলি থৈ আহিবলৈ দিলে॥ ছেদ ৫১॥

(৬) দিখৌ কোখে সীমা পাটমালি ভিতৰ কৰি নগৰ মেৰাই গড় বান্ধি লৈ তাতে এখৰ মানুহ গুচাব নোৱাৰিলে। তাক হেমনা বুলি মাতে। সি কজনথাওমুঙ্গ নাতি, বাঁজীবঙ্গা। ৰজাকো ৰৰকথা মাতে। সি বোলে, মোৰ আৰা কটা মাটি, ৰজা কি? এই নিমিত্তে নামফালে গড় কিছু খণ্ড হৈ থাকিল। সি মৰিলতহে গড় বান্ধিব পাৰিলে। এতেকেহে হেমনবাৰী বোলে, এতিয়াও। ৰজায়ে নগৰৰ গড়গ্রাম নাম দিলে॥ ছেদ ৫৮॥

(৭) বহুদিন থাকি চিন ধৰিব নোৱাৰিলত সবে বোলে, মই বামুণ। এতেকে ৰজাদেৱে বিচাৰিব দিলে। লেকাই ৰৰৰৰা বিচাৰ কৰিব।

যাৰ গুচাব লাগে গুচাব, যাৰ ৰাখিব লাগে ৰাখিব। পাচে সেইৰূপে লেকায়ে কৰিলে। কতো ব্ৰাহ্মণৰ গুচিল, কতো অন্য জাতিৰ থাকিল। কতোৱে শপে, কতোৱে বৰ দিয়ে। এই নিমিত্তেসে লগুণৰ গিৰি লেকাই চেটিয়া বুলি কয়॥ ছেদ ৬৪ ॥

(৮) উত্তৰত হাতী ধৰীবলৈ বৰগোহাঁইক পঠালে। পাচে ভূঞাইতৰ পোনে হাতী গল। সেই দাইত ভূঞাইতক কাটিলে। বৰাগী এটা আনিলে। একো নকৰি ৰূপ কাপোৰ দি পঠালে॥ ছেদ ৭১ ॥

(৯) গড়গাওঁ মেৰাই বাঁহগড় বান্ধি দহখান দুৱাৰ দিলে, তিনি ঠাইত সিংহদুৱাৰ দিলে। এই আপাহতে বৰবৰা নাম গুচাই শুকটী তামুলীক বৰবৰুৱা পাতিলে, জেওৰা ভেটিবৰ ভাল দেখি ॥ ছেদ ৭৫ ॥

(১০) ৰৌমাৰিয়ায়ে বোলে,—'চাৰি ভাগৰ এভাগ যদি দেৱতালৈ দিয়ে কিনো দুখ ৰাজে পায়?' এইবুলি ৰজাক কলত ৰজা বোলে, ভালেহে বুলিছ, তয়ে নিয়মকৈ দিবি। সেই বছৰতে নিয়ম কৰি হাটৰ-ঘাটৰ-ফাটৰ মৃগাচোৰৰ বিলৰ দুখ নোপোৱা কৰি কাটল লগালে। তাৰেপৰাহে কাটল হল॥ ছেদ ৮১ ॥

(১১) সোণৰ মণি আঙ্গঠি থুৰিয়া আদি নিপিন্ধিব। এনে ঘৰ নেসাজিব। আহমৰো যি যিমানৰ মানুহ সেইমানেহে কৰিব। বঢ়া শুনিলে কাটিম। গুণা দিয়া কাপোৰ নড়া মেখেলা যি পিন্ধে নড়াচোলা তাক কাটিম। এই নিবন্ধ দিলে॥ ছেদ ৮৩ ॥

(১২) ৰজা পাচে বাপুত আশ্ৰয় কৰি হৰিমন্দিৰ কৰি আপুনি আৰ্বণন কৰে। পদ্ম-পুৰাণৰ জনকৰ আখ্যানৰ পদ কৰিলে, আনো পদ-পোয়াৰ কৰে॥ ছেদ ৯০ ॥

(১৩) পাচে আমাৰ চাৰি মানুহে বোলে,—"যদি মহাৰাজাৰ বল বীৰ্য্য টুটিলেহে তহঁতে কাটিবাক ভাল। জুইআঙ্গনি পৰুৱায়ে ৰাতিক দিন কাহানি কৰে? আমাৰ কথাৰে কাহানি মহাৰাজা তোমাৰ ৰাজ্য মাৰিছে? ইন্দুৰৰ মুখত কাহানি হস্তীদন্ত গাজে? ইন্দুৰৰ পথে কাহানি হস্তী অহা-যোৱা কৰে? বানৰৰ মুখে কি নাৰিকল ভাঙ্গে? আমি ভিক্ষুক, ভিক্ষা কৰি তোমাৰ ৰাজ্যত ফুৰোঁ, তোমাৰ যেই ইচ্ছা তাকে কৰা॥" ছেদ ১৩৯ ॥

(১৪) পটেশ্বৰীসকলে বোলে, সত্যে দিবা ? চিলাৰায়ে বোলে, সত্যে দিম। পটেশ্বৰীসকলে বোলে, "স্বৰ্গীৰাজাৰ চাৰিটা কোঁৱৰ আনি বন্দী কৰি থৈছা। তাৰে পিতৃ-মাতৃ ভাৰ্য্যা এইসকলে বৰ সন্তাপিত হৈছে। ইহঁতো ৰূপে-গুণে যুৱা অৱস্থা হৈছে। এতেকে ইহঁতক স্বদেশলৈ বিদায় দিয়া" ॥ ছেদ ১৫৬ ॥

(১৫) ৰাজাদেৱে বোলে, মোৰ ঠাইতে যে এনেকৈয়ে কয় পৰ ৰাজ্যতনো বন্দী আহোমে কেনেকৈ কব ? এইবুলি আহোম কটকী গুচাই ব্ৰাহ্মণ কটকী ললে॥ ছেদ ১৬০ ॥

(১৬) এতেকেহে সাতৰাজ্য মাৰি একৰাজ্য কৰিলে বুলি কয়। তাৰে লেখা,—চুটিয়া ১, কছাৰী ১, কমতেশ্বৰ ১, তুৰবস্ক ১, পতিলাজহা ১, এঘাৰে সিন্দুৰ ১, বাৰেভূঞা ১, চুন্দি ১, এই আঠ ৰাজ্য—। এতেকেহে ৰূপৰ আঠচুকীয়া মোহৰ মাৰিলে॥ ছেদ ১৬২ ॥

(১৭) ৰাজাদেৱে থজ কৰি পৰ্ব্বত ঘৰ সোমাই চৌখাম কৰি সুধিলে, বোলে, যদি সামান্যেও খুটা পোতে তাকো তুলিব নাপাই। মন্ত্ৰি আপোনহাতে পোতা খুটা তুলিব পাইনেকি ? বৰুৱা বোলে, "মোত দাই নাই। শত্ৰুৰাজ্যৰ মানুহ আতে আছে। সি বুলিব এই ৰাজ্যত মন্ত্ৰী নাই, আলিটো বান্ধিব লাগিলেও ৰাজা আপুনি নিয়ম কৰে। এই দুৰ্যশস্যা দেশে-দেশে যাই বুলিহে তুলিছোঁ। আৰু স্বৰ্গদেৱৰ যদি কাৰ্য্য কাম কৰিব নোৱাৰিম, মোকনো এই নাম কেলেই দিলে ?" ছেদ ১৬৩ ॥

(১৮) সনাতনে বোলে, স্বৰ্গদেৱ, বনৰ হাতী অনেক যত্ন কৰি আনি শালত গলচেপা দি থয়, তাক মেলিলে শালত থাকে কি বনলৈকে যাই ? আৰু বন্দীহঁতক পৰদেশলৈ পঠালে তৈতে মৰিলে লৰা-তিৰতা ৰাজ্যতে থাকিব কি বিদেশলৈকে এৰি দিব ? ছেদ ১৭৮ ॥

(১৯) ৰাজাদেৱে বোলে, গোহাঁই, মোক বিধাতা ঈশ্বৰে সকলোৰূপে ৰক্ষিলে। গোহাঁয়ে বোলে, দেৱে আত অসন্তোষ নকৰিব। জয়-পৰাজয় সকলোদিনে আছে। সেই ঈশ্বৰৰ যেতিয়া অনুকূল হব, তেতিয়া স্বৰ্গদেৱৰ তেজশক্তিএৰেই বঙ্গালক মৰা যাব ॥ ছেদ ১৮৯ ॥

(২০) পাচ্চাৰ চুৰপাও আনি দেৱৰগাঁৱত ৰহিছেহি বুলি ৰাজাদেৱে

শুনি মনত অসন্তোষ কৰি বোলে, মোৰ পুলিন-পুথাও ৰাজাসকলে পৰৰ অধীন হৈ যোৱা নাই। এতিয়াও মই বঙ্গালৰ বঁটা পিন্ধিব নোৱাৰোঁ। তাক তাৰেপৰা ওলোটাই খেদোক গৈ ॥ ছেদ ১৯২ ॥

(২১) ৰাজা হলে শত্ৰুক মাৰি-কাটি আপোনাৰ সীমনাক ৰাখিবাক লাগে, তেবেসে যশ-ধৰ্ম্ম বৃদ্ধি হয়। সকলো দ্ৰব্যত কৰি চাউলকঠাহে প্ৰধান। তাৰ বিকল হলে কোনো কাৰ্য্য সিদ্ধ নহয় ॥ ছেদ ১৯৩ ॥

(২২) পাত্ৰ-মন্ত্ৰীসকলৰ কাৰ কেনে আসয়? তাক কি দেখিলি? পণ্ডিতৰায়ে বোলে,—বৰপাত্ৰ-গোহাঁই, বৰগোহাঁই, বৰফুকন, বৰ-গোহাঁই-ফুকন ৰূপে-গুণে, তেজ-বয়সে, বলে-বুদ্ধিয়ে সকলোৰূপে সমৰ্থ। আৰু বুঢ়াগোহাঁই বয়সতো অল্প. গৌৰ, সুন্দৰ, ধীৰ, গহন আসয়, সকলো কাৰ্য্যত চতুৰ, মন্ত্ৰণাত সকলো চলে। ৰামসিংহে বোলে, এমন বয়সত এমন বুদ্ধিহে। পণ্ডিতৰায়ে বোলে, বৰে চক্ৰী। ৰাজা বোলে, আৰ বয়সত কমনে তৰ্কিবহে? ভালা মন্ত্ৰী, সাৰ্থক মন্ত্ৰী জন্মিলাহে॥ ছেদ ১৯৮ ॥

(২৩) বাদুলি ফুকন উজাই আহি লালুক ফুকনত কলোহ, বোলে, "তইঁতে কি কাম কৰিলি! এই শৰাইঘাটৰ গড় দেৱৰো দুৰ্গম, আৰু কি বুলি এৰিলি? আপোনাৰ মৰ্য্যদা আপুনি হৰুৱালি। চাৰিলাখ ৰূপ দিব খুজিলে তাকো নললি, কিছু নহল।" ছেদ ২১৮ ॥

(২৪) ফাকুযাত্ৰাৰ দৌল বন্ধালে। তাত ফাকুযাত্ৰা কৰি ৰাজাদেৱে পাগ-ইজাৰ পিন্ধিলে। সকলকো সেইৰূপে দিলে। মাদুৰিয়াল লাইথপনা বৰগোহাঁই, কুঁৱৈগঞা দৰবধৰা বুঢ়াগোহাঁই, কেন্দুগুৰীয়া কনচেঙ্গ বৰপাত্ৰ-গোহাঁই, এই তিনিজন। ডাঙ্গৰীয়া বোলে, আপোনাৰ দেশৰ ধাৰাণ এৰি কেনে বঙ্গালৰ ধাৰাণে বঁটা পিন্ধিম? এইবুলি ওলোটাই দিলে॥ ছেদ ২৪০ ॥

(২৫) জয়ন্তা ৰজা বোলে, মই স্ত্ৰী-মৰণে মৰিলো। বিজয়ৰাম কটকীয়ে বোলে, মই পূৰ্ব্বে কলো, অচমৰ তলে পুতল, আসই বুজিবলৈ টাম, তেতিয়া মোৰ কথা নললা, এতিয়া বিজয়ৰামে কি কৰিব? বুঢ়াৰ হাতত চেঙ্গেলি পৰিলে কমনে এৰাইতে পাৰি? ছেদ ২৪২ ॥

(২৬) কেন্দুগুৰীয়া বৰপাত্ৰ-গোহাঁয়ে মহাৰাজাৰ কথাতে ভৰ দি

বোলে, "স্বৰ্গদেৱে উত্তমহে স্থবিছে। কৰতীয়া গঙ্গা সীমা কৰি আমাৰেহে ৰাজ্য। আমি মন-কাণ নেদিবৰ দ্বাৰাইহে শত্ৰুৱে লৈছে। ৰাজা হলে পৰশত্ৰুক মাৰি আপুনাৰ সীমানা ৰাখি ৰাজ্য লৱনেসে যোগ্য ॥ ছেদ ২৪৭ ॥

(২৭) এনেতে পুখুৰীপৰীয়া বুঢ়াগোহাঁই বকথিয়াল বৰবৰুৱায়ে তিপাম ৰজাক বুলিলে বোলে, "ৰজাৰ ভাই ৰজা আছে, ৰজাৰ পো ৰজা আছে। তইতে ৰজা মুহই কোনোবা হুবনিকি? লিগিৰা লৰাবে যে সাষ্টম হৈ ওলাইছা, কতবা ৰণ হৈছেনিকি? তিনিজনা ডাঙ্গৰীয়া, বৰুৱা ফুকন সমস্তে পাতিলেহে ৰজা হুব পাই। লিগিৰা পোৱালীয়ে পাতিব পাইনিকি?" ছেদ ২৫৭ ॥

(২৮) পাচে সকলেও সেৱা কৰিলে। বুঢ়াগোহাঁয়ে ৰজাদেৱক বুলিলে, —"তোমাক মহাক মহাপ্ৰভু ৰাজপদক দিলে। সন্তক পালন, দুষ্টক দণ্ডি, প্ৰাণীৰ সুখ-দুখ বিচাৰ, তোমাৰ ইহে ধৰ্ম্ম। যি কাৰ্য্যৰপৰা দোষ হই, যি কাৰ্য্যৰপৰা গুণ হই, আকো স্বৰ্গদেৱে নিয়ম কৰিব লাগে ॥ ছেদ ২৫৮ ॥

(২৯) ৰজাৰো সিংহপৰাক্ৰম গতি। আতপাচে ডফলা মাৰি আনিছে। মিৰি-মিচিমকো মাৰিছে। পাচে কতদিন অন্তৰে যি কিছু পলৰীয়া অৱশেষ আছিলে ৰজাসেৱা কৰি খুত মাগি ললে দোপোণকৈ। ৰজাকো ডাঙ্গৰ আপাহ দি থাকে। আবৰ-বিৰৰকো ধৰি আনি দিএ। চাৰিও-মেৰৰ লোক কম্পমান হল ॥ ছেদ ২৬৩ ॥

(৩০) এই কথাকে শৰাইঘাটীয়াইতে শুনি বুঢ়াগোহাঁইক কলে,—"দেৱে আমাক ৰাখক। ডেবেৰাই সকলকে মাৰিলে, আমাকো মাৰিব। দেৱকে আমি ৰাজা পাতি সেৱা কৰোঁ।" ডাঙ্গৰীয়া বোলে,—"ই অকথা, ম'হৰ পিড়া নলৰ কানমাৰি এ নসয়, বামুণৰ লগুণ শূদ্ৰে কেনেকৈ বব?" ছেদ ২৭১ ॥

(৩১) ডাঙ্গৰীয়া বোলে,—"সাধ্বী স্ত্ৰী এবাৰ বেশ্যা হলে পৈএকে ভাল দেখেনে?" ছেদ ২৭২ ॥

(৩২) বাহুলি ডেকাফুকনে বঙ্গালৰ লগৰপৰা আহি লতাশিলতে নাৱত উঠি বহুত গৰিহা বচন বুলিলে,—তুমি বৰবৰুৱাৰ পুতেক হৈ

বিনা যুদ্ধে দেশ এৰ ! তোৰ কথা মই বাৎসাত কৈছো, মোৰ ভতিজা বৰ যোদ্ধাৰু, ক্ষেত্ৰিৰও। এতিয়া তোমাক ওফন্দাই খাবৰ মূৰ মৰিল !" ছেদ ২৭৩ ॥

(৩৩) ৰূপাই দা-ধৰাই গোচৰ দিয়াত আজাম ফকিৰৰ চকু কাঢ়িছে, পাচত তাৰ মাহত্য ওলালত মাটি মানুহ দি ফকিৰক মাতিছে॥ ছেদ ২৭৫ ॥

(৩৪) পাছে ৰাজমন্ত্ৰীয়ে বোলে,—"ফুলে-পুষ্পে সমূলি বৃক্ষ ডাল ডলাদি সকলোকে ডলিলে, মোৰ তলশাৰী সি হব পাৰে ? সি যে মোক ৰজাত মাতি ৰাখে !" ছেদ ২৯৭ ॥

(৩৪) আৰু বৰবৰুৱা ফুকন ৰাজখোৱা হাজৰিকা পৰ্য্যন্তে সকলকো বঁটা-প্ৰসাদ দি স্বৰ্গমহাৰজা বুলিলে,—"তইঁতৰো ভাৰ্য্যা-পুত্ৰ গো-ব্ৰাহ্মণ সকলকো ৰক্ষা পৰিব লাগে। বঙ্গালকো যুদ্ধে জিনিলো, ইয়ো যশস্যা মঞি পাব লাগে। যদি ইটাখুলিত ভঙ্গাব নোৱাৰ তইঁতক খুদাই এৰা নেযাব। আৰু তইঁতৰ নিচিনা ফুকন ৰাজখোৱাইঁতো মুহুবনেকি ?" ছেদ ৩০১ ॥

"সাতসৰী অসম বুৰঞ্জী"ৰ মূল বুৰঞ্জী সাতখনৰ ঘটনাৱলী আৰু বিষয়-বস্তু পাঠকে ভালকৈ অনুসৰণ কৰাৰ সুবিধা হ'ব বুলি গ্ৰন্থৰ শেষত পৰিশিষ্ট-খ ৰূপে প্ৰতিখন বুৰঞ্জীৰে সাৰাংশ দিয়া হ'ল।

সাৰশেহত আমি কওঁ যে আগৰ দিনৰ অসমীয়াৰ ভাব-ধাৰা কাৰ্য্য-কামৰ উপায়-পদ্ধতি এই বুৰঞ্জীবোৰত সংৰক্ষিত হৈছে। কালৰ সোঁতত অসমীয়া জাতিৰ বৈশিষ্ট্য লোপ পোৱাৰ আগন্তুক হলে এই বুৰঞ্জীৰ মহামূল্য সম্পদে তাক পুনৰ সঞ্জীৱিত কৰাৰ সম্বল যোগাব।

কোম্পানী বাগান ৰোড,
গুৱাহাটী, অসম।
ইং ৩০ জুলাই, ১৯৬০ চন।

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

# সূচীপত্ৰ



## সাতসৰী অসম বুৰঞ্জী

**প্ৰথমখন বুৰঞ্জী**। খুন্‌লুং-খুন্‌লাইৰপৰা অৰ্জ্জুন দিহিঙ্গীয়া ৰজালৈকে।
পিঠি ১—৩৬ ॥

**দ্বিতীয়খন বুৰঞ্জী।** আদিৰজা স্বৰ্গনাৰায়ণৰপৰা ওপৰজনা দিহিঙ্গীয়া ৰজালৈকে।

পিঠি ৩৭—৬৬ ॥

## তৃতীয়খন বুৰঞ্জী। ওপৰজনা দিহিঙ্গীয়া ৰজাৰপৰা প্ৰমত্তসিংহ স্বৰ্গদেৱলৈকে।

পিঠি ৬৭—১৩৪ ॥

## চতুৰ্থখন বুৰঞ্জী। ওপৰজনা দিহিঙ্গীয়া ৰজাৰপৰা গৌৰীনাথসিংহ স্বৰ্গদেৱলৈকে।

পিঠি ১৩৫—১৫৮॥



## পঞ্চমখন বুৰঞ্জী। স্বৰ্গদেৱ জয়ধ্বজসিংহ আৰু চক্ৰধ্বজসিংহ।

পিঠি ১৫৯ -১৭০॥

## ষষ্ঠখন বুৰঞ্জী। স্বৰ্গদেৱ কমলেশ্বৰসিংহৰপৰা পুৰন্দৰসিংহলৈকে।

পিঠি ১৭১—১৯৮॥

# সাতসৰী অসম বুৰঞ্জী

## প্ৰথমখন বুৰঞ্জী

### খুন্‌লুং-খুন্‌লাইৰপৰা অৰ্জ্জুন দিহিঙ্গীয়া ৰজালৈকে

**প্ৰস্তাৱনা।**—নমো শ্ৰীকৃষ্ণায়ে নমঃ। শিৱায়ে নমঃ। শ্ৰীশ্ৰীস্বৰ্গ-ৰাজাৰ প্ৰথম পুৰুষৰ বংশৰ কথন। শ্ৰীযুত মহাৰাজাৰ মহাপাত্ৰ বুঢ়াগোহাঁয়ে ৰূপিত ভাঙ্গি লিখাই। আক বিশ্বাসে ৰাখিব। যদি অবৈৰ মিত্ৰ হয়, বিশ্বাস ৰক্ষক হয়, তাক দেখাব। ৰাজাৰ ৰহস্য পণ্ডিতৰ বাধা, মান্য পৰিহাস্য সম হয়। আকে জানি হঠাতে নেদিব, নেদেখাব। ১॥

**সত্যযুগ।**—পূৰ্ব্ব প্ৰলয়ৰ অন্তে ব্ৰহ্মা তিনিবাৰ মানুহ স্ৰজিব নোৱাৰি লাউ ৰুলে। তাৰ ভিতৰত মানুহ আছিল, লাউ ফাটি ওলাল। একো নেজানে, পশু প্ৰায়। তাক দেখি ইন্দ্ৰদেৱে নংকুনক দেখাই-শুনাই শিকাই-বুজাই আহিব দিলে। প্ৰজাসকলে জানিলে। সত্যযুগত প্ৰীতিয়ে গল। একে মেহেঙ্গাতে খাই একে মাৱৰ লৰা যেন সবেও আছিল। ২॥

**ইন্দ্ৰৰ নাতি খুন্‌লুঙ্গ-খুন্‌লাই।**—ত্ৰেতাযুগত কিছু বিবাদ হল। বলাবল কৰিব কৰে, নিৰ্ব্বলীক বলীয়ে জিনে। সবেও এনে দেখি ইন্দ্ৰক প্ৰাৰ্থনা কৰিলে। ইন্দ্ৰ দেৱতায়ো আপোনাৰ দুই নাতিক শিকাই-বুজাই পঠালে। লগত দিলে ববঢাক, পাশুপত্ৰ, খড়্গ, নীতি, দণ্ড, ছত্ৰ, চামৰ, টঙ্গিপীৰা, ৰূপৰ ঢাবি, সোণৰ ঢাবি লগত দি পঠালে এইসকলেৰে। সোণৰ-ৰূপৰ জখলা পাৰি দিলে। তাত হাটাবাৰী নিয়ম কৰাই দিলে। পাচে ইন্দ্ৰদেৱে আপোনাৰ দুই নাতি খুন্‌লুঙ্গ খুন্‌লাইক পৃথিবীলৈ নমাই পঠালে। সোণৰ-ৰূপৰ জখলাৰে নমাই

পঠালে। মুংৰিমুঙ্গৰামলৈ আহিল। মথুৰাকে মুংৰিমুঙ্গৰাম বোলে। পাচে বিবাদ লাগিল। খুন্‌লুঙ্গ স্বৰ্গলৈ গল। খুন্‌লাই পৃথিবীতে থাকিল। ৩॥

**নগা বন্দী মেটা ৰজা।**—তেওঁৰে অনেক পুৰুষে পৃথিবী পালিলে। এঘাৰে পুৰুষৰ অন্তৰত মেটা নামে নগা বন্দী এটায়ে ইবোৰাকক খেদি ৰজা হল। সেইকালত প্ৰজাৰ দুখ হল, ব্যাধি হল, অন্যায় হল, নানা মাৰিমৰক হল। পাচে দেখি পণ্ডিতে কুকুৰা-ঠেং চালে। কুকুৰা-ঠেং চাই কলে,—"শুদা মানুহ ৰাজা হল, আৰ দোষেহে ৰাজ্য তাপিত হই।" পাচে এই কথা শুনি ডাঙ্গৰীয়াসকলে মন্ত্ৰীসবো আলচি খুন্‌লুঙ্গৰ বঙহক বিচাৰ কৰি আনি ৰাজা পাতিলে। নগা বন্দীক মাৰিলে। ৰাজ্যত সুখ হল। খুন্‌লুঙ্গৰ বংশে ৰাজ্য পালিলে। সত্যতো অধিক দায়া। পাল-পঁচা নাই। অদোষত দণ্ড নাই, দোষত দণ্ড। ৰাজাস্মা স্বধৰ্ম্মে প্ৰবৰ্ত্তিলে। এইক্ৰমে এওঁৰ অনেক অনেক পুৰুষে ৰাজ্য ভোগ কৰিলে। কলিৰো চাৰিহাজাৰ-দুশ বছৰ গল। ৪॥

**চুকাফাৰ জন্ম-কথা।**—পাচে নড়া ৰজাৰ ভনীয়েক নাঙ্গনাম আপম, তেওঁৰে দেৱবীৰ্য্যে গৰ্ত্ত হল। আকে জানি বাপেকৰ ঘৰলৈ খেদিলে। বাপেকৰ ঘৰতে চুখ্ৰান্‌ফা জন্মিল। ৫॥

**নামনি ৰাজ্যলৈ চুকাফাৰ যাত্ৰা।**—একে ভনীয়েকৰ পুতেক চুকাফা অনাইয়েকেৰে আলচি বোলে,—"একে চুঙ্গত দুটা বাঘ নাথাকে। একে শালত দুটা হাতী নাথাকে। একে পাটত দুটা ৰাজা নাথাকে। আকে জানি মই নামনি ৰাজ্যলৈ যাওঁ। তুমি আতে ৰাজা হুই থাকা।' পাচে চুখ্ৰান্‌ফা বোলে,—"যা, মোক বছৰি-বছৰি তই ধন দি থাকিবি।" তিনিশ-তিনিকুৰি মানুহ দিলে, অলঙ্কাৰ, কাণ্ড-ধনু, ফৰ, যাঠি, দন্তাল হাতী এটা, মাখুন্দী এজনী, মাউত, ফমপিম ঘোৰা ডেৰকুৰি। চুখ্ৰান্‌ফাত আঁৰে অনাইয়েকে ৰাজ-অলঙ্কাৰ দিলে। ৬॥

**চোমদেও।**—আৰু চোমদেৱক একে চানেকিয়ে শিল থই চোম-দেৱক চুকাফাক দিলে। তাৰ মহিমা,—ৰাজ্য-সম্পত্তি সুগুচে, ঐশ্বৰ্য্য সুগুচে, শত্ৰুক জিনিব পাৰে। লখিমী-ঈশ্বৰে আপোনি থাকে।

আকে লৈ সবাকে মাতি-বুলি আহিল। চুখ্রান্‌ফা ৰজায়ো চাৰিদগুমান বাটত আগবঢ়াই থলে, বোলে,—মোক নেপাহিৰিবি। ভাই, তই যা। এইবুলি উলটি গল। পাচত ছকুৰি মানুহে লগ ললেহি। আগে-পাচে মানুহ চাৰিশ-চাৰিকুৰি হল। একে টেকেলিত ভাত খাই দহোটা, কতো বাৰেটা, কতো ষোলেটা একুৰিয়ে ৰান্ধি খায়। দুশ-ডেৰকুৰি বঙহ। একে বংশৰ কতো দহ, কতো বাৰ, এইমান আছিল। দহদিন নপলাই আহিল। তাৰেপৰা পলাৰ ধৰিলে, যাতো চোমদেৱক আঁৰকৈ আনিছে। সেইবেলা চুকাফা কুৰি বছৰত আহিছে, লাক্‌ক্লি থুতমিত। শক গ্ৰহ ৰস বিধু চন্দ্ৰ শাকে তত্সজ্ঞক চুফাকাভিষেক। যাত্ৰা শৃণ্বন্তি ৱিদধেধূনা। ৭॥

**চুকাফাৰ দিগ্বিজয়।**—পাছে সেইবেলা চোমদেৱ পূজা হল। চালত দেখে চোমদেৱ নহয়। চুকাফাৰে আনিছে হেন জানি ওলটাই নিবলৈ মানুহ পঠালে। সিয়ো খেদি আসি ৰিণি-ৰিণি দেখিলে। আসিব নোৱাৰি উলটি গল। এইৰূপে আহি অনেক ঠাইত ফুৰি বিস্তৰ নগাৰ গাওঁ মাৰিলে, বিস্তৰ বৰাই নিলে। যুজাৰুবোৰক কাটি-কাটি মঙহ খুৱালে। ৮॥

**বুৰঞ্জী লিখিবলৈ চুকাফাৰ আদেশ।**—তাৰপৰা আহি নামকিয়ো পাৰ হল, খামজাঙ্গ পালেহি। তাতে মানুহ লেখি চালে। মৰিল তিনিকুৰি, সাতজন হৰাল। পাছে ৰজাদেৱে বোলে,—"যি মৰে, যাক পাওঁ, বাটত যি কথা হয়, পণ্ডিতে লিখি থব।" খামজাঙ্গত কানখ্রুমুং বৰুৱাক থৈ আহিল। বাটতে আহোতে কতো দহ, কতো বাৰ, কতো দুই, কতো তিনি, কতো এক, এইক্ৰমে মানুহ লগ পাই তাকো হাতকৈ মোৰাই লই আহে। সেই মানুহ কতো চুটিয়া, কতো মৰাণ, কতো বৰাহী, এই মানুহ বিস্তৰ হল। ৯॥

**চুকাফা আৰু কছাৰী।**—তাৰপৰা কছাৰী এমখা আহিল। লগ পালেহি। তাত সুধিলে বোলে,—তইঁত ক'ৰপৰা আহ? ক'ৰ মানুহ? কছাৰীয়ে বোলে,—"আমাৰ বুপায়ে কৈ গৈছে, আমাৰ

ৰাজা মহঙ্গৰপৰা আহোতে চল দেখি আতে ৰলোঁ। বোলে ৰজাৰ ঘৰ নাই, আমি কৈক যাম ? এইবুলি থাকিলো আতে।” আমাৰ মানুহে বোলে,—“তোৰ ৰজা মহঙ্গৰপৰা কিয় আহিল ?” সিহঁতে কলে,—“নগায়ে বোলে, মোৰ মহঙ্গ। কছাৰী ৰজায়ে বোলে, মোৰহে মহঙ্গ। এইবুলি বিবাদ লাগিল। নগায়ে বোলে, একেঘায়ে শিল ছিঙ্গিব, মহৰো শিঙ্গ ছিঙ্গিব, বেতকো ছিঙ্গিব, তাৰে ৰাজ। যদি দুয়ো পাৰে, নোৱাৰোঁবা, যদি দুয়ো বাটি খাম। এইবুলি আনদিনা নগায়ে মহৰ শিঙ্গকো শিলকো একেঘায়ে ছিঙ্গি বেতকো টানি এৰুৱালে। পাচে নগায়ো খেদিলে। কথা ৰাখি ৰজা আহি দিখৌকোলত আছেপৈ। নাতিয়েকেহে ৰজা হৈছে শুনিছো। পাছে আমাৰ দানুহে বোলে, শিলক ম’হৰ শিঙ্গক কিহেবাৰে আঁৰ কৰিছিলনিকি ? কছাৰীয়ে বোলে, কৌপাতেৰে বান্ধি আঁৰকৈ আনিছিল।” আহোমে বোলে, বুজিলোঁ। চাউফুঙ্গে বোলে, আমিও খেদিম তাক। ১০ ॥

**আহোমমতে বস্তুৰ নাম।**—এইবুলি তাকো লগত লৈ তিপাম, নামৰূপ, উত্তৰ-দক্ষিণ ফুৰি ৰাজ্য চাই এইৰূপে ফুৰে। যাৰ যেনে ঠান তাৰ তেনে নাম থয়, যিবা ভেঁটে তাৰ অনুৰূপে নাম থয়। একেটাকে কাৰ্য্য অনুসৰি নাম সলাই থয়। কতো একৰে কাৰ্য্য অনুসৰি দুইতিনি নাম হল। এইৰূপে ভাগৰ দুখ পাহৰাই আনন্দ কৰি থাকে। যাক যাক বাটত লগ পাই আনিলে তাৰো আপাহ পাই কাৰ্য্য অনুসৰি নাম থয়। ১১ ॥

**অসমত আহোমৰ তিৰোতা গ্ৰহণ।**—যি চুটিয়া, কছাৰী, মৰাণ পাই লগত ললে, তাৰো কাৰ্য্য অনুৰূপে নাম থৈ গল। নামি অহাতকৈ হৰাপোৱা মানুহতহে আপাহ পায়। সেই বেলাৰপৰা মানুহ মিহলি হল। তাৰে জীয়তি-পুতত্তি মিত্ৰ কৰিলে। পুৰ্ব্বে আহোতে তিৰুতা অহা নাই। এতিয়াহে তিৰুতা হল। ১২ ॥

**ভিন-ভিন ঠাইত চুকাফা ৰজা।**—আৰ পাচত তিপামৰ পৰা দিহিঙ্গে ভটিয়াই দিখৌয়ে উজাই দিলিহমুখ পাই চাব দিলে। ঘৰ-বাৰী

আছে, মানুহ নাই। পাচে হাৰিত পাই আনি তাত সুধিলে, বোলে, আত মানুহ আছে নাই ? সি বোলে, দক্ষিণে কছাৰী, উত্তৰে বৰাহী মৰাণ আছে। তাক লগত লই দিখৌৰে ভটিয়াই চাৰিঙ্গ পাই বিস্তৰ পানীখোৱাঘাট দেখি তাৰপৰা আহি শিমুলগুৰিত ৰলহি। তাৰেপৰা মানুহ পঠাই চাব দিলে। মদ গাহৰি কিনিবৰ ছলে ফুৰে। বৰাহীয়ে বোলে, কছাৰীয়ে বোলে, মৰাণেয়ো বোলে,—আমি মিলিত হুই আছোঁ। এইকথা চুকাফা ৰজাদেৱত কলেহি, বোলে, মৰাণে কছাৰীয়ে চাৰিহাজাৰ মানুহ হব। কছাৰী যোৱায়ে বোলে, কব নোৱাৰোঁ, শিলপানী চাৰিঙ্গ প্ৰযতি আছে। এইকথা শুনি সবেও আলচি বোলে, কছাৰীক পাচে ধৰোঁ। অথন মৰাণক আগকৈ ধৰোঁ। ৰজাদেৱে বোলে, যুজ কৰিলে দুইৰো মানুহ পৰিব। আমাৰ মানুহ থানে থৈ অহা গৈছে, খেতিক মনে। ১৩॥

**থানগিৰি আৰু আলহি।**—[ ৰজাদেৱে বোলে, ] সিহঁতলৈ মানুহ পঠাঞ। দেখাদেখি হয়ো, সিহঁত আহোক। আমি উজনি ৰাজ্যৰ পৰা আহিছো। আমি মিত্ৰ হব খোজো। সিবোৰ হৈছে থানগিৰি, আমি আলহি। আমাক গাওঁ-ভূঁইখনেৰে পৰিচয় কৰিব লাগে। এইৰূপে আমাৰ দুই মানুহে কলেগৈ। সিহঁতেও আদি-অন্তে শুনিলে। আমাৰ দুই মানুহে বোলে, "স্বৰ্গদেৱৰ নাতি। ৰাজ্যত ৰজা নাই দেখি সোণৰ জখলাৰে নমাই পঠাইছে। তাতেহে ৰাজ্য চাই ফুৰিছে।" বৰাহী মৰাণহঁতে অপূৰ্ব্ব শুনি ভাৰ-ভেঁটি লই চাবলৈ আহিল। হাতী-ঘোঁৰা জাঙ্গ হৈ আছিল। মানুহ সবেও আছিল জাঙ্গ হৈ। পাচে ৰজাদেৱে চপাই নি কথা-বাৰ্ত্তা সুধিলে। সি বোলে, মোক থামিথুমা বোলে। মই বৰাহী মৰাণৰ অধিকাৰ। লখাই বিলৰ কোখত মোৰ ঘৰ। পাইমালি নদি পৰ্ব্বত ফুটি আহিছে। কছাৰীয়ে গৰু কাটি ধুৱৰপৰা নবয়। ১৪॥

**কছাৰী ক'ৰপৰা আহিল ?**—আমাৰ ৰজাদেৱে বোলে, কছাৰীনো ক'ৰপৰা আহিল ? ক'ত আছিল ? সিহঁতে বোলে, নগায়ে মহঙ্গৰপৰা

খেদিলত আমাৰ পাৰত বাৰে-হাজাৰ মানুহ সৈতে আহিল। পাইমালি কোখতে পুখুৰী খানি ঘৰ সাজি আছিল। এই শিমলু তাৰ ভাতখোৱা খুটিহে। আমাৰ মানুহে কুচিয়া খোচে দেখি বোলে, মাটিৰ তলত কুচিয়া, তাক কিকৈ দেখে। আমাৰ মানুহে বোলে, কুচিয়া কি ডাঙ্গৰ দেখিলি? তোৰ নাড়ী-পেটিকো দেখিছোঁ। পাচে কছাৰী ডৰিল। সেইবেলা বানকেঙ্গ চৰায়ে তোকে-তোকে বুলি মাত লগালে। আৰো ডৰ খালে। বোলে দেৱ-জন্তুয়ে যে কৈছে, মোকে মন্দকৈ মাৰিব। এই কথা তাৰ ৰজাত কলেগৈ। তাতেহে কছাৰী দিকৌ পাৰ হৈ আছেগৈ। ১৫ ॥

**পৰ্ব্বতত চুকাফাৰ পাট।**—পাচে ৰজা বোলে, আমি থাকিবলৈ ক'ত ভাল? থামিথুমাৰে বোলে, আমাৰ ৰজাৰ দেওঘৰ আছে, তাতে থাকিবলৈ চল। পাচে আমাৰ মানুহে চাবলৈ গল। ৰজাদেৱে তাহাতক খুৱাই-বুজাই পঠালে, বোলে, আমাৰ এখেলৈ অহা-যোৱাকৈ থাকিবি। এইবুলি বিদাই দিলে। আতপাচে আমাৰ মানুহে ভাল ঠাই বুলি কলেহি ৰজাত। পাচে ন-ভাত খাই নাংকুৰিদেৱৰ ওচৰত উজনিত সৰু পৰ্ব্বতখনিত পাটকৈ থাকিল। শক লাক্লি মুংমাওত। ১৬ ॥

**আহোম নামৰ উৎপত্তি।**—আত অনন্তৰে বৰাহীয়ে আলচি শাকপাত খৰিৰ যোগান দিব ধৰিলে। বোলে,—"আনৰ বঙ্গহ নহয়। দেও-মানুহ বুলি কলেহি, স্বৰূপে হয়। ই আহম। আক আনৰে সম নহয়।" এইবুলি অহা-যোৱাকৈ থাকে। মৰাণেয়ো খৰি ভাৰকৈ দিয়ে। তাৰেপৰাহে আহোম বোলে। ১৭ ॥

**বৰাহী চাংমাই।**—পাচে বৰাহী-মৰাণৰ কুঁৱৰী চাৰিজনা আনিলে। ৰজাদেৱে কনিয়া চুঙ্গকৰাক ভাত খুৱাই পঠালে। কোনে কি বোলে শুনিবলৈ মানুহ পঠালে। মৰাণে একো নুবুলিলে। বৰাহীহঁতে বোলে, "ৰান্ধিব নেজানে, ভাল বস্তুকো বেয়া কৰে," এই বুলি গল। আকে শুনি কলেহি ৰজাত। একদিন বৰাহী জীয়েক কুঁৱৰীক ভাত সিজাব দিলে। বজাদেৱে ভাত-শাক খাই ভাল পালে। বোলে, তই

কেতেক ভাত ৰান্ধিবি ? তোৰ ভাই-বঙ্গহ এটা ভাত ৰান্ধিবলৈ আন। কুঁৱৰীয়ে বোলে, মোৰ বঙ্গহৰে এটা লগ লাগে। পাচে কুঁৱৰী আনি বঙ্গহৰে চাঙ্গমাই ললে। সেই বেলাৰপৰা বৰাহী হল। ১৮ ॥

**বৰাহী মৰাণ নগা বশ।**—খৰি-পাত যোগাবলৈ যি বৰাহী মৰাণ আহে, দেখে মৰাণে দা পাৰি বহে, বৰাহীৰ চুৰিয়া মাটিত লুটি যায়। ৰজা বোলে, খৰি দি মৰাণ যাব। চ'ৰাত মৰাণ নবহিব। বৰাহীক বোলে,—"তহঁতৰ চুৰিয়াৰ আগ মাটিত লুটিবৰ দেখিলে চুৰিয়াৰ আগ কাটিম।" মৰাণে কথা ললে, বৰাহীয়ে নললে। চুৰিয়াৰ আঁচু বঙ্গা, কলীয়া ক'তো, কাম কৰা লেচেকৈ পিন্ধিবৰ দেখিলে যেন কাটে। ৰজাদেৱ এনেকৈহে বৰাহীক বশ কৰিলে, নগাকো। ১৯ ॥

**চুকাফাৰ মৃত্যু।**—একদিনা পাকত শতখিন গুচাই পখৰা যোৰা মেলিলে। মৰাণৰ বৰাহীৰ দেওঘৰত আমাৰ ৰজাৰ নামে বলি দিলে। দেৱকো পোনালে। এইৰূপে ৰজা মোৰাই ললে। দুই পুতেক, এক জীয়েক। গাভৰুক খুনচেঙ্গত দিলে। ৩৩ বছৰ ভোগ কৰিলে। লাক্নি খুতচানত হৰাল। ২০ ॥

**চুতেওফাৰ কছাৰী ৰাজ্য বশ।**—তানপুত্ৰ চুতোফা ৰজা হল। চুখ্ৰানফাৰ ঠাইক মানুহ পঠালে বাৰ্ত্তা জনাবালৈ। চুখ্ৰানফায়ে বাৰ্ত্তা সুধিলে। সোণৰ-ৰূপৰ টুপী, কাৰফাই ধনু দুখন দি পঠালে। আত অনন্তৰে কছাৰী ৰজাৰ এখেলৈ মানুহ পঠাই বোলে,—"ই মোৰ ৰাজ্য। তাৰপৰা আন্তৰি যাওক। মোৰ মাটিত কেনেকৈ পুখুৰী খানি ঘৰ সাজি আছে ? যদি থাকিব মোক খুত দিব।" কছাৰীয়ে বোলে,—"আতি বৰকথা। তিনি পুৰুষ আতে আছোঁ, কোনো অধিকাৰ নহল। এতিয়া অধিকাৰৰ প্ৰমাণ কি ?" আমাৰ মানুহে বোলে,—"ৰাতি নউ পুৱাওঁতে যদি তাৰেপৰা খানি তিনি বেওঁ দ'য় কৰি দিখৌত পেলাব পাৰে, তেহে তোমাৰ ৰাজ্য।" কছাৰী ৰজা বোলে,—"আজিয়ে পেলাম। তই চাই থাক। পুৱালে তোৰ ৰাজ। ৰাতিৰ ভিতৰত দিখৌত পেলাব পাৰিলে মোৰ ৰাজ।" এই শুনি

আমাৰ এক মানুহ আহি জনালে। আমাৰ ৰজা বোলে, বিস্তৰ কুকুৰা লৈ হাবিত থাকিবি। কছাৰীয়ে বোলে, গধূলিবেপৰা খানি নৈকোখ পালেহি, হাবিৰ কাৰণে নিয়ম কৰিব নোৱাৰি, কিছু পাক লাগিল। দুশমান বেওঁ আছোতে ৰাতিৰ মাজনিশা হল। আমাৰ-বোৰ ডবিল ; বোলে, নৈত পেলাইছিহে। এইবুলি কুকুৰা উজাৰি দিলে। সি ডাক দিব ধৰিলে। জোনাক ৰাতি নিয়ম নাপাই পুৱাল বুলি এৰি দিলে। এতেকতে আমাৰ ৰাজ্য হল। কছাৰী চাৰিঙ্গত ৰলগৈ। কছাৰী গলত নগায়ে মোৰালেহি চুতুফা ৰজাৰ দিনত। লাক্লি তাওচিঙ্গাত হৰাল। ভোগ ১৩ বছৰ। ২১॥

**গোহাঁয়ে ৰজাক পোহে।**—এওঁৰ পুত্ৰ চুবিনফা ৰজা হল। সেইবেলা মানুহ নিয়ম কৰিলে। দুই গোহাঁইক বোলে, তইঁতে মানুহ দুফলীয়াকৈ পালী দিবি। মোক দুই-একদিন পুহিবি। আৰবাজে হৰাপোঁৱা মানুহ দুই-চাৰিকৈ ভাল-ভাল মানুহকো লগত দিলে। এইৰূপে নিয়ম হল। একদিন বুঢ়াগোহাঁইৰ যোগান টুটা দেখি ৰজা খঙ্গ কৰি ডাবি দিলে। বুঢ়াগোহাঁই মনত দুখ কৰি গুচি গল। কলৈ গল বতৰা নাপালে। ২২॥

**বাওুকিয়াল বৰগোহাঁই।**—একদিন টিঙ্গৰাইত হাতী ধৰিলে। তিনিটা হাতী পাই বৰগোহাঁইক এক হাতী দিলে। ৰাজায়ো দুই হাতী ললে। ৰজাৰ হাতীলৈ বৰা-বুৰুকে ঘাঁহ আনি দিয়ে। যেতিয়া যেয়ে পাই সেয়ে দিয়ে। বৰগোহাঁইৰ হাতীলৈ আহোমক আনিবলৈ দিলে। মন গলে আনে, মন নগলে নানে। বৰগোহাঁয়ে আপুনি ঘাঁহ কাটি আনে। এদিন ঘাঁস নাইকোতে গধূলি বৰগোহাঁই আপুনি গল, বতাহ-বৰিষণত দুখ পালে। বৰগোহাঁয়ে বোলে, এনে দুখ হলে হাতী বা কেলেই লাগিছে। ৰজাত আনদিনা কলে, বোলে, হাতীয়ো নালাগে, বৰগোহাঁয়ো নহওঁ। সেইবেলা চাউকাঙ্গ বাওুকৰ জী কুঁৱৰী আছিল। তেওঁ বোলে, মোৰ পুচাউক হাতী দিয়োক, বৰগোহাঁয়ো পাতোক। সাত পুতেকৰ সাত বোৱাৰী, এমুঠাকৈ আনিলে চৈধ্য

মুঠা হল। পাচে ৰজায়ো কুঁৱৰীৰ বচনে চাউকাঙ্গ বাগুকক বৰগোহাঁই পাতিলে। ২৩॥

**টঙ্গচু নগাৰ গাওঁ।**—একদিন দিখৌ পাৰ হুই ৰজা পহু মাৰিবলৈ গল। ৰজাৰ লগত মানোহ অনেক লৈ গৈছিল। সেইবেলা নগা বনৰপৰা ওলাই খেদি আহিল। ৰজাক পাচে থাউমুঙ্গতাৱে আগভেটি পেটত হেঙ্গদানেৰে ঘা মাৰিলে। নগায়ে চাই আছিল জুম লৈ। তাতেহে নগায়ে কাটিব পাৰিলে। ৰজা বোলে, বন্দী নগা বাঘ, তাক যে কাটিলে, ই টংচু গাৱঁৰো নাম টংচু ৰল। মাহৰো নাম টংচু হল। টং বুলি বাঘ, চুহ বুলি খেদি যোৱা। পাছে ৰজা পহু নামাৰি গুচি আহিল। তাৰেপৰা নগাৰে বিবাদ লাগি থাকে। চুবিনফাৰ ভোগ বাৰ বৎসৰ। লাক্লি তাপৰাত হৰাল। ২৪॥

**চুখানফা।**—এওঁৰে পুত্ৰ চুখ্ৰান্‌ফা ৰজা হল। তান ভোগ ১ বছৰ। লাক্লি খুতমিতত হৰাল। ২৫॥

**কমতা বিজয়।**—ত্যাউচুখান্‌ফা ৰজা হল। তেওঁৰ দিনত কামতা পুৰক জিনি ৰাজনী-ভাজনী তুই কন্যা আনিলে। ৰাজভোগ ৩২ বৎসৰ। লাক্লি প্লেকঙ্গিত হৰাল। ২৬॥

**চুতুফা।**—আতপাচে পাঞ্চ বৎসৰ অৰাজ্যে আছিল। সকলে আলচি কলে, লাহনজী গাৱঁৰপৰা আনি চুতাওফাক ৰজা পাতিলে। পূৰ্ব্বৰ চুকাফাৰ এক পুতেকৰ ফালৰ চুটিয়া ৰজাৰে সাজি বঁধাইছিলে, প্ৰীতি হই আছিল। পাচে চুটিয়া ৰজায়ে ছলকৈ নি ধৰিলে, ভতৰাৰে গচকাই মৰালে। লাক্লি খুতঙ্গিত ত্যাওচুতাওফা হৰাল। তিনি বৎসৰ ভোগ। ২৭॥

**ত্যাওখামথি ৰজা।**—আতপাচে ত্যাওফা-খ্যাতমাথি ৰজা হল। দেশত অন্যায় হল। কুঁৱৰীৰ অধীন হল। কুঁৱৰীৰ অপদ্ৰৱত ৰাজ ৰব নোৱাৰে, ছোৱালী বিলাই, মাটি বিলাই, ভাল বহত পালে কাঢ়ি আনে। এনেৰূপে অপদ্ৰৱ পাই ৰজাত কলেও একো নোসোধে। পাচে সবেও আলচি ফুনছি কৰিলে, লাক্লি কামাওত। ৰাজ ভোগ ১৩ বৎসৰ। ২৮॥

**শপতকৰীয়া গাওঁ।**—তেওঁৰে ভাই চুচেঙ্গ বকতাত আছিল। তেওঁক ৰজা লবলৈ সবেয়ো গল। গোহাঁইবোৰ পৰ্য্যন্ত প্ৰজাক দেখি ডৰিলে। গোহাঁই বোলে, তইঁত কলৈ আহিছ। ইবোৰে বোলে, তোমাৰ ককায়েৰৰ অপত্ৰৱত নোৱাৰি ফুনছিঙ্গ কৰিলোঁ। তোমাক ৰজা লবলৈ আহিছোঁ। চুচেঙ্গে বোলে, মোকো তেনে কৰিবি, মই ৰজা হব নোৱাৰোঁ। ইভোৰে বোলে, আমি শপত কৰোঁ, তুমিও শপত কৰা। আমিও তেনে নকৰোঁ, তুমিও ককায়েৰৰ ঠেনা নকৰিবা। ৰজাও ভাল বুলিলে। যাঠিৰে পুখুৰী খানি, গৰু-গাহৰি কাটি তাতে হাত জোবোৰাই শপত কৰিলে। তাৰ নাম থাকিল শপতকৰীয়া, শপত কৰাই নিমিত্তে বোলে। ২৯ ॥

**থাউমুং বুঢ়াগোহাঁইৰ পুতেকৰ পৰিচয়।**—পাচে চুচেঙ্গ ৰজা হল। সেইবেলা মৰাণে খৰি যোগায়। একদিনা মৰাণে খৰি দি কাণমাৰি লৈ যায়। চাংমায়ে বোলে, ইহঁতে যে নিনিয়ে তই কেনেকৈ নিয়? এইবুলি জোঁটা-জুটি কৰিলে। পাচে কাণমাৰিৰপৰা তৰাল ওলাল। হেঙ্গদান সবাকে দেখালে। ডাঙ্গৰীয়াসকলে দেখি বোলে, থাউমুঙ্গ বুঢ়াগোহাঁইৰে হেঙ্গদান। ই কেনেকৈ পালে? পাচে খৰিভাৰিত সুধিলে, তই হেঙ্গদান ক'ত পালি? সি বোলে, মোৰ বুপাৰ হেঙ্গদান। ইভোৰে বোলে, তোৰ বাপেৰে ক'ত আছে? সি বোলে, মৰিল, আই আছে। পাচে সবেয়ো ই মৰাণনীক আনি সুধিলে। তাই বোলে, ক'ৰবাৰ মানুহ চাপি আছিল মোলৈকে। তেওঁৰে ফালৰ পোটি। মৰিবৰ সময়ত পুতেকক হেঙ্গদান দিলে, বোলে, তই নেৰিবি। ৰজাৰ হেঙ্গদান চিনোতা আছে। এতেকে মোৰ পোৰে হেঙ্গদান। পাচে ডাবুকা মৰাণনীৰ মুখে বুঢ়াগোহাঁইৰ পুতেকহেনে জানি ৰজা লগত লৈ বাপেকৰ বিষয় দিলে থাবুক-বকলক। ৩০ ॥

**চুচেংফাৰ মৃত্যু।**—সেইবেলা ৰাজনী কুঁৱৰীৰ পুতেক ১ চাৰিংৰজা তাচুলাই, থাওমুংলুং বৰগোহাঁই, তামেৰা, এই তিনি বঙ্গাললৈ গল।

পাচে উপায় কৈ আনি তিনিকো মাৰিলেনি। চুচেংফা ৰজা হ'ল। ৰাজভোগ ১৩ বৎসৰ। লাক্লি কাপচানত হ'ল। ৩১ ॥

**বামুণী কোঁৱৰ।**—সেইবেলা নও বৎসৰ অৰাজ্য আছিল। খুনতাইহে ৰজা হবৰ কৰিছিল, ৰজা কেওঁ নামানিলে। সেইবেলা থাউমুং চেঙ্গখামে আহমে উত্তৰত গৰু কিনিবলৈ গল। চুহানক দেখি কথা-বতৰা হই ৰাজকুমাৰহেন জানি ডাঙ্গৰীয়াসবত কলেহি। ইবোৰেও আনিবলৈ মানুহ পঠালে। সবেয়ো বুলি পঠালে, আনগৈ। আনক বুলিলে কুমৰে, একেলগে ফুৰা-থকা বামুণৰ লৰাক ৰজা পাতিব যদি মই তেবেসে ৰজা হওঁ। বামুণৰ লৰা সাতুটিক হাতী-ঘোঁৰা দি আনিলে। তাৰেপৰাহে বামুণ কোঁৱৰ বোলে। উজনিয়ালক বোলে উজনিয়াল কোঁৱৰ, নামত যাক পাতিলে নামনিয়াল কোঁৱৰ বোলে। পাচে ঢলা নদীয়ে উজাই চৰগুৱাত নগৰ কৰি আছিলে। ৩২ ॥

**কুঁৱৰীলৈ আলহিৰ উপহাৰ।**—চুচেংফাৰ তিনি জীয়েক বিহা দিলে। তিখ্‌ুংৰ বঙ্গহত এটা, থাউতানৰ ভায়েকত এটা দিলে। খুনতাইৰ জীয়ৰীৰ নাংচেঙ্গ তাচুলাইৰ মুখলৈ চাইছিলে। তাচুলায়ে আসৈই পাই লিগিৰাৰ হাতত বাখৰাম আঙ্গুঠি এটা দিলে। তাকে থাওমুংতাৱে দেখি কলে। পাচে ইবোৰ গৈ নৰাত সোমাল। কতো ধৰি-মাৰি তিপামৰ বৰশিলত মূৰমালা বান্ধিলে। চুৰঙ্গখানৰ ৰজা তিপামৰ কুঁহিয়াৰবাৰীত নগৰ কৰিব নোৱাৰি গুচি গল। তাৰপৰা তাচুলাই, তামেৰা, তিপাম, এইভোৰ কমতাপুৰত সোমালগৈ। কমতাপুৰে সেইবেলা বঙ্গালেৰে যুজিবলৈ আমাৰ ৰজাত মানুহ খুঁজিলে। কন্যা দিবলৈ সুধি পঠালে। আমাৰ ৰজায়ো বঙ্গালক মৰালে। লাক্লি ৰুংৰাৱত হ'ল। ৰাজভোগ ১৫ বছৰ। ৩৩ ॥

**ত্যাওফা-চুফক।**—ত্যাওফা-চুফক ৰজা হল। একদিন দিনতে আন্ধাৰ হৈ আছিল। আখামপা নগা আহি ৰবিলো বুলি শপত কৰি বিস্তৰ মানুহ কাটিলে। ৰজায়ো কিছু ঘা খালে। ত্যাওফা-চুফকৰ ৰাজভোগ ১৮ বৎসৰ। লাক্লি কাচৌঁত হ'ল। ৩৪ ॥

**চুহান্‌ফা।**—চুহান ৰজা হল। টংচুত গড় বান্ধি কছাৰী ৰণলৈ ডা-ডাঙ্গৰীয়া সমনিতে ফুলুংখামপেঙ্গক পাঞ্চিলে। কছাৰীয়ো মাৰি-ধৰি খেদি আনি দিখৌ পাৰকৈ থলেহি। ফুলুংখামপেঙ্গ হাতীয়েৰে দিখৌ পাৰ হৈ আহিল। কছাৰীৰ নাংজি নামে কন্যা এটা, হাতী এটা দি পঠালে। ৩৫ ॥

**ফুলুংখামপেঙ্গ বৰগোহাঁই।**—থাওবন্দুকৰ চাৰিপুতেক ক্লিংলুন, চাউতুঙ্গ, লাঙ্গিপুঙ্গ, লাটবান। ডাইনীৰ জীয়ৰী আনিলত হাবিতে এৰি আহিল। লাঙ্গিপুঙ্গ নেওগে নাগিনী কুঁৱৰীৰে চোৰ পাই লংকেকত পাতিলে। ক্লিংলুনৰ পুতেক ফুলুংখামপেঙ্গক বোলে,—নহয়, লাঙ্গিপুঙ্গৰহে পুতেক। নাগিনী কুঁৱৰী মাক। ফুলুংখামপেঙ্গক চুলুং নাম দিলে। লানতৰুবানক ৰজা ধানচোৰ পাই ডাঁৰিলে। সি চাঙ্গৰ চোঁচ সলাওঁতে খোচ মাৰি ৰজাক মাৰিলে। লাক্লি মুংকৌত চুহান ৰজা হবাল। ৰাজভোগ ৪ বৎসৰ। ৩৭ ॥

**চুহুংমুং দিহিঙ্গীয়া ৰজা।**—তানপুত্ৰ ত্যাওচুহুম মহাৰাজা হল। চাউফ্ৰঙ্গক মাৰিলে। খুনতাইক দণ্ড কৰিলে। পূৰ্ব্বত টংচুত নগা ৰণত চাউকাঙ্গ বাণ্ডুক পৰিল। তাৰ পুতেক কনংৰাক নগা ৰণলৈ পাচিলে। সি নগৈ পলাই থাকিল। চুহুং ৰজাৰ দিনত এই দাইত নাংৰাকৰ পুতেক ভোকোলাক চৈয়নাত পাতিলেনি। ৩৭ ॥

**লুখুৰাখন।**—চুডাঙৰ দিনত বানকেক চৰাই কুকুয়াব দিলে। সেই চৰাই ৰজাৰ ঘৰৰ বন্দীয়ে খালে। পাচে নিৱন্ধ কৰিলে। ভাত সৰকাবৰ বেলা যি তাৰ লগত সোমায় সি লুখুৰাখন হল। ৩৮ ॥

**কনচেঙ্গ নগাকোঁৱৰ।**—পূৰ্ব্বে নগাৰে চুহান ৰজা সাজি বন্ধাইছিল। একদিনা পহু মাৰিবলৈ যাওঁতে এক নগায়ে লুকাই হাবিত দা-ফৰ লৈ আছে। ৰজাৰ সাজি নগায়ে দেখালত ৰজা উলটি আহিল। নগালৈ কুঁৱৰী এজনা দিলে। পাচে ৰজা আন কুঁৱৰীৰ মুখে শুনিলে, বোলে, লেচাইভানৰ জীয়ৰী ছমাহৰ গৰ্ব্ভৰে নগালৈ কিয় দিলা ? ৰজা শুনি খঙ্গকৈ থাকিল। পাচে নগাৰ ঘৰত কুঁৱৰীৰ

লৰা হলত ৰজা নগাত খুজি আনি তোলনীয়া পো বুলিছিলে। তেওঁ তেনেতে মৰিল। ৩৯ ॥

**তিনি উধান।**—তেওঁৰে পুতেক কাংচেঙ্গ। একদিন ত্যাওচুহুমে বোলে তুই গোহাঁই ৰূপৰ উধান, আমি সোণৰ থালি, আৰু এক উধান লাগে। গোহাঁইবোৰে বোলে, আগে পূৰ্ব্বৰ এক উধান যেন হল, এতিয়াও হব। ৰজা বোলে,—মোৰ বঙ্গহ। কংচেঙ্গক মানুহৰ ভাগ দিয়া, তোমালোকৰ লগত ল। সিবোৰে বোলে, মানুহ দিব নোৱাৰোঁ, লগতো নলওঁ। পাচে ৰজা খঙ্গকৈ বোলে, তহঁতৰ মানুহ নেলাগে, মই কি কৰিব পাৰোঁ চাওঁ। এই বুলি বৰাহী, চুটিয়া, যি হৰাপোৱা মানুহ সিবোৰত কৈ মানুহ বচাই দিলে। ত্যাও-কোঁৱৰ নাম দিলে। তাৰেপৰা তিনি উধান বোলে। ৪০ ॥

**কোঁৱৰৰ নিৰন্ধ।**—একদিন ৰজাদেৱে বোলে,—পূৰ্ব্বৰ ৰজাৰ যি নাতি-পুতি আছে, তাক চপাই মুঙ্গকাঙ্গ আনক। পাচে চপাই দিলত জীৱিকা দি যূথে-যূথে পাতিলে। ৰজা বোলে, দন্দেবাদে পুৰুষ উঘলাঘলি নকৰিবি। যি ঘালে, তাক মই কাটিম। মোৰ পো-নাতিকো কাটিম। আৰু ৰজাসকলৰ লৰা কোনো ঠাইত আছে ভয়ত, তাকো চপাই আনি পাতিলে। ৰজা বোলে, "যি জহৰা হৈ আছে সি কোঁৱৰ নাম কিয় লব? তাকে সন্দিকাই বুলিব। আতে প্ৰমাণ্ণ হব। সি আহোমেৰে বহা-খোৱা কৰিব। আহোমে তাৰ পাতৰ খাব। সন্দিকাইৰ পুৰুষ নাঘালিব আহোমে।" ৰজা বোলে, —"তুই গোহাঁইৰ পো-নাতিয়ে ৰজাসকলৰ জীয়ৰী আনিব। তুই গোহাঁইৰ জীয়ৰীও ৰজালৈ দিব। বৰপাতৰৰ জীয়ৰী ৰজায়ো নানিব, নিদিবয়ো।" বৰপাত্ৰত এই নিৰন্ধ ৰজাৰ। ৪১ ॥

**চুটিয়া ৰণ।**—তাৰেপৰা লাক্লি ডাপচৌত, চুটিয়া ৰজা আসি দিখৌমুখত পচলাগঢ় বান্ধি ৰণ ধৰিলেহি। আমাৰবোৰে ৰণ ধৰি শধিয়া ঠেকালেনি। চুটিয়ায়ো তাৰেপৰা মানুহ পঠাই বোলে,—মই বৰিলোঁ, তাতে থাকক, নাহিব। আমাৰবোৰে বোলে,—সোণৰ

মেকুৰী, সোণৰ খাট, সোণৰ দণ্ড, আকে দিব। আমি খেমা কৰিম। এইবুলি পঠালে। সিয়ো কলেগৈ। তাকে নেদি সোণৰ খাৰু, কেৰু, নড়াকাপোৰ, আমাৰ ডাঙ্গৰীয়াসকললৈকো দিলে, ৰজালৈকো দিলে। বুঢ়াগোহাঁইলৈ যি নড়াকাপোৰ দিলে তাতে ভিতৰত চুৰি এখন দি পঠালে। পাচে বুঢ়াগোহাঁয়ে ৰজাক দেখালে। সবেয়ো আলচি বোলে,—চুটিয়ায়ে আমাক ধৰিব খোজে। এইবুলি আমাৰভোৰে খেদি গল। চুটিয়াক ধৰিলেগৈ। সিয়ো নগৰৰপৰা ওলাই চন্দ্রগিৰি পৰ্ব্বতত উঠিলেগৈ। আমাৰ সৈন্য হিৰ দি খেদি গল। তাৰ শিলৰ দলিত চাপিব নোৱাৰে। আমাৰ সৈন্য হুসকি ৰল। আমাৰ মানুহে ঘিলালতাত ধৰি পাচ ভেটিলগৈ। ৰজায়ো ফাজংমুলৈ কাণ্ড মাৰিলে, নালাগিল। চুংডাঙ্গৰ চেৰচং শইকিয়াকে যাঠি মাৰি মূৰ কাটি ললে। জংমুঙ্গে বৰকুঁৱৰীৰ মূৰ কাটি আনি পেলালেনি ডাঙ্গৰীয়া সবত। পাচে ৰজাদেৱো চুটিয়াৰ নগৰ চাই যি পালে নাৱে ভটিয়াই দিহিঙ্গলৈ দি পঠালে। ফ্রাচেংমুং বৰগোহাঁয়েৰে ৰজা আহিল। ৪২॥

**চুটিয়া ৰণত পোৱা বস্তু।**—ত্যাওচুঙ্গৰিঙ্গকুংবিন-কাইতাৰাক খেদিলেগৈ। তাৰ বহুতৰ লেখা, হাতী ৩০, ঘোৰা ৬০, হিলৈ ৭৯; বাৰু, বৰ্চ্চা, দণ্ড-ছত্র, কেকোৰাদোলা, আৰোৱান, পিকদান, গৰু, মহ, আনো বিস্তৰ পালে। গণক, বামুণ, তাঁতী, সোণাৰী, কমাৰ, তেলী, মালী, ধোবা, চমাৰ, আনো বহু বিৰত্তিয়াল, বহুত আনো জাতি পালে চুটিয়া যুঁজত। ৪৩॥

**চুটুপীয়া ঘৰ।**—একদিনা বৰাহী মানুহে টুনি চৰাই এসজা ৰজাদেৱক ভেটিলেনি, কুড়িলাৰ সজা, দুই টুপ দিয়া, চাঙ্গঘৰৰ ঠেনা। ৰজা দেখি বোলে, আমাৰ মানুহক দেখাব। সেই ধাৰণে ঘৰ সাজিলে দুই টুপ দি। ঘৰ ভাল হল। ৰজা বোলে, এনেকৈ কেৱে ঘৰ সাজিব নেপায়। তাৰেপৰা বাধা হল। ৪৪॥

**বিবিধ কথা।**—আতপাচে ৰজাৰ দুই ভনীয়েকক ফ্রচঙ্গক এটা দিলে, চুঙ্গহনক এটা দিলে। ৰজাৰ কুঁৱৰী মুংখ জীয়েকক, থীমৰৰ

জীয়েকক, কানমুঙ্গৰ জীয়েকক, এই তিনিক দেবীঘৰ লোৱালে। শধিয়াৰ অপদ্ৰৱ শুনি নড়াৰ পাচে কতোদিন থাকি নড়া গুচি গল। পুনু আসি ৰজাদেৱক সেৱা কৰিলে। ৪৫ ॥

**বৰাহী, মৰাণ, চুটিয়া সংগঠন**।—আমাৰ ৰজায়ো বঁটা-বাহন বিস্তৰ দিলে, কন্যাকো দিলে। পূৰ্ব্বে যি চুকাফায়ে যি বৰাহী মৰাণ পালে থামিথুমা, থাকুনথা, থাকুন্‌খুন্‌, এতিয়া তাৰ নাতি-পুতিক চৰগুৱা, পাইবেলাত, দিহিঙ্গত, জাঁজিত, বাঘচৌত, কতোক লঙ্গককত পাতিলে। আনো থানে-থানে পাতিলে। এই চাৰিক চুটিয়া নাম দিলে। সামান্য বৰাহী, মৰাণ, চুটিয়া, কছাৰী, লুখুৰাখুন, ইহঁতৰ যি মানুহ হই তাৰ নাম নাকাটিব, চেটিয়া বুলিব। আহোমক নুবুলিব। চুটিয়া হিন্দুমতে। পূৰ্ব্বত আহোমৰ মানুহৰ নাম হৰাল। পুৰণি মিহলি হল। জনাবোৰত চিন ৰল। তাক ৰাখিব দিলে। ৪৬ ॥

**শদিয়াত ফ্ৰাচেংমুন বৰগোহাঁই**।—বৰগোহাঁইক চুটিয়া ৰাজ্যত থাকিব দিলে, ৰাজ্য বশ কৰিবৰ নিমিত্তে। শধিয়াৰ মানুহে বৰ-গোহাঁইকে ৰজা মানিলে। এই কথা ৰজা শুনি বৰগোহাঁইক মাতি পঠালে, বৰগোহাঁই নাহিল। পাচে বুঢ়াগোহাঁয়ে শধিয়ালৈ গল। বৰগোহাঁইক উপায়কৈ নাৱত তুলি আনিলে। ৰজাদেৱক সেৱা কৰিলেহি। ৰজায়ো খঙ্গকৈ দাবে গদিয়ালে। বৰগোহাঁই সেৱাকৈ গাদি ললে। ৰজায়ো চ'ৰাত বহিল। সেইদিন ধৰি বুঢ়াগোহাঁই শধিয়াৰ ৰাজ খায়। ৪৭ ॥

**কছাৰী কৰতলীয়া**।—দেৱৰগাৱঁত, মৰঙ্গিত কছাৰী আছিল। আহোমে বাদ কৰিলে, বোলে, একে ৰাতিৰ ভিতৰতে ন-হাত দ' পুখুৰী হব, পানীয়ো ৰব, যেয়ে পাৰে তাৰে ৰাজ্য হব। এই গছে যাৰে ৰাজ্য বুলি কয় তাৰে ৰাজ্য হব। কছাৰীয়ে বোলে, হব। এইবুলি পুখুৰী খানিলে, দুয়ো ফৈদে দুটা। কছাৰী পুখুৰী খানি গধূলি গল, আহোম নগল। ৰাতি বোকা আনি তলিত পেলালে। পানীও আনি ভৰালে আহোমে। পাচে সেইনিশা ঘৰলৈ আহিল।

গছৰ খোঁদত আহোম এটা সোমাই আছিল। আনাকাদিনা ছুয়ো ফৈদে চালেহি, কছাৰীৰ পুখুৰীত পানী নাই। আহোমৰ পুখুৰীত পানী উপচি আছে। পাচে গছতো সুধিলে সেৱাকৈ। গছে বোলে, আহোমৰহে ৰজা, কছাৰীৰ ৰাজ নহয়। পাচে কছাৰীয়ে দেৱৰ-গাৱঁলৈ সোণৰ-ৰূপৰ অলঙ্কাৰ দি সেৱা কৰি ডেমেৰালৈ ভাগি গল। পাছে চুহুমফা ৰজাদেৱে এই কছাৰীক বহুবাৰ যুঁজিলে, আৰু চেং ৰজাক খুনখৰাক ধৰি আনিলে। সিয়ো হাতী, ঘোঁৰা, ৰূপ এশ আনি ৰজাদেৱৰ পাৱ চুই সেৱা কৰিলে। তাক শিকালে-বুজালে,—হঠাতে ক্রোধ নকৰিবি তই। তই ৰাঙ্গৰ ঠেনা নকৰিবি। এইবুলি ৰজাদেৱে হাতৰ আঙ্গুঠি দিলে বাখৰাম। ৰজা বোলে,—তোৰ খাটনিয়াৰ পাঁচোটা আহিব। আমালৈ ঘোঁৰা দিবি ২০, বুঢ়াগোহাঁইলৈ দিবি ৩টা; মৰঙ্গিখোৱালৈ দিবি ১টা, এই নিৱন্ধ। ৪৮॥

ভুঞা।—আতপাচে বৈয়ত ভাঙ্গি আনিলে। বিস্তৰ ৰাজত মানুহ পাই থানে-থানে পাতি ভুঞাহতক নিৱন্ধ দি মেলি পঠায়। ৪৯॥

কৰতোৱা বিজয়।—সলাত গড় বান্ধি থৈ উত্তৰে-দক্ষিণে যি ৰাজ পায়, তাক মাৰিবৰ মন কৰিছে। যায়োঁতে বিশ্বসিংহে আহি ৰাজ্য মাগিলেহি। আপুনিয়ো বৰিল। তাক উত্তৰে কাজলীয়ে, দক্ষিণে বৰনদী সীমাকৈ হাজোৰপৰা গৰিয়াক মাৰি খেদি নি কতোদিনে ঘোৰাঘাট পায়, তাতে বৰ ডাঙৰ যুদ্ধ হল, সাতদিন সাত-ৰাতি। পাচে বঙ্গাল ভাগি গল। কৰতীয়া নৈত খাণ্ডা পখালিলে।

তাতে কতোদিন থাকি আলি-পুখুৰী খানি, তাতে আছোতে গৌড় ৰজায়ে এছানালে ভাল মানুহে কলেহি, গৌড়েশ্বৰে বুলি আহিছে আমালৈ যি হৈ লৈ আহক; এইবুলি কলে। সি কলত তাৰ ৰজা নাহি ভায়েকক পঠালে, তাৰ হাতত ৰূপ ১০০০, ঘোঁৰা ৩০, দায়বাৰু ৬২, বছৰি-বছৰি এইৰূপে দিব বুলি কবুলি কৰিলে। আমাৰবোৰে ছমাহ থাকি বাৰী পাতিলে। পুখুৰী খানি তাতে এক

দৌল বান্ধি আহোম নিয়মে গৰু-ম'হ কাটি স্বৰ্গদেৱলৈ উচৰ্গি আহি কামৰূপলৈকে আলি বান্ধিলে। কৰতীয়া গঙ্গাৰ কোখত পুখুৰীপাৰত খুটা পুতি সোণৰ পানী চৰাই খুটাত লিখা-পত্ৰ কৰিলে, বোলে,— "অনাযুদ্ধে যি ৰাজ্য লব তাৰ পিতৃ-পিতামহ নৰকত পৰিব, হাৰিয়ে ঝাটেৰে কোবাব, তিৰুতাৰ মেখেলা পিন্ধিব।" এই নিৱন্ধ কৰি আহিল। ৰজাত কৈ আহিল ই কাকত। ৫০ ॥

**ৰাজচ'ৰালৈ ভুঞাৰ সমাগম।**—ভূঞাহঁত আহি গান্ধ, স্বওঁৰ, থঙ্গা ৰজাক ভেটিলেহি। ছমাহ থাকি যায়, অহাযোৱাকৈ থাকে। উত্তৰকোলত ৪ মাহ থাকি পুখুৰী খানি আহিল। দিহিঙ্গত দৌল বান্ধিলে, পুখুৰী খানিলে শিলিখাতলত, পানীচকি দি হাট পাতিলে দলৌগুৰিত। হালধিবাৰীত নগৰ কৰিলে। ভূঞাহঁত আহি থাকে, ৰজায়েৰে কথা হই থাকে। ৰজা বামুণহঁতক বাদ কৰাই ৰঙ্গ চাই থাকে। পূৰ্ব্বে বাৰু নাছিল, ছাৰিব নাজানে, ভূঞাৰ পৰাহে হল। আমাৰ কাৰফাই ধনুহে আছিল, চুটিয়াত চুটিয়াধনু পালে। পিঠিয়ে জোৰ দিয়া চাৰিহাত দীঘলে তাক ৰৰধনু বোলে। তাকে মৰাই ৰঙ্গ চাই থাকে। সি ভূঞাহঁতে কথা শুনি বাদ কৰাই চালে, সি ৰাজকথা-বাৰ্ত্তা কলে, গঙ্গা জগন্নাথৰ কথা, দেশৰো কথা কলত হিন্দুদেৱ বুলি থৈ আহিবলৈ দিলে। ৫১ ॥

**গড়গঞা ডেকাৰজাৰ বিৰোধ।**—ৰজাৰ দুই জীয়েক, বৰগোহাঁইৰ নাতিয়েকত এক জীয়েক দিলে, বুঢ়াগোহাঁইৰ পুতেকত এক জীয়েক দিলে। নাপাই বুলি বুঢ়াগোহাঁয়ে নানে, ৰজা বলকৈ দিলে। টংচু সন্দিকাইত একজনা দিলে। একদিনা ৰজাদেৱে ডেকাৰজাৰে কুকুৰা যুঁজাই বোলা-বুলি লগাই গুচি আহিল। একদিন ৰজা গড়গাঁৱলৈ আহিল। ৰজা সেই সময়তে সকগোহাঁইক কোলাকৈ আছিল। ডেকাৰজায়ে বাপেক ৰজাক সেৱা কৰিবলৈ আহিল। গোহাঁইক দেখি সেৱা নকৰি মথৰীত আৱজি ৰল। পাচে উলটি আহিল। ৰজায়ো থঙ্গকৈ থাকিল। ৫২ ॥

**তুৰ্ব্বকৰ পৰাজয়।**—সেইবেলা বঙ্গালৰ ৰজায়ে তুৰবক নামে এক নবাবক পঠালে। সিয়ো আহি খাৰৈ পালেহি। আমাৰ ৰজায়ে বাৰ্ত্তা পাই ধৰিব দিলে। ফ্ৰাচেঙ্গমুঙ্গ বৰগোহাঁই পৰিল, একুৰি হেঙ্গদানধৰা পৰিল, কৰিং একুৰি পৰিল, থাওমুঙ্গকিংখাম পৰিল। হোঁসকি আহি ৰলহি। তেওঁৰে সলনি তনখামক বৰগোহাঁই পাতিলে। আমাৰবোৰৰ নাৱ-নাৱৰা হোঁসকাই আনিলে। ৰজা খেদি যাব ধৰিলে। গড়গঞা ৰজাক তৰে যাব দিলে। সবেও খেদি গল। পাচে দিনচাৰেক থাকি নাৱ-নাৱৰা যতনকৈ লৈ দুই দিকিৰপৰা যুদ্ধ ধৰি বঙ্গালক ভঙ্গালে। সিয়ো হোঁসকি গল। বহুত সৈন্য পৰিল। তাৰ আহিলা-পাতি বিস্তৰ পাই সলাত ৰলহি। পাচে দিনচাৰেক থাকি দিহিঙ্গলৈ আহিল। গড়গঞা ৰজা পাচ পৰিল। ৫৩ ॥

**মাটিৰ তলত বিয়াগম পুৰুষ।**—সেইবেলা তুৰবকে প্ৰীতি হওঁ বুলি যৌত সমে কন্যা দিলে। সেই কন্যাৰ কাৰণে পিতা-পুত্ৰৰ বিৰোধ হল। অৰ্দ্ধেক লোকেৰে আলচি যুদ্ধ নেৰিবি বুলি শপত কৰিলে দিহিঙ্গত হাত জোবোৰাই। ৰণুৱাবোৰক বঁটা দিলে। বৰপাত্ৰক তামুলীকুঁৱৰী এজনা দিলে। পাচে ডেকাৰজা নাযাবৰ হৈ বৰগোহাঁইক পঠাই আনিব দিলে। ডেকাৰজা নাহিল। একদিন ৰজা চ'ৰাত ওলাই নগাৰে সীমাকৈ গড় বাঁধিব দিলে। প্ৰথমৰ হজ খানোতে এক মানুহ ওলাল। বা-বিচনীত কোৰৰ চাব লাগিল। সি যুবয়া ছাঁ হেন ওলাল। পাচে সেই মানুহে বোলে, মোক কিয় তুলিলি? আমাৰ মানুহে বোলে, নাজানি তুলিলো। সি বোলে, লোহিত কোনপিনে গল? আমাৰ মানুহে বোলে, উত্তৰ পৰ্ব্বতৰ সমীপে গৈছে। সেই মানুহে বোলে, কলিকাল হল, মোক পুতি থ। ইহঁতেও পুতি ৰজাত কলেগৈ। ৰজা বোলে, কিমান ডাঙ্গৰ? সিহঁতে বোলে, বা-বিচনীহে দেখিলো, এটা হাতীৰমান হব। পাচে গড় নাবান্ধি আহিব দিলে। সেই পৰ্ব্বতৰ নাম দেৱপৰ্ব্বত থাকিল। তাৰে সমীপতে খুন্তু ৰজাৰ মৈদাম আছে। ৫৪ ॥

**লুহিত ৰজাই দিয়া সোণৰ ফণি।**—একদিন ৰজা কাশী নগৰলৈ গল। পাচে পহু মাৰি ৰঙ্গ কৰিবলৈ যাওঁতে লুহিতত জাল বোৱালে। জাল লাগিল। টেমেনিয়া ডোমে বুৰ দিলে। নোলাবৰ দেখি বৰপাত্ৰে বৰ দিলে। আপুনি দেখে লুহিত ৰজাৰ ঘাটত জাল লাগিছে। পাচে গুৱাপানেৰে তুতি কৰিলে। তুষ্ট হৈ জাল এৰুৱাই বোলে,—ডোমে মোৰ ওচৰলৈ আহে, তাতেহে মাৰি থৈছোঁ। সেইবেলা লুহিত, ৰজাৰ দুই কুঁৱৰীৰ ফণি সোণৰ ডাবদিয়া। তাৰে দুই বিবাদ কৰিছে। তাৰে এজনায়ে বৰপাত্ৰৰ গালৈ পেলাই দিলে, বোলে, আৰে নিমিত্তে বিবাদ লাগি থাকে, তই নে। বোলে, আক কি কৰিম? লুইত ৰজা বোলে,—থবি, ই থাকিলে ঐশ্বৰ্য্য মুগুচে। পাচে এওঁ মৰা যেন ওলালহি। পাচে কতোবেলি থাকি জীলত ৰজা বোলে, কি দেখিলি? বৰপাত্ৰ বোলে, যি দেখিলে সমস্তেখনি ৰজাত কলে, ফণিকো দেখালে। ৰজা বোলে,—তোলৈ দিছেনে মোলৈ দিছে? এওঁ বোলে,—মোলৈহে দিছে, তুমিয়ে লোৱা। ৰজা বোলে, যাক দিয়ে সেইহে পায়। ৫৫ ॥

**দিহিঙ্গীয়া ৰজা হত্যা।**—সেই বছৰত ধানৰ গছত চাউল হল। আনো শস্যসব বহুত লাগিল। ৰাজ্যবো সুখ হল। পাচে ৰজা তাৰেপৰা দিহিঙ্গলৈ আহিল। ডেকাৰজাৰ মাকক শপতাই পুতেকক আনিবলৈ পঠালে। কুঁৱৰীয়ো নাহিল। পাচে ৰজায়ে খংকৈ খেদি গল। জেৰাংকোখলৈ ডেকাৰজা ওলাল। তাতে ৰব নোৱাৰি ছুইঁকি তিবৈকোখে আহি দিখৌকোখ পালেহি। তাতো ৰব নোৱাৰি হেন জানি গাভৰুবোৰক আগকৈ পাৰ কৰাই পঠালে। ৰজা বোলে, ইবোৰ কোন কোন হলে? বোলে, দেৱতাৰ বোৱাৰীবোৰ, দেৱতাক আহিবৰ দেখি পলাই যায়। পাচে ৰজা দুখকৈ দিহিঙ্গলৈ গুচি আহিল। পাচে ডেকাৰজায়ে মানুহ পঠাই দিলে, কছাৰী কুঁৱৰী গালৈ। পাচনি বেটী পঠাই বোলে, পঠাওক। যেন-তেন প্ৰকাৰে মাৰি দিব পাৰে যদি বৰচাউ পাতিম, এই কথাতে সঞ্জাত বুজি ধন লেহেতিয়া

ভায়েকক তিৰোতা সাজ পিন্ধাই পঠালে। সি ৰাতি গৈ ৰজাক খুন কৰিলে। লাক্লি কামাওত। চুহুংফা ৰজাৰ ভোগ ৫৩ বছৰ। দিহিঙ্গীয়া ৰজাৰ কথা গত। ৫৬॥

**চুক্লেনমুং গড়গঞা ৰজা।**—যিখনিত যুঁজ লাগিল পিতা-পুত্ৰৰ সেইখনিক ৰণচেখাম বোলে। যিখনিত চেপি থলেহি তাকে চেপন বোলে। ডেকাৰজা স্বৰ্গৰজা হল। কছাৰী কুঁৱৰীৰ দুই ভায়েকক ৰাতমাল ধনক গাত খানি তলে-ওপৰে কাঁইট দি পুতি থলে। পাচে ভায়েকবোৰে শুনিলে বাপেক ৰজাক মাৰিবৰ। দেওৰজাত বাজে পাঁচ ভায়েক নামৰুপীয়া ৰজা, তিপাম ৰজা, মহঙ্গীয়া ৰজা, চাৰিঙ্গ ৰজা, দুবৰজা, এই পাঁচ ভায়েক এঠাই হৈ দীঘলমোৰত যুঁজ লগালে। গড়গঞা ৰজাক নোৱাৰি পলাই গল। ৰজায়ো খেদি গৈ ডিবৰুমুখত ৰণ ধৰিলে। ৰজা বেঢ়ি পাঁচকো ধৰিলে। তাতে মূৰমালা বান্ধি আহিল। ভায়েকহঁতক ধৰি আনি দিজৈমুখত মাৰি পুতি থলে। দেওৰজাক ৰাখিলে। পাঞ্চৰো কাজ কৰিলে। চুক্লিমুং নাম লৈ। ৫৭॥

**হেমনবাৰী বা গড়গাওঁ।**—দিখৌকোখে সীমা পাটমালি ভিতৰ কৰি নগৰ মেৰাই গড় বান্ধি লৈ তাত এঘৰ মানুহ গুচাব নোৱাৰিলে। তাক হেমনা বুলি মাতে। সি কঙ্গনথাওমুঙ্গ নাতি, বাঁজীবঞ্জা। ৰজাকো বৰকথা মাতে। সি বোলে,—মোৰ আবা কটা মাটি, ৰজা কি? এই নিমিত্তে নামফালে গড় কিছু খণ্ড হৈ থাকিল। সি মৰিলতহে গড় বান্ধিব পাৰিলে। এতেকেহে হেমনবাৰী বোলে, এতিয়াও। ৰজায়ে নগৰৰ গড়গ্ৰাম নাম দিলে। চাৰিখন দুৱাৰ দিলে। ৫৮॥

**দিখৌৰ কাষত মানুহৰ বসতি।**—সেইবেলা বানফা নগা মাৰিছে। দিখৌৰ দুইকোখে হাবি কাটি মানুহ বহিব দিলে। দহ-কুৰিয়ে এঠাইকৈ হাবি কাটে। কতোৱে অকলে কাটে। বাজ মাৰি অনা-বোৰে বোলে, তহঁতে মাগি খাম, এনে দুখ-বন কোনে কৰে, আমাৰ থানথিতে নাই। ৰজাদেৱে চাই ফুৰে। বোলে, দুখ কৰিলেহে সুখ হয়। তোৰহে পো-নাতিয়ে আধিকৈ খাব। এইবুলি ৰজাদেৱে

ৰঙকৈ থাকে। তাতপাচে বানফাঙ্গৰ নগা মাৰিলে। চুঙ্গডাঙ্গক দিখৌৰ দক্ষিণপাৰত মাটি দিলে। ৰজা হাবি কাটিবলৈ বিস্তৰ মানুহ দিলে। উত্তৰকূলীয়া উজীৰ যুঁজত আমাৰ মানুহ বিস্তৰ পৰিল। চুঙ্গডাঙ্গৰ বৰবৰা পৰিল। টংচু সন্দিকাই হুই পাচে বৰবৰা পাতিলে। ৰজা দিখৌৰ কোখত দ'ল বান্ধিব দিলে। দিহিঙ্গৰ নিয়মে এখেতো হাট পতালে। দিহিঙ্গৰ ঠানে নাম থলে। ৫৯ ॥

**টঙ্গচু বৰবৰা**—আতপাচে টংচু বৰবৰাক ৰজাদেৱে বংশ বৃদ্ধি নহওক বুলিলে। তাৰ কাৰণ কহোঁ।—দিহিঙ্গীয়া ৰজাৰ জীয়েক বানতুন নগাৰ লৰা এটি তুলিলে। পাচে আপোনাৰো এটি হল। পাচে ৰজাৰ জী ৰজাজোৱাই মৰিলত নগা লৰাক ভাগ নিদিয়ে। এই কথা গড়গঞা ৰজাত কলে। ৰজাদেৱে বোলে,—তই ভাগ দে, বায়ে যে তুলিলে। ই বোলে মই দিব নোৱাৰোঁ। সি ময়ে সমান নেকি? ভাগ নেদিবৰ দেখি একলখৰিয়া বান্ধত ৰজা খংকৈ তোৰ বংশ বৃদ্ধি নোহোক অধিকৈ, এইবুলি বৰবৰা ভাঙ্গি লাউতক পাতিলে। টংচু নগাকো ৰজা মাটি-বাৰী দি পাতিলে, ভাল মানুহ কৰিলে। ৬০ ॥

**ঘৰমূৰি এপোৱা**।—আতপাচে এপোৱাকৈ মানুহ ঘৰমূৰি তুলিলে বন কৰাবলৈ। বনকো নিয়মকৈ দিলে। আহোমে কতো বই, কতো নবই। ৰাজমাৰি লোৱাবোৰে, বোলে তাকে কৰে। গড়গঞা ৰজাৰ ৰাজভোগ ১০ বছৰ। লাক্লিমুংমাওত গড়গঞা ৰজাদেৱ হৰাল। ৬১ ॥

**নড়া কোঁৱৰ**।—তান পুত্ৰ চুবিম্‌ফা ৰজা হল। তিনি বৎসৰৰ পাচত আমাৰ ৰাজ্যত নড়াৰজা সোমালহি। তাৰ কাৰণ কহোঁ।—মানতৰাত ৰণ হাৰি আহি পাচে আমাৰ ৰজাৰ ভনীয়েকক খুজি গল। ৰজা নেদিলে। পাচে নড়াৰজা অসন্তোষ কৰি হাতী-ঘোঁৰা, বেটী-বন্দী যৌতক সমে দিলেনি। নড়াৰজা সেই কুঁৱৰীৰ হাতত চুৰি দিলে, আমাৰ ৰজাক মাৰিবলৈ। এই ভেদ তাৰে ভাল মানুহ এটায়ে কলে। পাচে ৰজা প্ৰমাণ পাই তাক ভাল মানুহ কৰিলে। আতপাচে নড়াৰজাৰ জীয়েকক জোৱাইয়েকক নড়াৰজা বোলে,—এনে কথা যে

কই, তোৰ ৰাজ্যলৈ ভাই বুলিহে আহিলোঁ। এইবুলি যৌতক দিয়া তাৰে তিনিটা মানুহ কাটিলে। এটা পলাই আহিল। পাচে আমাৰ ৰজা শুনি বুঢ়াগোহাঁইক ৰণলৈ পাচিলে। সেই ৰণত বুঢ়াগোহাঁই পৰিল। বৰগোহাঁইক পঠালে। এয়োঁ গৈ সেৱা কৰিলে নড়া ৰজাক। ৰজায়ো কান্দি বোলে, যেনে লাগে তেনে কৰ। এইবুলি নড়াৰজা আপোন ৰাজলৈ গল। পাচৰপৰা কতোবোৰ মানুহ এৰুৱাই আনিলে বৰগোহাঁয়ে। তাকে নড়া বোলে। তাৰে লগত নড়াৰজাৰ বঙ্গহ এঘৰ আহিল। তাকে নড়াকোঁৱৰ বোলে নড়াযুদ্ধত। ৬২ ॥

**আঠাবাৰী গাওঁ।**—বৰগোহাঁইৰ জীয়ৰী মিছাউ, সৰুমিছাউ, বৰ-মিছাউ, যমুনাকোখত পুখুৰী খানিলে। আনো থানে-থানে পুখুৰী খানি গণক বামুণক দান দিয়ে। সোণ-ৰূপ, কাপোৰ, কঁড়ি, গৰু, মাটি দান দিয়ে। দিহিঙ্গৰ বাটত পুখুৰী খানোতে আঠা-সলোৱায়ে আঠোটা আঠাপুলি ভেটিলে ৰজাক। তাকে ৰথীয়া দি ৰুই থলে। তাতেহে আঠাবাৰী বোলে। ৬৩ ॥

**লগুণৰগুৰি লেকাই চেটিয়া।**—লাক্লি ৰুকৌত বৰমিছাউ মৰিল। শলগুৰিত চাৰিপুৰা মাটি জুৰি মৈদাম বান্ধি পুতিলে। তাতপাচে ৰজাৰ ঘৰ পুৰিল। নগৰ কৰিলে দিখৌৰ দক্ষিণপাৰে। সেইবেলা চিলাৰাই যুদ্ধক আহিছে। আমাৰলোকে শুনিলে বোলে, মহাদেৱৰ পুত্ৰ, বলে জিনোতা নাই, গো-ব্ৰাহ্মণ নামাৰে। এনে শুনি আমাৰ ৰাজ্যৰ সকলো জাতিয়ে লগুণ পিন্ধি ফোঁট লৈ গৰুত উঠিলে। খেদি গৈ যুদ্ধ ধৰিলে। পাচে চিলাৰায়ে দেখে,—“গো-ব্ৰাহ্মণহে যুদ্ধক আহে। ক্ষত্ৰ নহয়, আনো জাতি নহয়। আত ব্ৰাহ্মণ-বৈষ্ণৱহে আছে। আক যুদ্ধ কৰিবলৈ আমাৰ ভাল নোহে।” এইবুলি চিলাৰাই ফিৰি আপোনাৰ দেশলৈ গুচি গল। পাচত আমাৰলোকে বিস্তৰ কোচানক ধৰি ধৰি কাটিলে। তিৰোতায়ো ঠোৰাৰে কোবাই মাৰিলে। যি তাৰ আহিলা-পাতি পালে ৰজাক যোগালেনি। আতপাচে কোনো জাতিয়ে লগুণ নুগুচালে। বহুত বামুণ হ’ল। বহুদিন থাকি চিন

ধৰিব নোৱাৰিলত সবে বোলে, মই বামুণ। এতেকে ৰজাদেৱে বিচাৰিব দিলে। লেকাই বৰবৰা বিচাৰ কৰিব। যাৰ গুচাব লাগে গুচাব, যাৰ ৰাখিব লাগে ৰাখিব। পাচে সেইৰূপে লেকায়ে কৰিলে। কতো ব্ৰাহ্মণৰে গুচিল, কতো অন্য জাতিৰে থাকিল। কতোৱে শপে, কতোৱে বৰ দিয়ে। এই নিমিত্তেসে লগুণৰ গিৰি লেকাই চেটিয়া বোলে। এই কথা এইমানে গল। ৬৪॥

কোচৰজাৰে সৈতে স্বৰ্গদেৱৰ প্ৰীতি।—ওলট বছৰে মাল-শুক্লে শুনিলে বোলে, ব্ৰাহ্মণ নহে। মেচে ছদ্ম কৰি ব্ৰাহ্মণ হৈছিল। আকে শুনি খেদি আহি ফুলামত ৰলহি। এতেকেসে তাক মেচাঘৰ বোলে। পাচে সৈন্য বিস্তৰ শুনি কিছু যুদ্ধকো নোৱাৰি চৰাইখোৰোং পৰ্ব্বতলৈ গল। ওলমাল খুজিলত আমাৰবোৰে আহি যুদ্ধ কৰিলেগৈ। সেইবেলা চুঙ্গডাঙ্গৰ চেবচংকুংৰঙ্গে নগৰীয়া বৰুৱা, তান ভাই মুং গড়গঞা সন্দিকাই, নেফেৰা ফুকিনমুং কেনয়, টংচু সন্দিকাই, থামুংফুকিনমুং কাণ্ড লাগি লৰিল। পাচে আমাৰলোক ভাগি দিখৌ পাৰ হৈ ৰাতি বিস্তৰ মেচ কাটি পুৱা পাৰ হৈ ৰল। এনেৰূপে লগালগি সব নোৱাৰি আমাৰ হুহঁকি আহিল। মাল-শুক্ল গই মজালিত ৰহিলগৈ। তাৰপৰা উজিৰক পঠাই বোলে,—"ভাই ৰজা ৰণ দিয়োক। বাদিয়ো দিয়োক। আত থাকি কি কৰোঁ। দুই হাতীৰ যুদ্ধই কৰাব মন। আকেসে বোলে, আমিয়ো প্ৰজাৰ শীত-উষ্ণ ক্ষুধা-তৃষ্ণা ব্যসন, প্ৰজাৰ ব্যসনে ৰজাৰ ব্যসন। আকে জানি গো-ব্ৰাহ্মণ আগ্ৰসে ৰহোক। আমাক চিতপি পঠক।" পাচে আমাৰবোৰেও এইৰূপ ৰজালৈ জনাই পঠালে। পাচে আমাৰ দোহৰাই বুলিলে, বোলে, উজিৰ, তোৰ ৰজা কি পালে গুচি যাব সুধি আহিবি। তোৰ লগত আমাৰ তেজু পুতেক যাব। এইবুলি পঠালে। পাচে ইহঁতো গৈ এইৰূপে কলত পাচে মাল-শুক্লে বোলে,—"তিনি গোহাঁইৰ বেটা দিব, বৰনেওগৰ সৰুবেটা দিব, চুঙ্গ-ডাঙ্গৰ, আত বাজেও নবাববোৰৰ বেটা দিব। তেবে আমি ফিৰিয়া যাম।" সকলবো লৰা দিলে। বৰ-

গোহাঁইৰ লৰাৰ সলনি ৰজাৰ ভাই তামোলনোখোৱা গোহাঁইক দিলে। চুঙডাঙৰ লৰা নেদি বেটীৰ লৰা দিলে। গধূলি ওল পাই কোচৰজায়ো ভটিয়াই গল। কোচানৰ যুদ্ধ গল। ৬৫ ॥

**কুঁৱৰীৰ মৈদাম।**—আতপাছে লাক্লি কামাওত সৰুমিছাও হেৰাল। পাচে ৰজাদেৱে গোহাঁইবোৰক বোলে,—'বৰমিছাওৰ ওচৰতে সৰু-মিছাওক পুতিবি। মঞি মৰিলে ছুইবো মাজতে মোক পুতি মৈদাম একেটা কৰিবি।' এইবুলি সৰুমিছাওক পুতিলে। ৬৬ ॥

**মহামায়াৰ দেৱঘৰ।**—আতপাচে জয়ন্তাৰ বৰগোহাঁই বগালৈ আমাৰ ছুই মানুহ পঠাই কন্যাৰ কাৰণে কলত বাৰু বুলি মানুহ পঠাই জয়ন্তাৰ ছুই মানুহ লগত দি পঠালে। পাচে আমাৰ ৰজাদেৱে তাক তুলি বাত-বতৰা সুধি বৰা-বুৰুকেৰে আলচি তাইজিন, তাইতেঁখুং তাতাউকে, এই তিনিক পঠাই জয়ন্তাৰ কন্যা অনালে। জয়ন্তাৰ কন্যায়ে মনত ছুখ কৰি কান্দি নিতে থাকোতে একদিন মহামায়া গুপুতে বোলে, মঞি তোৰ লগতে আহিছোঁ। তোৰ জোৱাইত কৰি মোক লৈ ঘৰ সাজি দিব। পুৱাতে ৰজাত গুপুতৰ কথা জয়ন্তা কুঁৱৰীয়ে কলে। পাচে ৰজাদেৱে শুনি দিখৌকোখত ঘৰ কৰি জয়ন্তাৰ পৰা পূজাৰী বামুণ আনি অষ্টভুজাক থাপিলে। ৬৭ ॥

**স্বৰ্গদেৱৰ সোণাৰীৰ জী কুঁৱৰী।**—বৰমিছাওৰ লগত সোণাৰী জীয়ৰী এটি আছিল পাচনী হৈ। পাচে তেওঁ মৰিলত সৰুমিছাওৰ লগতো সেইৰূপে আছিল। পাচে তেওঁ মৰিলত সোণাৰী জীয়েকক কুঁৱৰী পাতিলত সোণাৰীৰ উদ্ধতি ডাঙৰৰূপে বাঢ়িল। সিহঁতৰ ঘৰ সজাই পুখুৰী খনাই দি ভাল মানুহ কৰিলে। কুঁৱৰীয়ো ৰজাক বশ কৰিলে। তিনিজনা গোহাঁইদেৱকো লগৰপৰা অপবাদ দি খেদোৱালে। দিখৌকোণত হাইঠাগুৰিৰ পোনে দক্ষিণপাৰে পুখুৰী খনালে। ৰজাৰে দ্বন্দ্ব কৰি বেলেগে আলি বান্ধিলে। নানাৰূপে প্ৰজাক উপদ্ৰৱ কৰে কুঁৱৰীৰ খাটনিয়াৰবোৰে। ৬৮ ॥

**নাহৰ কোঁৱৰ।**—ৰাজখোৱা চেটিয়া নাহৰ। তাক কোঁৱৰ পাতিলে। উত্তৰকূলৰ অধিকাৰ পালে। সি বোলে, মন্ত্ৰি কথা হওঁ। এইবুলি তাৰ গঞাসমে উদ্ধাৰ হল। আত আলি পুখুৰী কৰি ৰজা ভাঙ্গিলে। পুখুৰী উচৰ্গোতে এক ব্ৰাহ্মণে অগ্ৰপূজা নেপাই বোলে,—"তাৰ পুখুৰী বৰ্জ্জিত হক। আত স্নান-পান কোনো নকৰোঁক।" এই বুলি অবিহণা নলৈ গল। নাহৰৰ অনেক প্ৰকাৰ প্ৰজাক পীড়া কৰোঁতে বৰগোহাঁয়ে ৰজাক জনাই বোলে, কুঁৱৰী নাহৰে ৰাজ ভাঙ্গিলে। তোমাৰ ঘৰ নসৰে, তাৰহে ঘৰ। এইৰূপে অনেক কলত ৰজা বোলে, যেনে লাগে তেনে কৰোক, মোত কব নালাগে। পাচে বৰগোহাঁয়ে গৈ শিলিখাতলত লুকি দি মানুহকো ভেটি যাব নিদিছিলে। গোজলোঙ্গৰপৰা নাহৰ উজাই আহোতে ততে ৰাখিলে। আইকুঁৱৰীয়ে শুনি কাটি আনিবলৈ পঠালে। এৰি নিদি তাক তাতে মাৰিলে। পাচে কুঁৱৰীয়ে খেদি গলত বৰগোহাঁইৰ টানমাত শুনি উলটি আহি অনেক দুখ কৰিছিল। ৬৯॥

**নগালৈ বঁটা-বাহন।**—আৰ পূৰ্ব্বে চৰাইখোৰোঙত ৰজাদেৱ আছোতে নগা ৰজা উপকাৰ পাই তাৰে হাজিবন্ধ হৈ বোলে,—"তয়ো খোৱা, ময়ো খোৱা, লেফেৰা বৰবৰা সিও খোৱা। ভাল হৈছে। এইবুলি বিল এখন, মানুহ ২০টা, মাটি ২০ পুৰা দি ঘৰদুৱাৰ তাতে সজাই দি তিৰোতা এটা দি বোলে,—"বছৰি আহি এই ঘৰতে থাকিবি।" এইবুলি বঁটা-বাহন দি পঠালে। ৭০॥

**খোৱাৰজাৰ মৃত্যু।**—উত্তৰত হাতী ধৰিবলৈ বৰগোহাঁই পঠালে। পাচে ভূঞাহঁতৰ পোনে হাতী গল। সেই দাইত ভূঞাহঁতক কাটিলে। বুৰাগী এটি আনিলে। একো নকৰি ৰূপ, কাপোৰ দি পঠালে। লাক্নি কাপচানত খোৱাৰজাদেৱৰ মৃত্যু; ভোগ ৫০। ৭১॥

**চুচেংফা প্ৰতাপসিংহ।**—তানপুত্ৰ চুচেং ৰজা দুই সোণাৰী জী কুঁৱৰীক সবংশ সহিতে মাৰিলে। শিঙ্গৰীঘৰ উঠি আওবৰ ৰুই ৰাইজক বঁটা-বাহন দিলে। ৭২॥

**পাইকৰ নিৰন্ধন।**—আতপাচে দহ-শৈয়াকৈ মানুহ হেজাৰ বন্ধাই ডা-ডাঙ্গৰীয়াসকলক মানুহ নিয়মকৈ দিলে। লেফেৰা বৰবৰা মৰিলত থাওমুং টংচু সন্দিকাই বৰবৰা পাতিলে। পূৰ্ব্বত তাওকাক আদিত দহখান গড় কৰিলে। মাহিলি অন্তৰে ৰাজ্যক ভাত খুৱায়। আপুনি ৰজাদেৱে হাতত লাখুটি লৈ তাৰ মাজে-মাজে ফুৰে। কোনোক আপুনি তলিয়া ধৰি মঙ্গহ-পাচলি দিয়ে। মানুহ ডাগিয়ে ডাগিয়ে পাতিলে। চৈৰনাচোৰতে ৰাইলুঙ্গ পৰ্ব্বতৰ কোখে নগাৰ সীমানা কৰি গড় কৰিলে। সেইবেলা খোৰাৰজাৰ দিনত নিয়া ওল নৰ-নাৰায়ণে ফিৰাই পাতালসিঙ্গৰ হাতত দি পঠালে। ৭৩ ॥

**টঙ্গচু সন্দিকৈ বৰবৰা।**—আতপৰে চৈয়নীয়া সন্দিকাইক অভয়-পুৰত পাতিলে। একদিন টংচু সন্দিকাই বৰবৰাৰ ঘৈণীয়েকক ৰজা মাৰ্তি পঠালে। তাই ৰজাক বৰকথা কৈ পূৰ্ব্বে যে বুলিলে মই ৰজা হলে তোক ভাল কৰিম, এতিয়াহে মনত পৰিল। এই বুলি নগল। তিপামৰ কথা কৈ তামুলীয়ে ৰজাৰ আগত বোলে, গিৰিয়েকে বুলিবলৈ এনেকৈ শিকাইছে, তাতেহে বোলে। পাচে ই দায়তে টংচু সন্দিকাই বৰবৰাক লাদৈগড় বন্ধা ইঠাইতে টঙনিয়াই মাৰিব দিলে। ৭৪ ॥

**শুকটী তামুলী বৰবৰুৱা।**—তেওঁৰ সলনি বৰবৰা শুকটী তামুলীক পাতিলে। তেৱেঁ বৰবৰা হৈ দিহিঙ্গত মথাৰী বন্ধালে। মেচাঘৰ তেলীয়াডোঙ্গা, গজপুৰ, এইবোৰত পুখুৰী খনালে। গড়গাওঁ মেৰাই বাঁহগড় বান্ধি দহখান দুৱাৰ দিলে, তিনি ঠাইত সিংহদুৱাৰ দিলে। এই আপাহতে বৰবৰা নাম গুচাই শুকটী তামূলীক বৰবৰুৱা পাতিলে, জেওৰা ভেটিবৰ ভাল দেখি। ৭৫ ॥

**ভণ্ডাৰী গোহাঁই।**—ৰৌমৰীয়া গণকক ভণ্ডাৰী বৰুৱা পাতিলে। খাত্তোৱাল চেটিয়াৰ জীয়েক বৰকুঁৱৰীক মেচাঘৰ দিলে। এতে-কেসে মেচাঘৰৰ পুখুৰী দিলে। পৰ্ব্বতীয়া বৰগোহাঁইৰ জীয়েকক ৰজাত বিয়া দিলে। বৰগোহাঁয়ে চুটিয়া বন্দী এটা আইকুঁৱৰীৰ লগত দিলে। পাচে আইকুঁৱৰী পৰ্ব্বতীয়া কুঁৱৰী হৈ তাকে

মেলৰ অধিকাৰ পাতিলে। পাচে ৰজাদেৱত কথা-বাৰ্ত্তাত ভাল পাই ভণ্ডাৰী গোহাঁই নাম দি সবাৰে অধিকাৰী কৰিলে। ৭৬॥

**জয়ন্তাৰ কন্যা আনে সাতগাৱেঁদি।**—আতপাচে জয়ন্তাৰ ৰজাৰ কন্যাৰ কথা কৈ পঠালে, বোলে, সাতগাৱেঁ যদি নিয়ে কন্যা এটা দিম। গোভায়ে বঙ্গালৰ কাৰণে নোৱাৰি। পাচে আমাৰ ৰজাদেৱে শীতলিয়াক পঠাই বাট খুজিলত বাট নিদিলত পাচে খামচিন বৰগোহাঁই, লাউপেত বুঢ়াগোহাঁই, লাকু বৰপাত্ৰ, তিপাম ৰজা, চাৰিং ৰজা, সোন্দৰ গোহাঁই, এইসকল গৈ কন্যা আনিলে। পাচে ৰজা মাৰিবলৈ মন কৰি গৈ ইটাগড়ত ৰল। সোন্দৰ গোহাঁয়ে, বৰগোহাঁয়ে, এইসকল গৈ কন্যা আনিলে। কুলিকোখত ৰল। ৰৰিবো বুলি আহি কছাৰীয়ে ৰাতি কোকমোকত হাতীৰ হাতে গড় ভঙ্গাই বিস্তৰ মানুহ কাটিলে। সেইবেলা গুৱৈ লস্কৰক গুচাই লাইতামুঙ্গৰ নাতিক দিলে। ৭৭॥

**আহোম-বঙ্গালৰ ৰণ।**—আতপাচে পৰীক্ষিত ৰজাক বঙ্গালে ধৰি নিলত চৈয়দ বাবাবকৰ নবাব হাজোত থানা দি ৰহিল। মুদৈ দুটা শিঙ্গৰীত কিনাবিকা কৰিবৰ ছলে পঠাই। আমাৰ ৰজা শুনি বোলে, ছলছন্দহে কৰে। এইবুলি ৰজা চেংধৰা পঠাই মুদৈক কটালে। নাও আনিব দিলে। তাৰে এটাই গৈ নাবাবত কলেগৈ। নাবাবে সত্ৰাজিতক মতাই হাবুং পিকচাইক খেদি যি পাই লুটি নিলে। আকে শুনি বঙ্গাল ধৰিবলৈ মন কৰিলে। কছাৰীৰে যি বিবাজ হৈছিলে তাৰেও প্ৰীতি কৰিলে। সংশয় গুচিল কছাৰীত। পাচে ডাঙ্গৰীয়াসকল গৈ ভড়ৰী কোখত কোঁঠ দি ৰলগৈ। পাচে বঙ্গালে ৰাতিপুৱা কুলিজাৰত ভড়ৰী পাৰ হৈ বিস্তৰ মানুহ কাটিলে। আমাৰো ৰব নোৱাৰিলে, চামধৰালৈ আহিল। এইকথা ৰজালৈ জনাই পঠালে। পাচে এইকথা ৰজাদেৱে শুনি হুকি মাৰিলে কি কয় বুলি। ৭৮॥

**মহেশ্বৰলৈ স্তুতি।**—পাচে ৰজাদেৱে অনেক সম্ভাৰ লৈ মহেশ্বৰ ঘৰত স্তুতি-স্তোত্ৰ কৰি বোলে, মহেশ্বৰ, মোক বঙ্গাল শত্ৰুক মাৰি

দিয়া। এইবুলি গৈ নিদ্ৰাত ৰাত্ৰি বোলে, মঞি যাই বঙ্গাল মাৰি দিম, অনেক সেনা যাঠি-দা লৈ। পাচে ৰজাদেৱে চেতন পাই চকীত সুধিব দিলে বোলে, মানুহ ৰাতি যাবৰ সাৰ পালিনিকি? চকীয়ালে বোলে, একো নেদেখো। ফাটোৱালে বোলে, ৰাতি এপৰমানৰপৰা মানুহ যাবৰ সাৰ পালোঁ। এতিয়াহে নিসাৰ হল। আমি ৰব নোৱাৰি আমি আঁতৰিহে আছিলো। এইকথা ৰজাদেৱে শুনি বোলে, পুৱাৰে ৰাজ আগ হল। আজি মঞি যাব লাগে। এইবুলি ৰজাদেৱে নিৰন্ধকৈ গল। ৰজাদেৱে সোণ এচৰু, ৰূপ এচৰু লৈ লাইপেলত হাতীত উঠি লুইতত নামি বোলে, হে ব্ৰহ্মপুত্ৰ, যদি মঞি বঙ্গালত হাৰিম, মোক তল নিয়া, বা যদি জিনিম মোক থাউনি দিবা। এইবুলি লুহিতত থাউনি পাই হাতীয়েৰে নামি গলত হাতীৰ পেটে মাতৰ পানীকে পালে। তাতে ৰূপ সোণ পেলাই ৰজা গা ধুই আছিল। তাতো ৰণজয় বাৰ্ত্তা পাই ভড়ৰীতো পূজা পালে। বোলে,—'ভড়ৰী আই, বঙ্গালখনি খাই দিয়া।" ৭৯॥

**ভড়ৰী যুদ্ধত বঙ্গালৰ পৰাজয়।**—আতপাচে মাঘৰ সাতদিন যাওঁতে চপকৰে গৈ ভড়ৰী কোখত গৈ ৰণ ধৰিলে। উত্তৰে ভড়ৰী, দক্ষিণে বৰপেটা, পাচে ঘোৰ ৰণ লাগিলত ভড়ৰীত যি বঙ্গাল পাই উটুৱাই নিয়ে। বামত পেলায়ো সবে কাটে। লুইতত পানী বৰবেগে আসে, লোক পাই বঙ্গালকে উটাই নিয়ে। দক্ষিণে বঙ্গাল ভাগি পলায়। বৰপেটা দলনিত পৰিলগৈ। তিৰোতাবোৰে বেঞাৰে বঙ্গালক কোবাই, কতো খেৰেৰে জুই লগাই দিয়ে। এইৰূপে উত্তৰে-দক্ষিণে বঙ্গালক ভঙ্গাই খেদি নি বালিত থাগৰিৰ ভেঁটা দি ৰাখিলে। তাতে আখৈ গোহাঁইক পালে। ৰজালৈ জনাই গল। ৰজা আহি বোলে আমাক এনে বঙ্গালেহে যুঁজে। এইবুলি জোৰেৰে ভাটিত জুই দিব দিলে। এই বঙ্গালক নি ঠায়ে-ঠায়ে পাতিলে। কতো ডাঙ্গৰীয়া-বোৰক বাটি দিলে। ভড়ৰীত ৰণ-কথা, জয়। লাক্লি থুতমিত, মাঘ মাহ, দিন ২২। ৮০॥

**মোমাই-তামুলী আদিৰ ৰাজ্য সংগঠন।**—আতপাচে মমাই-তামূলী আদি ডাঙ্গৰীয়াবোৰক ৰাজ্য পাতিব দিলে। উত্তৰত খৰঙ্গী, মৰঙ্গী, দৈয়াং, ধনুধৰ, ভূঞা, তেতৈয়া, দোলামাৰি, বৰচৰিয়া, আন-লোকৰ গাওঁ মমাই-তামূলীয়ে পাতে। অভয়পুৰ ফুলবৰুৱা পিকচায়ে পাতে। শলগুৰি, নামডাঙ্গ, টংচু সন্দিকায়ে পাতে। ফুটুকাতলি পুখুৰী আলি বান্ধে। এইক্ৰমে আনো ডাঙ্গৰীয়াসকলে গাওঁ পাতিলে। দোপগড় শিলপানীত নগাহুৱাৰ কৰিলে। ৰৌমাৰিয়ায়ে বোলে,—"চাৰিভাগৰ এভাগ যদি দেৱতালৈ দিয়ে কিনো দুখ ৰাজে পায়?" এইবুলি ৰজাক কলত ৰজা বোলে, ভালেহে বুলিছ, তয়ে নিয়মকৈ দিবি। সেই বছৰতে নিয়ম কৰি হাটৰ-ঘাটৰ-ফাটৰ মুগাচোঙ্গৰ বিলৰ দুখ নোপোৱা কৰি কাটল লগালে। তাৰেপৰাহে কাটল হল। ৮১ ॥

**প্ৰতাপসিংহৰ মৃত্যু।**—লাক্লি কাপচানত হৰাল। ভোগ ৩৬, মাহ শ্ৰাৱণ। প্ৰতাপসিংহৰ কথা এইমানে গল। কাকতৰ কথা অনেক থাকিল। ৮২ ॥

**ভগাৰজাৰ দিনত পিন্ধা-উৰাৰ নিয়ম।**—ভগাৰজা হৈ শলগুৰিলৈ আলি বন্ধালে। সেইবেলা গোহাঁইবোৰৰ আগত দোলাত উঠিবৰ কাৰণে ৰঙ্গা ফুকনক কাটিলে। সেইবেলা লাখটকীয়া মুদৈয়ে ঘৰসৱ সাজিলে। ঘৰকো ভাঙ্গিলে। তাৰেপৰা নিৱন্ধ কৰিব দিলে, বোলে, হিন্দুৱে এনেকৈ ঘৰ নাসাজিব খুকং ফুলচতি লগাই। এইকথা কুকুৰা-চোৱা কব দিলে। সোণৰ মণি, আঙ্গঠি, থুৰিয়া আদি নিপিন্ধিব। এনে ঘৰ নেসাজিব। আহমবো যি যিমানৰ মানুহ সেইমানেহে কৰিব। বটা শুনিলে কাটিম। গুণা দিয়া কাপোৰ নড়া মেখেলা যি পিন্ধে নড়াচোলা তাক কাটিম। এই নিৱন্ধ দিলে। ৮৩ ॥

**তোলনীয়া পোলৈ মৰম।**—ভগাৰী গোহাঁইৰ ভতিজা জীয়েকক কুঁৱৰী পাতিলে। তেওঁৰ বঙ্গহৰ লৰা তুলিলে। সেই লৰা কতোদিন থাকি মৰিলত ৰজা ব্যাকুল হৈ ডাঙ্গৰীয়াবোৰৰ লৰাক লগত দিবে লাগি মন কৰিলত সবে সাজু হৈ গোহাঁয়েৰে আলচি ৰজা ভাঙ্গি

টকুবাৰী থলেনি। লাক্ৰি কাবাওত, ভোগ আ-চাবি বছৰ। ভগাৰজাৰ কথা গত। ৮৪॥

**নৰিয়া ৰজা।**—নৰিয়া ৰজা হৈ চুঙ্গি ৰণলৈ মানুহ পঠালে। দিহিঙ্গ নাপালেহি। পাচবছৰ চুঙ্গি মাৰি অভয়পুৰত পাতিলেনি। বৰজনা গোহাঁইক মাৰি খহুৱা গোহাঁইক বিৰামবাৰীত থলেনি। লাকু বৰপাত্ৰক কালুমুং বৰুৱাক মাৰিলে। তাৰ সলনি কেন্দুগুৰীয়া বৰপাত্ৰ পাতিলে। টংচু সন্দিকাইৰ বৰুৱা পাতিলে। দিলিহিয়াক গুচাই দিহিঙ্গীয়া বৰগোহাঁই পাতিলে। পাচে ৰজা বেথা গোহাঁইৰ উপদ্ৰৱ শুনিব নোৱাৰে। গৰ্ত্তৱতী তিৰিক কুকুৰ মেলি খুৱালে। আনো উপদ্ৰৱ কৰে। ডা-ডাঙ্গৰীয়াবোৰৰ দোলাত কুকুৰ তোলে। ৮৫॥

**স্বৰ্গদেৱ জয়ধ্বজসিংহ।**—পাচে সেইবেলা নৰিয়া ৰজাৰ মাকৰ নিমিত্তে ভাত খুৱাবলৈ ভগা-পতা গোহাঁইবোৰক, ফুকন ৰাজখোৱা সবাকে নিলে। পাচে ভগা-বুঢ়াগোহাঁইক দুৱাৰতে বৈ আছিলে, তামোল দিবলৈ মাতিলে। তাতে বৈ বুঢ়াগোহাঁয়ে ৰজাৰে কিবা কথা হৈছিল। পাচে ভাত খাই সবে ঘৰাঘৰি গল। পৰলৈ আহে। ভগা-বুঢ়াগোহাঁয়ে সকলকে ৰাখে, বোলে, ৰজাৰ কথায়ে ৰব লাগে। পাচে সবে এঠাই হলত পূৰ্ণিমাৰ দিনা ৰাত্ৰি সবে বোলে কথা বা কি? পাচে বুঢ়াগোহাঁয়ে বোলে, কি কথা? ৰজায়ে কলে, তইঁতে জানিছ। সিবোৰে বোলে, নেজানো। ভগা-বুঢ়াগোহাঁয়ে বোলে, দিহিঙ্গীয়া বুঢ়াগোহাঁয়ে বোলে, তইঁতে আছিলি দেখি বিশ্বাসে মোক তইঁতত কব দিলে। পাচে সবেও বোলে—ভাল, ৰজা যি বুলিছে কৰিব লাগে। বিৰামবাৰীৰপৰা খহুৱা গোহাঁইক আনি, বাপেক নৰিয়া ৰজাক নমাই আনোতে কোনবোৰে বোলে স্বৰ্গদেৱ, আন নহয়, খহুৱা গোহাঁই। পাচে ৰজা বোলে আন বুলিহে ভয় কৰিলোঁহোক। কিন্তু মোক যি শূলে বিন্ধিছে তাকো বিন্ধিব। এইবুলি ৰমণীবজাৰত কাঠগড়া বান্ধি থলে ঘৰ সাজি। লাক্ৰি কাকৌত। নৰিয়া ৰজাৰ ভোগ আ-চাবি বছৰ। ৮৬॥

**ধনজয়ৰসভা**।—জয়ধ্বজ মহাৰজা হৈ ভায়েকহঁতক মাৰি দিহিঙ্গীয়া বুঢ়াগোহাঁইক ভাঙ্গি দিলিহিয়াক বুঢ়াগোহাঁই পাতিলে। তেওঁৰ জীয়েকক বৰকুঁৱৰী পাতিলে। তাৰপাচে বৰহটিয়া সঞ্জয় [ ধনজয় ] ডোমে ঘৰৰ ভেটিলৈ মাটি তোলোতে ধন পাই সভা কৰিলে, দহখান গাওঁ ৰভাত। ডোমৰ, হাৰিৰ, আহোমৰ, সিদ্ধুৰ, গায়ন-বায়ন পৃথকে পৃথকে গাইছিল। প্ৰজা একাকাৰ হৈছিলে। তাৰ কুঠাৰেৰে বুকু ছিৰিলে। ধনজয়টোক কিয় সুদহিক পাতিব বুলি বুকু ছিৰিলে। তাতে চাংডাঙ্গৰ বৰগাওঁপৰীয়া বেৰতী আহোমৰ পৰিছে। সেই দিনৰপৰা ডোমৰ সভাত কেৰাহি কৰিও নেচায়। ৮৭॥

**মীৰ্জ্জা নাথুলা**।—আতপাচে মীৰ্জ্জা নাথুলা আদি বঙ্গালক মাৰিলে। ঢেকেৰী ভাঙ্গি আনিলে, লাক্লি ৰুংমাৰত। ৮৮॥

**ৰজাৰ জীয়ৰী**।—একদিন ৰজা মৰঙ্গলৈ যাওঁতে বছৰ-চাৰেকিয়া ছোৱালী এটিয়ে ৰজাৰ কঁকালত সাবটি ধৰিলে। ৰজা বোলে, কাৰ ছোৱালী? পাচে আইকুঁৱৰীয়ে বোলে, বুঢ়াগোহাঁই জীয়েকৰ ভায়েকৰ জীয়েক। মাক-বায়েক মৰিলত কুঁৱৰীয়ে আনি থৈছে। ৰজা বোলে, পুতৌ, মোক বাপেক বুলিহে ধৰিলেহি। মোৰ জী হল, মই তুলিম। এইবুলি অবোধে তুলি লুথুৰি পুতেকত কেকোৰা-দোলাৰে নমাই দিলে। আতপাচে বৰকুঁৱৰীৰ চাৰি জীয়েক, মাহীকুঁৱৰীৰ দুই জীয়ৰী হল। ৮৯॥

**পদ-পয়াৰ ৰচনা**।—ৰজা পাচে বাপুত আশ্ৰয় কৰি হৰি-মন্দিৰ কৰি আপুনি আৰ্যনন কৰে। পদ্মপুৰাণৰ জনকৰ আখ্যানৰ পদ কৰিলে, আনো পদ-পোয়াৰ কৰে। লাক্লি খুতচিঙ্গাত ভটীয়াপাৰ পুখুৰী খানিছে। কেকুৰীৰ আলি পোনাইছে। বৰকুঁৱৰীৰ বায়েকক আনি পৰ্ব্বতীয়া কুঁৱৰী পাতিছেনি। টংচু সন্দিকাই ফুকন পাতি কলীয়াবৰলৈ পঠালে। চেংধৰাক বৰবৰুৱা পাতিলে। ৯০॥

**বেজদলৈ সেনাপতি**।—আতপাচে মীৰ্জ্জামুলা নবাব আমাৰ ৰাজ্যলৈ আহিবৰ শুনি বেজদলৈক সবাৰে মূৰ কৰি ৰণলৈ পঠালে,

বোলে, গোহাঁইবোৰ আদি ফা-ফুকন প্ৰমুক্কে সবেও বেজদলৈৰ কথা কেৰে নেপালাব, বেজদলৈত সুধিহে যি হয় কৰিব। এইবুলি পঠালে। সেইবেলা চাৰিংৰজা মৰিল। কেঞ্চু গোহাঁইৰ নাতি কাৰবা কোঁৱৰ বুলি হাতীশালত থওঁতে টংচু সন্দিকাইৰ ঘৰৰ ভকলি গাভৰুৱে তাইৰ পো বুলিলত ৰজাৰ লগত হেঙ্গদানধৰাত কৈ বৰজনাক ললে। সৰু দুইজনা আপোনাৰ লগত থাকিব দিলে। তাৰে বৰজনাক চাৰিংৰজা পাতি পঠালে। সবে গই গুৱাহাটীত বৈ বেজদলৈক বোলে, বঙ্গাল আহি পালেহি, আমি কি কৰিম? বেজদলৈয়ে বোলে, গড়-পাঞ্চি যতন কৰিব লাগে। ইবোৰে বোলে, আওতাবৰ দেখালেহে পাৰোঁ। এনেতে বঙ্গাল শৰাইঘাট পালেহি। ইবোৰে কাজলীত ৰলহি। তাতো এনে হেঙ্গ-দেঙ্গেতে গল। ফুকন গোহাঁইবোৰে বোলে, ৰজাৰ কথা, তোত সুধি কাজ-কাম কৰিব দিছে। আমি যদি স্বতন্ত্ৰে কৰিম ৰজাদেৱে মাৰিব কাটিবলৈ পাব। এইবুলি ডাঙ্গৰীয়াসকলে নকৰে। বেজদলৈয়েও নাজানে। এনেতে বঙ্গাল পালেহি। কলঙ্গৰ কোখত তাতে কছাৰী যুজি নোৱাৰি চামধৰাত ৰলহি। ৯১ ॥

**ৰাজভগন।**—সেইবেলা ৰজাশহুৰক বৰফুকন ভাঙ্গি বৰগোহাঁইৰ হাতত দুয়োখন হেঙ্গদান দিলে। উত্তৰে বৰগোহাঁই, দক্ষিণে বেজদলৈ চৰ্দ্দাৰ। পাচে বঙ্গাল পাই গড়ৰ সমীপতে ৰই আনদিনা ধৰিলেহি। পাঁজি-টাটৰি নাইকিয়া পাই বঙ্গালে বিৰ্যুতে উঠিল। তাতে হাতীঘাঁহী মানুহ দিছিলে। সেইপোনে উঠিলত ৰাজ ভাগিব ধৰিলে। চ'তৰ দহদিন যাওঁতে, শক লাক্লি প্লেকৃচি, দুপৰত ভাগিল। পাচে ৰাজ ভাগিলত ৰজা শুনি অনুক্ৰমে তিপাম পালেগৈ। বঙ্গালো অনুক্ৰমে শলগুৰি তিপাম পৰ্ব্বত-পাহাৰ গৰ্গাও জুৰি ৰল। আমাৰ ঝাতি ডেকা, ঘোঁৰাকোঁৱৰ, টুংচু সন্দিকাইৰ পুতেক, বাহুলি, এইসকলে দগা দি বঙ্গাল কাটিলে। তথাপি বঙ্গালৰ ক্ষয় নহল। ৰজাৰ পৰাস্ত হল। বিস্তৰ লোক মৰিল। ৯২ ॥

**বঙ্গাললৈ পেচকচ।**—উলটি ফাগুন পালেহি। পাচে বাহুলি, উদ্ধ, চেংধৰা, এই তিনি কাথ মজিন্দাৰ বেজদলৈয়ে বৰিব খুজিলে। তাক কাটিলে। এইকথা শুনি পাচে সবে আলচি ৰাজ্য ৰক্ষাৰ কাৰণে তিনি লাস টকা; নবৈব হাতী; চাৰিপাত্ৰৰ চাৰি বেটা; ৰজাৰ জী, বৰকুঁৱৰীৰ চাৰি জীয়েকত কৰি সৰু ববৰুৱা জীয়েকৰ বৰজীয়েক নাংচেং গাভৰুক দিছে। চেম গাভৰু থাকিল। এইসকলক দি বঙ্গাল পঠালে। ৯৩ ॥

**জয়ধ্বজসিংহৰ মৃত্যু।**—পাচে ৰজা অনুক্ৰমে আহি বকতাত নগৰ কৰি ৰলহি। ৰজাৰ লগ এৰা ডাণ্ডৰীয়া, পেৰাভাৰী আনোসবক ককৰ্থনা কৰি মাৰিলে। আতপাচে বঙ্গালে চিৰপাৱ দি পঠালে। এইকথা ৰজা শুনি বোলে, বঙ্গাল বৰাত কৰি মৰণেসে ভাল। এইবুলি ৰজাদেৱো গড়গাওঁ চাই গৈ জলসাৰ ব্যাধি টান কৰি মৰিল। লাক্লি খুতমিত, ভোগ ১৫। ভগনীয়া ৰজাৰ কথা গল। ৯৪ ॥

**চক্ৰধ্বজসিংহ।**—পাচে চাৰিঙ্গীয়া ববজনা ৰজা হৈ বাকী ধন দি এবছৰ থাকি খাৰ, বাখৰ, কাণ্ড-ধনু মৰাই ৰাজ্যৰ দোৱাল ধৰিলে। আহিলা-পাতি অধিক হবৰ নিমিত্তে ৰাজা বঁটাবাহন দি খুৱাই-ধুৱাই মন বঢ়াই আনবছৰত ছৈত পিৰোজক জিনি আনিলে, লাক্লি মুংৰায়েত। চেংধৰা বৰুৱা মৰিল। ঘোঁৰাকোঁৱৰক বৰুৱা পাতিলে। জয়ধ্বজ ৰজাৰ জীয়েকক চেঙ্গধৰা ববৰুৱাৰ পুতেকত দিয়ে, এজনা শুকুলাহুহুৰ নাতিয়েকত দিয়ে, এজনা মেচাঘৰীয়া চেমুন গোহাঁইত দিয়ে। টংচু সন্দিকাইৰ ঘৰত সৰুজনা গোহাঁই আছিল, তেওঁক আনিছে কেকোৰাদোলাৰে। ৰাজগুৰুৰ সত্ৰত মাজিও-গোহাঁই আছিল, তেওঁকো এইৰূপে আনে। চাংমাই জী ৰাজমাৱৰ পো-ভাইক খেলৰপৰা গুচাই ববচেটিয়া পাতিছে। চামগুৰীয়া আশ্ৰয় কৰিছিলে। সবে মহাজনক আনি গালপুঘাটত যজ্ঞ কৰি মণিপুৰত নগৰ কৰিলে। আতপাচে ৰামসিংহ যুদ্ধলৈ আহিল। অনেক প্ৰকাৰ কৰি যুদ্ধে নোৱাৰি সিয়ো গল। আন কাকতত যুদ্ধৰ কথা

আছে দেখি আত যুদ্ধৰ কথা নিলিখিলো। পাচে সেইবেলা চক্ৰধ্বজ ৰজা হবাল। লাক্লি ৰাইচানত। ৯৫ ॥

উদয়াদিত্য ৰজা।—ভায়েক মাজিওজনা ৰজা হৈল, উদয়াদিত্য নাম ললে। কেকুৰি ফুটুকাতলিৰ আলি পোনালেহি। জয়ধ্বজ ৰজাৰ জী সৰুগাভৰুক দিয়ে টংচু সন্দিকাইৰ নাতিয়েকত। চেম গাভৰুক দিয়ে লাপেতিৰ পুতেকত। আতপাচে হাতী এটা শুকুলা হল, তাৰ ওপৰত চন্দ্ৰতাপ তৰিছিল, নাগৰাকো গুচাই গা ধুৱায়গৈ, পাচে ক'লা হল। ৯৬ ॥

ডেবেৰা।—এক বৰাগীক পাই কালজৰীয়া লোকক ভকত হব দিলে। পাচে মোহন, ডেবেৰা, নামগিলা, এই তিনি সৰুজনা সমন্বিতে মাজিও ৰজাক ধৰিলেগৈ। বাটত যাওঁতে পচাশিমলুক, উষা বামুণক, পেলন বৰবৰুৱাক কাটি ৰজাকো জখলা টানিলত উৰ্ম্মি কৰি চাঙ্গত কান্দিব ধৰিলে। ডেবেৰায়ে বোলে, ওপৰলৈ কান্দা। পাচে নাকান্দিলে। ৰজা বোলে, ভিনি, কিয় এনে কৰিলে? মইনো তোক কি কৰিছোঁ? পাচে ডেবেৰায়ো বোলে, কৰিবলৈ আৰু লাগে? বৰখুটা কাটি আহিছোঁ মাতৰ। মিৰি ৰণলৈ পঠিয়াই ধৰ্ম্মকো বিঘাত কৰিছে। এইবুলি ডেবেৰা আনদিনা গৈ ৰাজাক পৰ্ব্বতলৈ নি ফুন কৰিলে, লাক্লি মুংমাওত। ভোগ আ-চাৰি বছৰ, মাজুৰজাৰ কথা শেষ হল। ৯৭ ॥

ৰামধ্বজসিংহ ৰজা।—সৰুৰজা হৈ ঘোঁৰাকোঁৱৰক ভিতৰুৱাল ফুকনৰপৰা গুচাই বৰবৰুৱা পাতিলে। শলগুৰীয়া ফুকন গুচাই ভাটীৰপৰা আনি ভিতৰুৱাল ফুকন পাতিলে। বৈৰাগীক কাটি ত্ৰিশূলত দিলে। থুৰিএক ভূঞা জীয়েকক দোলাৰ তলচা কাঢ়ি খেদালে। মাজুৰজাৰ বৰচ'ৰাক জোলাশাল কৰিলে। যাতো বৰজনা ৰজাৰ চ'ৰাক ঘোঁৰাশাল কৰিবৰ নিমিত্তে লাক্লি লাইচানত বাৰুকিয়াল বৰগোঁহাইক ৰজাপতা বাদ দি মাৰিলে। আনো দুইচাৰিক মাৰি ঘোঁৰাকোঁৱৰ বৰুৱা ভাঙ্গি ডেবেৰাক বৰবৰুৱা পাতিলে। ৯৮ ॥

**কলীয়া গোহাঁই আৰু মৰাণ গোহাঁই।**—আতপাচে সোণাপুৰত নগৰ লৈ ফাগুনৰ দিনত নৰিয়া পৰি বোলে, মই নিজীওঁ। এই মনে মানি বোলে। ডা-ডাঙ্গৰীয়া সমস্তক নি ৰজা বোলে, মই নিজীওঁ। আৰু তোমালোক ককাইৰ পুতেক কলীয়া গোহাঁইক বোলে। পাচে কতোৱে বোলে ভাল লম ; কতোএ নামাতিলে। নাসি আহি অন্যে-অন্যে বিবাদ লগালে। কতো বোলে, কলীয়া গোহাঁয়েহে ৰজা। কতো বোলে, মৰাণ গোহাঁইহে ৰজা। ৯৯ ॥

**ডেবেৰাৰ অকাৰ্য্য।**-এনেতে ৰজা শুনি ডেবেৰা বৰুৱাক ধৰিব দিলে। একদিন এইকথা টংচু সন্দিকাই ফুকনৰ তামূলী গকুল ডেবেৰাত কলে, ধৰিব দিছে বুলি। সিও এই কথা শুনি সাজলৈ সুঠে। এনেতে ৰজাৰ নৰিয়া টান কৰিলে। পাচে টংচু সন্দিকাই ফুকনক ডেবেৰাক ধৰিবলৈ পঠিয়ালে। তেওঁ তাৰ ওচৰলৈ চাপিবৰ দেখি বহা বুলি ছাল মেলি দিলে, বোলে, বহি সাৰটি ধৰিম। এনেতে ডেবেৰায়ে ছালৰপৰা দা উলিয়াই কোব মাৰিলে। ফুকনেও উঠি তামূলীৰ দা লৈ টান-ফাকেৰে গোটাই বান্ধিছিল। তাতে দা নোলাল। এতেকতে ডেবেৰায়ে বোলে,—ৰতনপুৰীয়া, দক্ষিণপটীয়া, কি চাইছ, ধৰ। এই শুনি বেৰি ধৰি খুচিলে। বাইডঙ্গীয়া ফুকন আদি কৰি ডা-ডাঙ্গৰীয়া কাটিলে। ৰজাকো দৰব দি বিহ খুৱাই মাৰিলে। ঘোঁৰাকোঁৱৰ নাতিয়েকক লাইতাইমুং গড়গঞা সন্দিকাই-ফলীয়াকে ৰজাৰ লগত চেপি দিলে। পাচে কটামৰা শুনি ৰাজ্য ভাগি দিহাদিহি গলাই যাব ধৰিলে। এইকথা ডেবেৰায়ে শুনি মানুহ পাঞ্চি নিৰ্ভয় দি ৰাখিলে। ডেবেৰায়ে আপোনা জীয়েক টংচু সন্দিকাই বৰুৱাৰ ঘৰিণীয়েক পুৱা পুতেকৰ শ খুজি আনোতে মাজু নাতিয়েক গড় ভিতৰত তিৰোতা সাজ পিন্ধি আছিল। আথাওৰেকৰ লগতহে গুলাল হেংদান। ১০০ ॥

**ডেবেৰাই পতা ৰজা।**—আৰপাচে চামগুৰীয়া কোঁৱৰক ৰজা পাতিলে। কুৰিদিন আছিল। আহম কথা হবৰ নিমিত্তে চেঙ্গধৰা

ফুকনেৰে ৰজাকে মাৰি তিংখঙ্গীয়া কোঁৱৰকে ৰজা পাতিলে। পাচে লাউক পঠাই গুৱাহাটীৰপৰা আনি ৰাজখোৱাবোৰক কাটি মাৰিলে।। ১০১॥

**অৰ্জ্জুন দিহিঙ্গীয়া ৰজা।**—কলচুৰ পুতেকক পঠাই বৰফুকনক আনিব দিলত সেই সময়ত বাঁহগড়ীয়া বুঢ়াগোহাঁই গুৱাহাটীতে আছিল। বুঢ়াগোহাঁই প্ৰমুক্ষে সবে আহি ডেবেৰাক মাৰি ৰজাকো মাৰিলে। পাচে দিহিঙ্গীয়া কোঁৱৰক ৰজা পাতিলে। দিহিঙ্গীয়া ৰজা হৈ মৰামৰা চেচামুখত দৌল বান্ধিলে। ডেৰবছৰ থাকি বুঢ়াগোহাঁয়ে ৰজাক ধৰিবলৈ গল। ৰজা জানি নামি আহি বুঢ়াগোহাঁইৰ দোলালৈ গুচি গল। বুঢ়াগোহাঁই গৈছিল পাচত। ৰজা গৈ দোলাত কোৰ মাৰিলত দোলা পেলাই সবে হুঁহক গল। বুঢ়াগোহাঁই গৈ দেৱৰগাৱঁত বৈ ফুকনবোৰলৈ জনালত সিবোৰে আহি কটাৰিখামৰ গড়ত কিছুমান যুজি ৰজা ভাগি নগৰ সোমালহি। এনেতে ৰজাক ধৰি মাৰিলে। ৰাজভোগ ডেৰ বছৰ। লাক্নি তাওমিত বানা খুতচিঙ্গা। ১০২॥



শিৱসাগৰ চুণপোৰাৰ শ্ৰীযুত জয়চন্দ্ৰ বৰগোহাঁইৰ হাতত থকা বুৰঞ্জী পুথি

# দ্বিতীয়খন বুৰঞ্জী

## আদিৰজা স্বৰ্গনাৰায়ণৰপৰা ওপৰজনা দিহিঙ্গীয়া ৰজালৈকে

**বশিষ্ঠ মুনিৰ তপোভঙ্গ।**—শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণ মহাৰজাৰ আখ্যান॥ সৌমাৰপীঠৰ দক্ষিণ দিশে দিখৌ নামে নদীৰ তীৰত বশিষ্ঠ মহাঋষিয়ে তাতে মনোৰম পবিত্ৰ স্থান দেখি দিব্য আশ্ৰম কৰিলে। পাচে তাত ঈশ্বৰ পূজাৰ অনেক বস্তু-দ্ৰব্য যন্ত্ৰ কৰিলে। ব্ৰহ্মাক একাগ্ৰ কৰি চিন্তিলে। কতোদিন থাকি সেই আশ্ৰমতে ধ্যান কৰি বসি আছিলে।

পাচে ইন্দ্ৰদেৱে মহা উগ্ৰতপ কৰিবাৰ দেখি মনে সংকোচিত হুয়া শ্যামা অপেশ্বৰীক বোলে,—"মোৰ ইন্দ্ৰ-পদকেহে ইছা কৰিছে উগ্ৰতপ কৰি। শ্যামা, তুমি যোৱা, যেন-তেন প্ৰকাৰে সমীপে গৈ তপ ভঙ্গ কৰাগৈ।" পাচে শ্যামা অপেশ্বৰীয়ে বোলে,—"দেৱৰাজ, শুনা, বাশষ্ঠ যাক বোলে তেঞ্ঞে সাক্ষাতে ব্ৰহ্মা, জ্বলন্ত অগ্নি, কেমনে জাম্প দিব?" ইন্দ্ৰে বোলে,—"মই বিদ্যমানে তয়ি কাকো ভয় নকৰিবি।" ইন্দ্ৰে আৰু বোলে,—"ময়ো তোৰ সঙ্গতে সহায় হৈয়া যাবোঁ।"

পাচে শ্যামা বিদ্যাধৰীয়ে সৌমাৰপীঠলৈ গমন কৰি বশিষ্ঠৰ আগত দিব্যৰূপ ধৰি নৃত্য-গীত কৰিলে। একোৰূপে তপস্যা ভঙ্গ কৰিব নোৱাৰিলে। মহাশ্ৰান্ত হুয়া গঙ্গাস্নান কৰিবলৈ ইছা কৰিলে। সেই বশিষ্ঠগঙ্গা বিষ্ণুপদীগঙ্গা সদৃশ বশিষ্ঠ ঋষিৰ প্ৰভাবে। সেই নদীৰ জলতে নামি অনেক প্ৰকাৰে ইন্দ্ৰে ক্ৰীড়া কৰিব ধৰিলে। শ্যামা অপেশ্বৰী সঙ্গে। পাচে শ্যামা অপেশ্বৰী ঋষিৰ তপ ভঙ্গ কৰিলা। ১০৩॥

**পদ্মিনী কন্যা শ্যামা অপেশ্বৰী।**—পাচে বশিষ্ঠে বোলে,—"তঞ্ঞি দেৱতাৰ ৰজা হৈ এনে অন্যায় কিয় কৰ? নদীও, তঞ্ঞি উত্তম তীৰ্থ,

অকর্ম্ম কিয় কৰ? তঞি মনুষ্য হবি গৈ।” পাচে নদীক বোলে,—“তঞি পূৰ্ব্ববতে হৈয়া থাক। মোৰ প্ৰসাদে তোত স্নান কৰি অক্ষয় স্বৰ্গ পাইছিলে।” শ্যামা অপেশ্বৰীক বোলে,—“তোৰ মনুষ্য পতি হৈব। এনে প্ৰচণ্ড শাপ দিলা। ঋষি-শাপ শুনি মহাভয় হৈয়া পাচে স্তুতি কৰিলা,—“হে গুৰু, শাপৰ অন্ত দিয়া। তুমি মহাতপস্বী, সাক্ষাতে ব্ৰহ্মা। জ্বলন্তা অগ্নিত জাম্প দিলোঁ।” বোলে,—“তঞি বৰনড়াৰ ৰাজ্যত আইফ্লান নামে ৰজা হৈ স্বধৰ্ম্মত প্ৰজাক পালিবি। অসুৰৰূপ হবিগৈ।” অপেশ্বৰীক বুলিলে,—“ইন্দ্ৰপূৰ্ণ নামে ৰাজা, চেংডাম নামে মন্ত্ৰীৰ গৃহত জন্ম ধৰিবিগৈ, সেই ৰাজাৰ ভাৰ্য্যা হবিগৈ। তোত গৰ্ভাধান কৰিব ইন্দ্ৰে, পুত্ৰ জন্মাই স্বৰ্গ লৈ যাইবো। সেই পুৰুষজনে ৰাজা হৈ পৃথিবী পালিব।” নদীক বোলে,—“তঞি কলিযুগৰ অযুত বৎসৰ গৈলে মুক্ত হৈবি।”

পাচে ইন্দ্ৰে বোলে,—“চেংডাম মন্ত্ৰীৰ গৃহত গৈয়া জন্ম।” ইন্দ্ৰ-আদেশে চেংডাম মন্ত্ৰীৰ গৃহত জন্মিলেহি। অতি সুন্দৰী কন্যা হৈল ৰূপে-গুণে। স্বপ্নত জানি সেই পদ্মিনী কন্যাক নড়াৰজা চেংডামে নি মহিষী পাতিলে, লাক্নি কাৱাও শকত ১০৪০। ১০৪॥

**স্বৰ্গনাৰায়ণৰ জন্ম।**—এই শক দিনতে চেংডাম ৰাজা পশু মাৰিবলৈ গৈল। পাচে চেংডামৰ বেশ ধৰি ইন্দ্ৰে সেই মহিষীক ৰমিলা। পাচে মহিষী ৰাত্ৰি স্বপ্নত দেখিলা, বোলে,—“মই ইন্দ্ৰ, তোৰ গৰ্ভাধান কৰিছোঁ। আতহন্তে যি পুত্ৰ জন্মিব সি মোৰ অংশ, প্ৰধান ৰাজা হব। আৰ নাম স্বৰ্গনাৰায়ণ প্ৰখ্যাত। আজি ধৰি তোৰ পুত্ৰ নজন্মেমানে তই স্বামী সঙ্গে নযাইবি, সাবধানে থাকিবি। আৰো স্বামীয়ে তোক নিলগাই উশৃত থলত থব। পাচে পুত্ৰ জন্মিলে মঙ্গল কৰিব, সুবৰ্ণ জখলাৰে নমাই আনিব।”

পাচে মহিষীয়ে সকলোখানি ৰাজাক বিশ্বাসে কহিলা। পাচে নড়া চেংডামে এইকথা আইছন্তে শুনিলা। সপোনমতে মন্ত্ৰীয়ে বৰা-বৰুক লোকজন সহিতে সমালোচন কৰি পালীপহৰীয়া দি সেই

চাঙ্গতে ৰাজাৰ মহিষীক চাৰিটা বেটী লগত দি সেই উশৃত স্থলত নি প্ৰবন্ধে কৰি থলে। জুই-পানী যি লাগে ডাঁৰৰ অগ্ৰে বান্ধি দিছিলে।

পাচে কতদিনান্তৰে ৰাজাৰ পুত্ৰ জন্মিবাৰ শুনিলে। চেংডাম ৰাজাৰ পালী-পহৰীয়াসবে ৰাজাত জনাইলা। পুত্ৰ জন্মিবাৰ শুনি মহা আনন্দ কৰিলা, সভাৰ্য্যে সহিতে গৈলা, মুংৰিমুংৰাম পালেগৈ। অনেক মঙ্গল-উৎসব কৰি সুবৰ্ণৰ জখলাৰে নমাই আনিলে, বালক সহিতে মহিষীয়ো নামি আসিলা, লাইডাই পালেহিগৈ। অনেক মঙ্গল কৰিলাগৈ। সেই চৱালৰ নাম থলে, স্বৰ্গানাৰায়ণ প্ৰক্ষাত হল। ১০৫ ॥

**সিংহাসনত স্বৰ্গনাৰায়ণ ৰজা।**—দেৱতাৰ সন্ততি ৰাজকুমাৰ অল্পকালতে গুণৱন্ত বিদ্যাৱন্ত সকলোৰূপে সামৰ্থ হল। পাচে চেংডাম ৰাজা অনেক মঙ্গল-উৎসব কৰি যুবৰাজ পাতিলা। ৰুবৰাজ হৈ কতোদিন থাকিল। একদিনা ৰাজাৰ মহিষী বোলে,—"বুপা, তোৰ পিতৃ ৰাজা নহয়, তই দেৱতাৰ বীৰ্য্যৰ সন্ততি।" পাচে এইকথা শুনি মুংৰিমুংৰাম পৰ্ব্বতলৈ গমন কৰিলে। পাচে একাগ্ৰচিত হুয়া বোলে,—"মোৰ পিতৃদেৱতা কোন?" এইবুলি মনে বহুত খেদ কৰিলা, মনতে চিন্তিব ধৰিলা।

পাচে তুষ্ট হুয়া দেৱৰাজে পুত্ৰ স্বৰ্গনাৰায়ণক দিব্যৰূপে আসি পুত্ৰক পৰিচয় দিলা। পাচে দিব্যৰূপ চমৎকাৰ দেখি বোলে,—"মোৰ পিতৃদেৱতা।" হেন জানি সবে ৰাজায়ো অবনত কৰি প্ৰণাম কৰিলে। পাচে প্ৰশ্ন কৰিলে,—"হে পিতৃ দেৱৰাজা, আমি কোন দেৱতা কাক সেৱা-পূজা কৰি নিৰ্ব্বিঘ্নিয়ে ৰাজ্যক প্ৰতিপালন কৰিবো? পূজা বা কোন প্ৰকাৰে দিবো?" এহি শুনি ইন্দ্ৰে বুলিলা,—"তোৰ পিতৃ মৰিলে পাত্ৰ-মন্ত্ৰীসকলে তোক ৰাজা পাতিব। তাৰপৰা পাঞ্চদিনৰ পাচে এই স্থানক আসিবি, মই সকলো বুজাই কম।" এই বুলি ইন্দ্ৰদেৱ অন্তৰ্দ্ধান হল। যুবৰাজো গৃহক আসিলা।

পাচে কতোদিনান্তৰে লাক্লি প্লেকচেও ১০৫৫ শকত নড়াৰজা চেংডাম হবাল। পাত্ৰ-মন্ত্ৰীসকলে স্বৰ্গনাৰায়ণক ৰজা পাতিলে। চেংডাম ৰজাৰ ভোগ ৩৪ বৎসৰ। ১০৬॥

**স্বৰ্গনাৰায়ণলৈ ইন্দ্ৰদেৱতাৰ উপহাৰ চোমদেৱ।**—পাচে স্বৰ্গ-নাৰায়ণ ইন্দ্ৰৰ বচন স্মৰি একাগ্ৰ হৈ সেই বনত প্ৰবেশ হৈলা। তাতে ইন্দ্ৰে পূৰ্ব্বৱতে দেখা দিলা। পাচে দেৱতাৰ অধিষ্ঠান চুমদেৱক দিলে, পূজাৰ সকলো বিধান কলে, আৰু এইবুলি কলে,—“এই চুম-দেৱক অতি গুপ্ত কৰি থবি। আৰ প্ৰভাবে অখণ্ড সম্পত্তি হব।” আকৌ কলে ইন্দ্ৰে,—“বৰনড়া আইফ্লান নামে ৰজা আছে, সিও মোৰ অংশ। তাৰ ঠাইলৈ তঞি যাবি, ভাল মনুষ্য পঠাই মিত্ৰ কৰিবি। থাওলিপলিঙ্গ ১, থাওবকচেঙ্গ ১, এই দুই পণ্ডিতক খুজি পঠাই, আনিবিঁ, তাৰ মুখে শাস্ত্ৰ পঢ়িবি। পাচে ব্যৱহাৰ কৰিবি, সেই শাস্ত্ৰক নোৰিবি।” আৰু বাখৰপতা আঙ্গঠি এটা সুবৰ্ণৰ দিলা।

সেই আঙ্গঠিয়ো দিলে আৰু কাকতি-পত্ৰ দি পঠালে ভাল মনুষ্যৰ হাতত। থাওলিপ্‌লিঙ্গ, থাওবকচেঙ্গ, এই দুই পণ্ডিতকে খুজি পঠালে। পাচে বৰনড়া আইফ্লান ৰজায়ে কাকত-পত্ৰ শুনি ইন্দ্ৰৰো আঙ্গঠিকো দেখি পৰম আনন্দ হৈ সেই দুই পণ্ডিতক শাস্ত্ৰে সহিতে পঠিয়াই দিলে। ঢুলীয়া, মৰীয়া, কালীয়া, ভেৰুৱা, বৰঢাক, সুণীয়া হেঙ্গদান পানী-নাগিনীৰ লাঙ্গি এক, লাচা ভালুক, লাচাই বাঘ, লঙ্গু সাপ, লাচিত উদ, লাপেত মেকুৰী, লাউ বান্দৰ, এই বস্তুসকল দি পঠালে আপোন বংশহেন জানি। কটকীকো বঁটা-প্ৰসাদ দি পঠালে, মিত্ৰ কৰি বিদায় দিলে।

পাচে স্বৰ্গনাৰায়াণ সেই দুই পণ্ডিতক, ৰাজযুগ্য বস্তুক পাই আনন্দ কৰিলা। পণ্ডিতৰ দ্বাৰে ভাল মনুষ্যক পঢ়ালে। শাস্ত্ৰ অনুসাৰে ধৰ্ম্মক আচৰি ৰাজ্যক প্ৰতিপাল কৰি এইৰূপে দুয়ো ৰজা আৰু এইৰূপে পত্ৰ-সন্দেশ দিয়া-দি কৰি মিত্ৰভাৱে প্ৰীতিত আছিল। পাচে স্বৰ্গনাৰায়ণ ৰাজা ১০৭৭ শকত স্বৰ্গগামী হ’ল। ভোগ বৎসৰ ২২। ১০৭॥

**খুন্‌লুং আৰু খুন্‌লাই**।—সেই স্বৰ্গনাৰায়ণ ৰজাৰ মুংৰিমুংৰাম পৰ্ব্বত এক ৰহস্য স্থান আছে। তাতে খুনলুং-খুনলাই দুই পুত্ৰ আছে। পাচে সেই দুই ৰাজপুত্ৰ, পাত্ৰ-মন্ত্ৰীসকলে স্বৰ্গময় জখলায়ে সেই পৰ্ব্বতৰ পৰা নমাই আনিলে, মঙ্গল কৰি ৰজা পাতিলে। পাচে পাত্ৰ-মন্ত্ৰী-সকলে মুংৰিমুংৰাম পৰ্ব্বততে ৰজাৰ নগৰ কৰিলে। তাতে ৰজা থকা হোলোঙ্গঘৰ সাজিলে।

পাচে আইফ্লান ৰজায়ো স্বৰ্গনাৰায়ণ ৰজা হৰাল শুনি বহুত অসন্তুষ কৰিলে। ভাল মনুষ্যক পঠাই ভাষা দি দুই ভায়েকলৈ অনেক ৰাজনীতি শিকাই পঠালে খুনলাই খুনলুং দুই ৰজালৈ। খাটনিয়াৰ ডাঙ্গৰীয়া সকলৰ নাওঁ,—খুনতাই ১, খুন্‌তালাকতিং ১, খুনলাইত্যাও ১, খুনবুখ ১, খুনতিপ্যি ১, খুন্‌মুংত্যান্‌মক্ ১, খুকফ্ৰত্যং ১, লচাতিল ১, খুনতাং অৰত্য ১, শুফ্ৰাবান ১, খুনকেওবান ১, খুফ্ৰাপৌ ১, ১১। এই আথাৰে ফৈদে এইসকল সহিতে ৰাইজ্য ভোগ কৰি কত দিনান্তৰে মুংৰিমুংৰামৰপৰা লাইডাই ৰাজ্যলৈ গমন। তাৰ লোকজন ভগা দেখি তাতে নগৰ কৰিলে। ১০৮॥

**খুন্‌লুঙৰ স্বৰ্গলৈ ওভোতনি**।—সেই ৰাজ্য ভাগিবৰ কাৰণ।—পূৰ্ব্বে লাইডাই ৰাজ্যৰ ৰজা ভিনবংশী খুনলুম নামে ৰজা আছিল। তেঞো হৰালত পুতেক খেন্‌খান্, ত্যাও-চামুন, নামে এই দুই ৰজা হল, ৰাজ্য ৰাখিব নোৱাৰিলে, সকলো লোকজন ভাগি শ্ৰীলোহিতৰ পাৰ হৈ গল। পুক্ষণেপোলামে ৰজা বাণতাও ৰাজ্য সোমালগৈ। তাতো ৰাজ্য ভাগিল। পাছে বাণতাও ৰাজ্যত দুয়ো ৰাজ্যৰ লোকজন একঠাই হুই কটা-কটি কৰিলে। বিস্তৰ লোকজন মৰিলে। পাচে মনডাম নামে নগা বন্দী এটা তাতে ৰজা হল। তাৰ দিনত অনেক অন্যায় হল, অনেক অধৰ্ম্ম হল। পাত্ৰ-মন্ত্ৰীসকলে সহিব নোৱাৰি তাক খুন কৰিলে। পাচে খুনলাই ৰজাৰ ৰৰপুতেক ত্যাওতাইফ্ৰাক আনি ৰজা পাতিলে।

পাচে লাইডাই ৰাজ্যত খুনলুং খুনলাই ৰজা হৈ কতদিন আছিল।

একদিনা খুনলুঙ্গে বুলিলে,—"মই চুমদেৱৰ অগ্ৰত স্নুবৰ্ণ এচক্ৰ, ৰজতো একচক্ৰ দিছিলো, আয়ুবট ৰুইছিলোঁ; ডালতো স্নুণ লগাই দিছিলোঁ, মইসে প্ৰধান ৰাজা হব পাঞ।" খুনলায়ে বোলে,—"মই স্নুবৰ্ণৰ টাৰ পিন্ধিছোঁ, মইসে প্ৰধান ৰজা হব পাওঁ।" পাত্ৰ-মন্ত্ৰী-সকলে সমালোচন কৰি বোলে,—"ভাল, যি পিঠে সিডালো আহে মোৰ লগত, যি পিন্ধিছে সিও প্ৰধান ৰজা হব পাঞ।" এই বুলি লেখা চাই মূল টাৰ পালে। পাচে সকলেয়ো বোলে,—"মূলতে যিজনে পিন্ধিছে, সেইজন সে প্ৰধান ৰজা হব পায়।" এই কথা শুনি খুনলুঙ্গে অসন্তুষ কৰিহে গুচি গল। পাচে স্বৰ্গগামী হল। পাচে লাইডাই ৰাজ্যত খুনলাই প্ৰধান ৰজা হল। ১০৯॥

ত্যাওখুনকোম ৰজা।—পাচে খুংলাইৰ ভতিজাক ত্যাওলুলুকক মুংৰিমুংৰামত ৰজা পাতিলে। ত্যাওলুলুৰ তিনি পুতেক হল; বৰ ত্যাঙ্গাকোম; মধ্যম ত্যাওমুনবিং; সৰু খুংলুংত্যেপ। মুংৰিমুংৰামৰপৰা নামি আহিল, মুংখামুংজা ৰাজ পালেহি। পাচে শ্ৰীলোহিত পাৰ হুই হিন্দু মানতৰাক পাই তাত থাকিবলৈ ভাল নাপাই মাওলুঙ্গলৈ গল। পাচে খেৰেমৰ মাজত ৰহিলেহি। তাৰপৰা গৈ তিলোঙ্গত ৰজা ৰহিলেগৈ। তাতে চম্পা সৰোবৰ আছে। পাচে তাতে ত্যাঙ্গাকোম ৰজা হল। তেঞোৰ মধ্য ভাই ত্যাওখুনবিং ৰজা হল। পাচে ভতিজাক ত্যাঙ্গাকোম ৰজা হল। তাতে থাকি মুংখুং, মুংখন, এই দুই ৰাজভোগ কৰিলে।

একদিনা ত্যাওখুন ৰজাএ থাওখুন ৰজালৈ কটকী পঠালে, বোলে,—"মোক মুংমাও ৰাজ্য এৰি দিয়োক। সি মুংখাওকাওকাক ৰাজ্যত থাওকগৈ। মই স্বৰ্গৰজাৰ বংশী, খুনলুং মহাৰজাৰ নাতি, যদি ৰাজ্য এৰি নিদিলে মই শুদায়ে নেৰিবো। ইন্দ্ৰ দেৱতায় ক্ৰোদ্ধ কৰিব।" পাচে কটকীয়ে এইৰূপে কলেগৈ। থ্যাওখুনৰ ৰজায়ে মহাভয় হুয়া মুংমাও ৰাজ্য এৰি দিলে, মুংলুং কাওকাং ৰাজ্যত ৰহিলেগৈ। তাতে ত্যাঙ্গাকোম ৰজায়ো ভাইসকলক ৰাজ্যে মোৰাব দেখি······তাত ৰহিব নোৱাৰি মুংজাংকলিত ৰহিলেগৈ।

পাচে থাওখুন ৰজা গুচিলত ত্যঙ্গাকোম ৰজাৰ আপুনাৰ পুত্ৰক থাওত্যাইপুঙ্গক মাওলুং ৰাইজ্যত ৰাজা পাতিলে। ত্যাওখুনকোম ৰজা মুংথান ৰাজ্যত থাকিল। মুংৰিমুংৰাম, মুংখুএ-মুংমাও এই ৰাজ্যত ৰাজা পাতিলে। সকলোকে প্ৰতিপাল কৰিছিল। থাওত্যাইপুঙ্গৰ থাওতালুং বৰ ১, কাঙ্গিপানীওপুং মধ্যম ১, লাচাম-ফুতাংখাং সৰু-মাজিউ, চুকখামচেন সৰু। পাচে থাওত্যাইপুং ৰাজায়ে তিনি পুতেকক ৰাজ্য বাটি দিলে। বৰপুতেকক থাওতালুঙক মুংতিজ্জত ৰাজা পাতিলে। লাচান-ফুতাংখাঙ্গক মুভমিত, কুক্কিংত্যাও, এই দুই ৰাইজ্যত ৰাজা পাতিলে।

পাচে ত্যাওতাইপুঙ্গৰ বাপেক তাওখুনকোম ৰাজা মুংখান ৰাজ্যতে কতদিন আছিল। ৰাজ্যক প্ৰতিপালন কৰি এক দিনা আপোনাৰ বংশ সবাকো জান দিলে,—"তহঁতে প্ৰীতিয়েৰে থাকিবি, কন্দল নকৰিবি, একেলগে চুলা বান্ধিবি, অধৰ্ম্ম নকৰিবি, ৰাজ্যক প্ৰতিপাল পুত্ৰৱতে কৰিবি।" এইমতে বোধ-জ্ঞান দি খুনকুম ৰাজা স্বৰ্গী হল। ১১০ ॥

চুখ্রাংফা ৰজা।—ত্যাওতাইপুং ৰাজা মধ্যম [ তোলনীয়া ? ] পুত্ৰ মিতংমুং মুংমাও ৰাজাৰ পুত্ৰ। তেওঁৰে জীয়েক এটি মাত্ৰ আছিল; তেওঁৰ নাম ব্লকখামচেন, হিন্দুৱে বোলে ফুল। তাওকান ৰাজাৰ পুতেকলৈ দিলে। সেই ৰাজা-কুঁৱৰী থাওখেনপুং বুঢ়াগোহাঁইৰ জীয়েক। তেওঁৰে নাম নাংনাওপুম। সেই কুঁৱৰীতে ইন্দ্ৰদেৱতাৰ নাতি ব্লকখামডেঙ্গ আহি গৰ্ভাধান কৰিলেহি। ৰাজা গৰ্ভ জানি বাপেকৰ ঘৰলৈ খেদি পঠালে। বুঢ়াগোহাঁইয়ে বোলে,—"ৰাজাৰ কুঁৱৰী মোৰ গৃহত থাকিবলৈ ভাল নুহে।" এই বুলি পুনৰ্ব্বাৰ গৃহলৈ পঠালে।

পাচে বুঢ়াগোহাঁই থাওখেনপুং ৰাজাত জনাই পৰ্ব্বতত ঘৰ সাজি, পালী-প্ৰহৰীয়া দি গড়-প্ৰাঙ্কি যত্ন কৰি তাতে থলে। পাচে বালক জন্মিল। বিশ্বাসে সুধিলত কুঁৱৰীয়ো সমস্তে কহিলে, বোলে—

"একো সঞ্চয় কৰিব নলাগে। এক দেৱপুৰুষে মোক ৰাত্ৰি ৰমিলে, তাৰেসে সন্ততি।" এইৰূপে কহিলত দেৱতাৰ বীৰ্য্য-পুত্ৰ জন্মিল, অনেক মঙ্গল-উৎসব কৰি নমাই আনিলে। সেই বালকৰ নাম চুখ্ৰাংফা দিলে।

এনায়েক পুতাকৰ ঘৰত তিনি বৎসৰ আছিল। পাচে লাঙ্গি-পামিওপুং ৰাজা বলিয়া হৈ আপুনি ডিঙ্গি কাটি মৰিল। বুঢ়াগোহাঁইয়ে চুখ্ৰাংফাক ৰজা পাতিলে। মুংমাও ৰাজা এই ৰাজাক বোলে। ১১১ ॥

**খুনলাইৰ বংশধৰ ৰজাসকল।**—খুনলাই ৰাজাৰ কথা কওঁ। খুনলাই ভাই-ৰাজাৰ দুই পুত্ৰ, থাওতাইফ্ৰা ১, সৰু থাওত্যানচুন্ ১। খুনলাই ৰাজা আছোঁতে বৰ থাওতাইফ্ৰাক বলোচং ৰাজ্যত ৰাজা পাতিলে। পাচে লাক্লি খুৎচিঙ্গা ১০৯৭ শকত খুনলাই ৰাজা স্বৰ্গী হলঁ। ভোগ ১৯ বৎসৰ।

পাচে পাত্ৰ-মন্ত্ৰীসকলে ত্যাওতানবুনক ৰাজা পাতিলে লাইডাই ৰাজ্যত। লাক্লি ৰাইমিত্ ১১১৩ শকত ৰাজা স্বৰ্গী হল। ভোগ ১৩ বৎসৰ।

ত্যাওতানবুন ৰজাৰ দুই পুত্ৰ, ত্যাওতাংপুং সৰু তাংতইফ্ৰা। বৰ ত্যাওতাপোনপামে লাইডাইত ৰাজ্য পাতিলে। পাচে কতোদিন ৰাজা হৈ আছিল। সৰুভায়েক ত্যাওতাংতইফ্ৰা বলবন্ত হৈ ৰাজা হল। পাচে ত্যাতাংপোৱে অসন্তুষ পাই মুংৰিমুংৰামলৈ গল। খুনলুং ৰাজাৰ পুত্ৰ থাওলুলু লগত থাকিলগৈ। পাচে থাওত্যাংতাইফ্ৰান স্বৰ্গী হল। ফানলুংজংকং ৰজা হল। তেঞো স্বৰ্গী হলত লাইডাইত ভিনবংশী ৰজা হল। খুনলাই ৰাজাৰ বৰপুতেক যি ত্যাওতাইফ্ৰা বাণত্যাও ৰাজ্যত ৰজা আছিল, তেঞ স্বৰ্গী হল। তেওঁৰে পুত্ৰ লাক্লি তাওচানত ৰাজা হল; কতোকাল ৰাজ্য ভোগ কৰিলে। পাচে স্বৰ্গী হল। বাণত্যাও ৰাজ্যত ভিনবংশী ৰাজা হল। ১১২ ॥

**চুকাফাৰ জন্মকথা।**—আৰু ত্যাংবুনৰ পুত্ৰ থাওখুন ৰাজা যে থাওলুলু লগত আছিলগৈ, একদিনা তেওঁ মুংৰিমুংৰামৰপৰা মুংখামুংলৈ

গল। তাতে নগৰ কৰি কতদিন আছিলে। তাৰপৰা মুংখানলৈ গল। তাৰেপৰা মুংমাও পালেগৈ। তাতে আপোনাৰ বংশৰ খুলুং লাঙ্গিপানীওপুং ৰজায়ে লগ পাই সাদৰ কৰিলে। খুৱাই-খুৱাই বোলে,—"তঞি নামতিৰ পাৰ নহবি, তই আমি একে স্বৰ্গ-ৰাজাৰ বংশতে জন্মিছো, একেলগে চোলা বান্ধিছো, একেলগে খাইছোঁ। এতেকে তঞি খানংজিনতে থাকগৈ।" এই বুলি আপোনাৰ ভনীয়েক লাংমুং ব্লকখেনচেনক ত্যাওখুনলৈ দিলে।

এওঁৰে নাম ত্যাওতাংলৌ ১, ত্যাওফ্রফ্রং, তিনি নাম। এওঁৰে পুতেক চুকাফ্ৰা লাক্লি খুতঙ্গি ১১১৭ শকত জন্মিল। আনায়েক পুতাকে অতি স্নেহ কৰি তুলিলে। তাহাৰ ঘৰতে আছিল ১৯ বৎসৰ। ১১৩॥

**সৌমাৰত চুকাফা ৰজা।**—পাচে খানংজিনত চুকাফ্ৰাৰ লাক্লি কাতৰাও ১১৩৭ চুকাফ্ৰা ৰাজা হৈ সেই ঠাইতে কতদিন থাকি পাচে বুখ্রংনফ্ৰাৰ ঠাইলৈ গল। তাতে কতদিন থাকি পাচে বৰা-বৰুকৰে আলচ কৰি বোলে,—"চুখ্রাংফা ঠাইতে থাকোঁক, মঞি ভাটী ৰাজ্যলৈ যাওঁ।" এইৰূপে আলচ কৰি চুখাংনফ্ৰাতো অনুমতি লৈ আনায়েক পুতাকৰ ঘৰৰপৰা বিশ্বাসে চুমদেৱক চেঙ্গদেৱক যত্ন কৰি বাপেকৰ ঘৰত মুংখামুংজালৈ আহিল, ১১৩৮ শকত: এটা টেকেলিতে তিনিটা মানুহৰ ভাত সিজাব পাৰে, তামৰ টেকেলি তিনিশ ৩০০, প্ৰজা ন-শ ৯০০, দন্তাল হস্তি খানমুং ১, মাখুন্দি জিৰিপনত ১, মাওঁ ফ্ৰাংপিম্‌ ১, চকু-বন্ধা ঘোঁৰা তিনিশ ৩০০, এইসকল চুকাফা মহাৰাজৰ লগত আহিল। আৰু ৰাজাৰ লগত অহা বৰা-বৰুৱাৰ নাম কওঁ,—মুখামৰ অধিকাৰী তাখুথুকা ১, মুংখনৰ অধিকাৰী খুনকং ১, মুংখমু ১, পৰম অধিকাৰী ফ্ৰালুংখুন্তং ১, মুংফুকাৰিৰ অধিকাৰী তাখুনলাকু ১, মুংখুব অধিকাৰী খুনকুং ১, থাওখেনচুংলুং ১, থওমুং ১, চুৰাঙ্গখাম ১, বনলুং ১, মুংখি ১, মুংজা ১, এই আঘাৰটা ১১; বাটত লগ ধৰি অহা খুনলুংত্যোও ১। এইসকল সমন্নতে এঘাৰেশ সত্তৰ ১১৭০, এইখিনি মানুহেৰে

ভটীয়াই আহিল। ১১৭২ শকত বাতকুবান পালেহি। ১১৭৫ শকত মুংনংমুনাতি পালেহি। ১১৭৩ শকত হাতীখৰীয়া নগা পালেহি। নামতিয়ুকা নদী পাৰ হৈ উপৰ-চকুৱা নগাৰ গাওঁ পালেহি ১১৮০ শকত। তাৰপৰা আহি মুংকেওত ৰহিলেহি।

পাচে তাতে থাকি চুকাফা ৰাজা ভায়েক খুনলাই ১, খুনকং-খুনস্থং ১, কাংখুন ১, কানাং ১, থাওমুং-কেওখুন ১, থাওখেনলুং, ১, থাওমুং-বাংখাম ১, এই সাতক ৭ মুংকঙক যুজিবলৈ পঠালে। এইসকলে মুংকং জিনি আহিল, আৰু মহাৰজাৰ লগ ললেহি।

লংমি-ত্যেওকাওলৈ আহিলত তাৰপৰা মনখেং পালেহি, তাৰপৰা মুংখাম পালেহি, তাৰপৰা মতিলিক্রি পালেহি, তাৰপৰা কান্তাই পালেহি। ১১৮২ শকত খোমজাং পালেহি, তাৰপৰা নামজাং পাৰ হুই^নামজাং বিলৰ কাখৰ পালেহি। তাৰপৰা ডাঙ্গৰীয়াবোৰক নগাৰ গাওঁ মাৰিবলৈ পঠালে। সিবোৰে খেদি গৈ নগাৰ গাওঁ পালেগৈ। পাচে শত্রুৰ প্রাৰম্ভ দেখি, খাৰখুন ১, মুংকাং ১, তিংখান ১, বিংপাওঁ ১, লাতাম ১, লানাপাং ১, তাৰু ১, এই সাতখন গাওঁৰ নগা আপুনি বৰিল। সকলো গাওঁ বশ কৰি ডাঙ্গৰীয়াবোৰে সেৱা কৰিলেহি। পাচে মহাৰাজা চুকাফ্রাও কাংখংমুংক তাতে অধিকাৰ পাতি থলে। পাচে কাংজাং পাৰ হৈ ডইকঙ্গত ৰহিলগৈ; তাৰপৰা ডাঙ্গৰীয়াবোৰক পঠাই যি নগাৰ গাওঁ আছিল তাকে মাৰিব দিলে। পাপুকীয়া ১, খাংতেলীয়া ১, খুনখতীয়া ১, খুনলুঙ্গীয়া ১, তংতিঙ্গীয়া ১, জাংখঙ্গীয়া ১, ছখন গাওঁ। নগা যুদ্ধ কৰিবলৈ নোৱাৰি বিস্তৰ নগা ভাগি পলাল। আমাৰ মানুহে বিস্তৰ নগা মাৰিলে। তাৰ নগা যিবোৰে বৰকথা মাতিছিলে সেইসকল নগাক মাংস কাটি খুৱালে, ককায়েকৰ মাংস কাটি খুৱালে ভায়েকক, বাপেকৰ মাংস পুতেকক খুৱালে। ১১৪॥

হাবুঙ্গত চুকাফা ৰজা।—এইমতে দণ্ড কৰি দইবাঙ্গৰ নামমুংমৰ কাখৰ পালেগৈ, তাৰপৰা নামৰূপ পালেহি। পাচে পাৰ হব নোৱাৰি নগাৰে ভুৰৰে পাৰ হল। সেই ভুৰতে ঘোৰা ৩০০, হাতী ২, মানুহ

সেই ভৰাতে উঠি দিহিঙ্গে ভটিয়াই আহিল ১১৮৩ শকত। দিহিঙ্গত ভৰা থৈ বামলৈ উঠিল, কিছু উজাই গল ; লাখেন তেলচৰা এই দুই নগাৰ গাওঁ ওচৰতে কোঁঠ কৰি ৰহিল ১১৮৭ শক। তাতে খুনতঙ্গক অধিকাৰ কৰি থৈ আহিল। দিহিঙ্গে ভটীয়াই আহিল, তিপাম পালেহি। তাতে তিনি বৎসৰ আছিল। পানী তলযোৱা গতি দেখি তাত নাথাকিলে। তাতে কানপুঙ্গক অধিকাৰ কৈ থলে। দিহিঙ্গে ভটীয়াই আহিল, শলগুৰি পালেহি। তাতে পাচ বৎসৰ ৰহিছিল। তাতো হাবি গতি দেখি দিহিঙ্গে ভটিয়াই আহিল, হাবুঙ্গত ৰহিল। ১১৫ ॥

মৰাণঘৰীয়া বুঢ়াগোহাঁই।—তিপামত পানী চাবলৈ পাচ পৰিল। সেই ঠাইতে মৰাণৰ জীয়াৰী দেখি বুঢ়াগোহাঁই ক্ষুভিত হল। সেই মৰাণৰ ঘৰত ৰহিল। আপোনাৰ হেঙ্গদান যি আছিল তাকো কেঁৰে নজনাকৈ থলে, কাঁক-বাহত সুমুৱাই থৈছিলে। পাচে সেই ঠাইতে মৰাণৰ জীয়ৰীত দুই পুত্ৰ জন্মিল। এমনে কতদিন আছিল, বুঢ়া-গোহাঁই নাপৰিয়া পৰিল। পাচে বুঢ়ামৰাণৰ জীয়েকে বাংৰাইক আগতে থৈ দুই পুতেকত কলে, বোলে—"মঞি শুদা মানোহ নহওঁ, ডাঙ্গৰীয়া বুঢ়াগোহাঁই হওঁ। মোৰ মৰণ সময় হলে, দুই পুতেকৰ ৩৫ বৎসৰ ১৪ বৎসৰ হলে, এই হেঙ্গদান দেখাই মহাৰজাৰ লগ লবিগৈ, তেহে আমাৰ বাচন লাগে। এতেকে মহাৰজা প্ৰমাণ পাই তহঁতক লগত লব, ভাল মানুহ কৰি ৰাখিব।" এইৰূপে শিকাই বুঢ়াগোহাঁই মৃত্যু হল।

পাচে মহাৰাজা পৰ্ব্বতত আছোঁতে মৰাণে কৰভাৰ দিয়া হেন দেখি মহাৰজা একদিনা বোলে,—"ইনো কোন্"? এই বুলি সুধিলে। বুঢ়াগোহাঁইৰ পুতেকে বোলে,—"আমি দুয়ো বুঢ়াগোহাঁইৰ লৰা। পাচে বাপেকে কোৱা কথা-বাত্ৰা সকলোখিনি মহাৰাজত কলে, চিনৰ হেঙ্গদানকো দেখালে। পাচে মহাৰজা বুঢ়াগোহাঁইৰ পুত্ৰহেন প্ৰমাণ পাই বাপেকৰ বংশক্ৰমে নাম দিলে, লগত ললে। ১১৬ ॥

**চৰাইদেও পৰ্ব্বতত চুকাফাৰ নগৰ**—মহাৰজা হাবুঙ্গত তিনি বৎসৰ আছিল। তলযোৱা গতি দেখি তাত নাথাকিল, লুইতে ভটীয়াই আহিল, দিখৌমুখ পালেহি। দিখৌমুখৰপৰা দিলিহৰ মুখ পালেগৈ। দিলিহত হাত জুবুৰাই তিপামৰপৰা পানীৰে আহি দিলিহৰপৰা আহি দিখৌমুখৰপৰা উজাই চংটকৰ মুখ পালেহি। পাচে পানী জুখি চাই, দিখৌতকৈ চংটকৰ পানী দুটকাৰ গধুৰ, তাৰ নাম থলে চংটেক। সেই দিনাৰেপৰা সেই চংটকত মহাৰজা চুকাফা থাকিল। চুখ্রানফাৰ ঠাইলৈ কটকী পঠালে, সন্দেশ-পত্ৰকো দি পঠালে,—ৰূপৰ টাউকিন, বটা, কলহ ৩ টা, বেলা দুখন, তাউ কাপোৰ ১১ খন, বচোৱাল ১০ খন দি পঠালে। পাচে চুখ্রানফা মহাৰজালৈ দি পঠালে সন্দেশ-পত্ৰ, জিন বন্ধা ঘোঁৰা ১, কাৰফাই ধনু ১, ৰূপকৰ বেৰা দিয়া চোলা ১, সোঁণোৱালী পইজাৰ ১ জোৰ, সোণৰ টুপী এটা ১, আৰু বিস্তৰ বস্তু দি পঠালে। এইমতে দুয়োৰজা প্ৰীতিয়েৰে তাতে আছিল। পাচে মহাৰজা চংটকত দুই বৎসৰ আছিল। তাতে তুখুনলালক বৰুৱা পাতি থলে। পুনৰ্ব্বাৰ ভটীয়াই শিমলুগুৰিত ৰহিল। তাত দুই বৎসৰ আছিল। মানুহ পঠাই চোৱালে নামডেঙ্গত তিনি হাজাৰ পানীখোৱা ঘাট পালে, চাৰিঙ্গত তিনিশ ঘাট পালে। পাচে মনত সংশয় কৰি তাত নাথাকিল, দিখৌৰে উজাই আহিল। তাতে আছিল এবৎসৰ নগৰ কৰি, তাতো তলযোৱা গতি দেখি নথাকিল। নাকুৰীদেৱৰ ঘৰ পৰ্ব্বতৰ কাখৰত সৰু সৰু পৰ্ব্বতখনিতে ৰহিল। তাৰে পৰ্ব্বত উত্তৰে-দক্ষিণে পথৰা ঘোঁৰাৰে ফুৰে। পাচে স্বৰ্গদেৱলৈ মান কৰিলে, সোণ আঠ টকা ৮, চইজুৰী দুগছ ২, খাম কাপৰ এখন ১ আগ কৰিলে। পাচে সেই ঠাইতে থাকিল। ১১৮৫ শকত নগৰ ললে। ১১৭॥

**মহাদেৱৰ পূজা বিধান।**—একদিনা তাৰেপৰা চাৰিটা মানহে পৰ্ব্বতৰপৰা ফটাশিললৈ গৈছিলে। তাতে দেখিলে উশৃত খাটৰ ওপৰত ডাঢ়ি-গোঁফ পকা বৰ ভয়ানক জটাধাৰী পুৰুষ এক বসি আছে। সেই জটাধাৰী পুৰুষে চাৰিটা মনুষ্যক বুলিলে বোলে,—"তহঁতৰ ৰাজত

কৰিবৈগে তাক মইহে সৌমাৰপিঠত ৰজা পাঁতিছোঁ। মইসে মহাদেৱ।” এনেকৈ বুলিলে। হেন বাক্য শুনি তাৰে এটা মনুষ্যে মাটিত গোৰোৱা মাৰি বোলে,—“এওঁহে ৰজা পাতিছে?” এনেকৈ বুলিলত সি ৰোধিৰ ছাদি মৰিল। তাক মৰিবৰ দেখি ই তিনি মনুষ্যে ভয়াতুৰ হুইয়া দণ্ডৱতে সেৱা কৰিলে। পাচে সেই জটাধাৰী পুৰুষে বোলে,—“তইঁতৰ ৰাজাত কৰিবৈগে মোক কেকোৰাদেউৰ ১৩টা গাহৰি দি পূজা কৰিব নিতে।” পাচে সেই তিনি মনুষ্যে আহি ৰজাত জনালেহি, সকলোখিনি কথা কলে। পাচে মহাৰজা শুনি মানুহ পঠাই চোৱালে, পাচে সেই জটাধাৰী পুৰুষক নাপালে। ৰাত্রি মহাৰজাক স্বপ্নত দেখালে। পৰ্ব্বতত বিচাৰি পাই সেইদিনাৰপৰা পূজা কৰিলে।

আৰ মহাৰজা পৰ্ব্বতত আছোতে, একদিনা ৰজা কঠালবাৰীৰপৰা বৰাহী অনাই পাচে ঘৰ সজাই তাতে ভাত সিজাই খুৱালে। সেই সময়ত মৰাণে খঙ্গৰা দা পাৰি ভাত খালে। পাচে মহাৰজা সিহঁতক সুধিলে বোলে,—“শাক ভাত কেনে হৈছে?” মৰাণে একো কব নোৱাৰিলে। বৰাহীয়ে বোলে,—“শাকত লোণ কিছো হব লাগিল।” পাচে এই কথাতে বৰাহীক চাংলাই ললে, সেই ঘৰতে একোঠা বেঢ়ি দিলে। তাতে বৰাহীৰ হাতে ভাত খাইলে। তাতে পাঁচ বৎসৰ আছিল। ১১৮॥

**চুকাফাৰ পুতেক চুতেউফা ৰজা।**—১১৯০ শকত, ত্যাওলুং চুকাফ্রা ৰজা স্বৰ্গী হল, লাক্নি কামাও, ভোগ ৪২।

তান পুত্র ত্যাওলুং চুতাফ্রা ৰজা হল, লাক্নি কাপচিত্। ডাপমাও ১২০৩ শকত ৰজা স্বৰ্গী হল, ভোগ ১১ বৎসৰ। ১১৯॥

**চুখ্রাংফা ৰজাৰে সৈতে কমতেশ্বৰৰ মিত্ৰতা।**—তান পুত্র ত্যাওলুংত্যাও চুখ্রাফা ৰজা হল। তেওঁৰে দিনত কমতেশ্বৰ ৰজাৰে অনেক যুদ্ধ হৈছিলে। দুয়োদলৰ বিস্তৰ লোক যুদ্ধত পৰিল। পাচে কমতেশ্বৰে বলে নোৱাৰি লস্কৰক পঠাই দিলে। পাচে সি কথা-

বাৰ্ত্তা হলেহি, বোলে,—“তুমি আমি এইৰূপে যুদ্ধ কৰি থাকিলে কিয় ভাল হব ? আৰু অনেক লোক পৰিবলৈকো আছে যুদ্ধত। কন্দলো নগুচে। এতেকে আমি দুয়ো ঘৰে প্ৰীতিয়েৰে থাকিলেহে সকলো ৰক্ষা পৰোঁ। আমি প্ৰীতি কৰু। মোৰ ৰাজনী নামে ভনী সুন্দৰী এটি আছে, মই প্ৰীতিৰ কাৰণে ৰাজালৈ দিয়োঁ।” এইকথা মহাৰজা শুনি বোলে,—“ভাল, এনেজনেৰে প্ৰীতি কৰিবহে লাগে। আৰো বিস্তৰ কথা হবলৈকো আছে আগলৈ। কমতেশ্বৰো মিত্ৰব্ৰতী কৰিবাৰ যোগ্য।” এই বুলি ৰাজা ভাল কটকী পঠাই কমতেশ্বৰলৈ ভাল বস্তুজাত দি পঠালে। ৰাজনী কন্যালৈকো অলঙ্কাৰপাতি দি পঠালে। আৰু নানা অপূৰ্ব্ব বস্তুকো দি পঠালে। কমতেশ্বৰ ৰজাৰ ভনী ৰাজনী কন্যাক আনি প্ৰধান মহিষী পাতিলে। সেইকালতে ত্যাওলুংত্যাও চুখ্ৰাফা ৰাজা কমতেশ্বৰ সহিতে অধিক প্ৰিয় হল।

পাচে ৰাণী মহিষীত ত্যাওচুলাই নামে পুত্ৰ জাত হল। পাচে মহাৰজায়ে ত্যাওক চাৰিঙ্গৰজা পাতিলে। লাক্লি লাইচিঙ্গা ১২৫৪ শকত ত্যাওলুংত্যাও চুখ্ৰাফা ৰজা স্বৰ্গী হল, ভোগ ৩৮ বৎসৰ। ১২০ ॥

**চুখ্ৰাফা ৰজা আৰু বৰগোঁহাইৰ বিৰোধ।**—তান পুত্ৰ ত্যাও-চুখ্ৰাফা ৰজা হল। কতদিনান্তৰে থাওমুংলুংতাখুনমি বৰগোহাঁই ৰজাৰ-পৰা অপমান পাই চাৰিঙ্গৰজা ত্যাওচুলাইক ৰজা পাতিবৰ ইছা কৰিলে। ত্যাওচুলাইলৈ কথা দিলে।

পাচে মহাৰজা এইকথা শুনি অস্ত্ৰে-শস্ত্ৰে লোক-লস্কৰে সহিতে আঠগাৱত বানফ্ৰাঙ্গত ৰহিলে, তাৰপৰা নাওডাং চাৰিঙ্গত কোঁঠদি ৰহিল। এইকথা ত্যাওচুখামফ্ৰা ৰজাই শুনি মানুহ পঠাই ত্যাওচুলাই ভায়েকত সুধিলে বোলে,—“কমতেশ্বৰ ৰজা কি কাৰ্য্যে আসিছে কৈ পঠাওক।” থাওচুলায়ে বোলে,—“কমতেশ্বৰ কি কাৰ্য্যে আহিছে মই নাজানু।” ত্যাওচুখামফ্ৰায়ে বোলে,—“মিত্ৰ ৰাজা কি কাৰ্য্যে আসিছে কৈ পঠাওক।” কমতেশ্বৰে বোলে,—“মাছ-পহু মাৰিবলৈ আহি মিত্ৰ ৰাজাৰ ঠাই দৰ্শন পাইছোঁহি।” এইকথা মহাৰজা শুনি পুনৰ্ব্বাৰ

নানান বস্তু দি ভাল মনুষ্য পঠাই বুলিলে বোলে,—"মিত্ৰ ৰাজাৰ লগত ভাই ত্যাওচুলায়ে থাওমুংলুং তাখিুখুন বৰগোহাঁই আছে হেন শুনিছোঁ, দুইকো দি পঠাওক।" এইকথা শুনি কমতেশ্বৰে বোলে,—"দুয়ো লগতে আছে, ভয় পাই শৰণাপন্ন হৈছেহি। ভাল, দি পঠাম। দুয়োৰে দোষ অপৰাধ ক্ষমা কৰিব।" মহাৰাজ শুনি বোলে,— "মিত্ৰ ৰাজায়ে যি মাতিছে দুইৰো দায়-অপৰাধ ক্ষেমা কৰিলোঁ।" "মই যাব নোৱাৰোঁ, গলে মুক মাৰিবো।" এইবুলি পাচে বৰগোহাঁই নগল। পাচে মহাৰজা খং কৰি থাওমুংলুং ত্যাওখিুন্ বৰগোহাঁইক ধৰি নামাৰিলে। পাচে কমতেশ্বৰ আপোনাৰ দেশলৈ গোল। সেই লগতে ত্যাওচুলায়ো গল। ১২১॥

**চুখ্রাংফাৰ মৃত্যুত অৰাজকতা।**—পাচে ত্যাওচুখ্রানফ্রা লাক্লি কাতমাও ১২৮৬ শকত ৰজা স্বৰ্গী হল, ভোগ ৩৩ বৎসৰ।

তেওঁৰ অবিহনে ৰাজ্য অৰাইজ্য হৈ আছিল ছয় বৎসৰ। পাত্ৰ-মন্ত্ৰীসকলো সমালোচন কৰি লাহনজি নগাৰ গাওঁৰপৰা ৰাজাৰ বংশী ত্যাওলুংচুতামফ্রাক আনি লাক্লি কাপ্‌চান ১২৯১ শকত চম্পা-গুৰিত ৰজা পাতিলে। ১২২॥

**চুতুফা আৰু ত্যাওখামথি ৰজা।**—পাচে ত্যাওচতুংফ্রাক আনি তেওঁ চুটিয়া ৰজাৰে সাজি-সখি কৰি কত দিনা প্ৰীতিভাবে আছিল। একদিনা ছলকৈ ৰং কৰোঁ বুলি নাওত তুলি নি ভতৰা গৰুৱেৰে গৰকাই মাৰিলে, ভোগ ১১, লাক্লি কাপচিঙ্গা; ১৩০২ শকত মৃত্যু।

পাচে তেওঁৰ ভায়েক ত্যাওফ্রাখামফা ৰজা হল। অনেক আৰু অধৰ্ম্ম অকাৰ্য্য দেখি লোকজন বৰা-বৰুক সহিব নোৱাৰি সকলোৱে আলচি ৰজাক খুন কৰিলে, লাক্লি ৰাইচিঙ্গা। ভোগ ১১ বৎসৰ।

খাম্থি ৰজাক খুন কৰিলত অৰাইজ্য হৈ আঠ বৎসৰ আছিল।১২৩॥

**চুডাংফা বামুণী কোঁৱৰ।**—পাত্ৰে কলে খাওখুন নামে আহম এটাৰে—"লোহিতৰ সিপাৰে বৰ ডাঙ্গৰ গোষ্ঠীৰ লৰা এটা লগ পাই আহিছোঁ।" এই বাৰ্ত্তা পাই লোকজন সকলো সমালোচন কৰি

চুডাঙ্গক আনি চাই কীৰ্ত্তি সোধ-পোছ কৰি আৰু ৰজাৰ গোষ্ঠী হেন জানি লাক্নি কাপ্লাও ১৩২০ শকত চৰগুৱাত ৰজা পাতিলে। পাচে ৰজা হৈ আপোন নিয়মে নাম ললে ত্যাওফ্রুচুডাং।

পাচে তিপমীয়া খুনতাইৰ ত্যাওবুক খুমাচঙ্গৰ নাংচেঙ্গৰ কুঁৱৰীয়েৰে তিপাম ৰজাৰে লেনাদেনা আছিল। পাচে একদিনা মহাৰজা ভাত খাওঁতে সেই কুঁৱৰীয়ে তিপাম ৰজা ত্যাওচুলাইলৈ চাইছিলে। তিপাম ৰজা লিগিৰীৰ হাতে বাখৰপতা আঙ্গঠি এটা দি পঠালে। এইকথা লোকেও জানি মহাৰাজত জনালে। মহাৰজায়ে ত্যাওচুলাইক পাই ধৰি চৌখামেৰে সুধিলে, বোলে,—"মোৰ কুঁৱৰীলৈ বিশ্বাসে কিয় আঙ্গঠি দি পঠালে?" এনেতে লানখিনিপৰ জীয়েক তিপমীয়ানীয়ে মহাৰজাত গোচৰ দিলেহি, "টাই-তিপাম তিপমীয়ানীয়ে আলচ কৰিছে।" এইৰূপে গোচৰ দিবৰ শুনি ট্যাতিপাম ৰজা, তিপাম, তামৰাও, তিনিও ভয় হৈ পলাই গল। ১২৪ ॥

**নড়া আৰু আহোমৰ ৰণ।**—নড়াৰজা চুকুফাত জনালে,—"নাম ৰাজ্যত তোমাৰ ভাই-পো কোনো নাই। এতেকেসে তোমাৰ বংখত ৰাজা নাই।" ত্যাওচুনপোক অনেক লোকজন লগত দি "আমাৰ ৰাজা হগৈ" বুলি পঠাই দিলে। সি আহি তিপামৰ কুঁহিয়াৰবাৰীত ৰহিল। তাৰ লগত তিপাম ৰাজাও, তিপমীয়া কুঁৱৰীও, তিপাম, তামৰাও, তিনিও আহিল। পাচে সিহঁতে আহিবৰ শুনি পাইৰিন হাতীত উঠি থাওমুংলুং ত্যাওতানবিন বৰগোহাঁই ঘোঁৰা উঠি খেদিগৈ তিপামৰ কুঁহিয়াৰবাৰীত যুদ্ধ ধৰিলেগৈ। পাচে মহাৰাজাৰ শৰীৰত যাঠিৰ আগ লাগিল, কিছুমান ঘা লাগিল। পাচে আমাৰ মানুহ বলে নোৱাৰি নড়াত আছিলগৈ। ভাগি যুদ্ধ এৰিলে, আপোন ৰাইজ্যলৈ গোল। আমাৰ এখেৰ থোৱা ত্যাওচুলাই, তিপমীয়া কুঁৱৰী, তিপাম তামৰাও এই তিনি তাৰ লগত কমতেশ্বৰৰ ঠাইলৈ গল ভটীয়াই। এই যুদ্ধৰ সময়ত চুডাঙ্গ মহাৰজায়ে সম্মানৰ বচন বুলিলে। মহাৰজাক যুদ্ধত সখা নভজিল দেখি সেই কথা মহাৰজাৰ মনত আছিল। পাচে

একদিনা ভাত খুৱাওঁ বুলি সিহঁতক মতাই আনিলে। পাচে ভাল নগাক কাটিলে, তিপামৰ বৰশিমলুগুৰিত মূৰ-মালা বান্ধিলে। ১২৫॥

**কমতেশ্বৰেৰে সৈতে চুডাংফা ৰজাৰ মিত্ৰতা।**—সেই সময়ত কমতেশ্বৰ ৰাজা পাচে আহি লোকজন সহিতে যুদ্ধ লাগিল। পাচে কমতেশ্বৰ অনেক মিত্ৰভাব দৰ্শাই প্ৰাৰ্থনা কৰি ত্যাওফ্ৰাচুডাং মহাৰজাৰ ঠাইলৈ ৰূপাই লস্কৰ কটকী পঠাই বোলে,—"লোক পঠাব যদি কৰভাৰ দিম।" পাচে এইকথা মহাৰজা শুনি থাওমুংলুং বৰগোহাঁইক পঠালে। আৰু সিয়ে কমতেশ্বৰ ৰাজায়ে বঙ্গালক যুদ্ধ কৰিবলৈ লোকজন খুজি পঠাইছে। তেওঁ আপুনাৰ লোকজন সহিতে সন্ধ্য গৈ পাচে মহাৰজাৰ আজ্ঞায়ে বৰগোহাঁই কমতেশ্বৰ ৰজাৰ সহায় হৈ যুদ্ধ কৰি সকলে বঙ্গালক ভঙ্গালে। পাচে কমতেশ্বৰে উপকাৰলৈ আলচ কৰি জীয়েক ভাজনীক চুডাঙ্গ মহাৰজালৈ দিলে। পাচে কমতেশ্বৰ ৰজাৰ বাপেকৰ নাম মাণিক, ককায়েকৰ উৰি নাম চেংখন। কন্যাৰ লগত দিলে হস্তি দন্তাল ১, মাখুন্দী ১, ঘোৰা ২, ৰূপাৰলী জিন বন্ধা ১, জিন বন্ধা ১২, বান্দী ২০, বেটী ৪৭ ঘৰ, সুবৰ্ণৰ ৰাজা অন্যেবস্তু অনেক দিলে। পাচে চুডাঙ্গ মহাৰজায়ো সেই কন্যাক প্ৰধান মহিষী পাতিলে। সেই সময়তে আমাৰ লোকে বঙ্গালক জিনিলে, কাটি-মাৰি কৰতীয়া গঙ্গাত খাণ্ডা পখালিলে, পুখুৰীয়ো খানিলে, আমাৰ লোক সহায় পাই বঙ্গালক জিনিলে। ১২৬॥

**নড়া ৰজালৈ চুডাংফাৰ উকিল-পত্ৰ।**—এওঁ ৰজাৰ দিনত আঠ বৎসৰ নড়া ৰজালৈ আমাৰ কটকী যোৱা নাই। সেই সময়তে মুংখাংমুং, আইতনমুং, তিপাম এয়ি তিনিয়ে সাত বৎসৰ আমাৰ ৰাজাক কৰভাৰ দিয়া নাই। পাচে চুডাং মহাৰজা লাক্লি কংৰাও ১৩২৮ শকত ত্যাওপুংসাঞ কটকীৰ হাতত জাৰিনালত কাকত ভৰাই দিলে, নড়া ৰজা চুকনফালৈ জনাব দিলেগৈ। কাকত এইৰূপে লিখিছিলে,—"মুংখাংমুংজাং, মুংআইতন, তিপাম, এই তিনি ৰাজ্যে তেৰ ঠাইলৈকো এখেনেকো কৰভাৰ দিয়া একো নাই। এতেকে তিনিওখন ৰাজ্য

মাৰিব্লো খোজোঁ। তেওঁ কি বোলে? মোলৈ কৈ পঠাক।” পাচে নড়া ৰজায়ে চুৰনফ্ৰায়ে এই সমাচাৰ শুনি মুংখুনবান কটকীক পঠাই সিহঁতক কব দিলে,—“সি শুদা আহোম, মোৰ ককাই-ভাইক কৰভাৰ খুত কিয় নিদি থাকে? স্বতন্ত্ৰ ৰূপে কিয় থাকে?” এই বুলি সিহঁতলৈ পঠালে।

আমাৰ পুংমাওৰ লগত ত্যাওলুংবান কটকী পত্ৰ-সন্দেশ দি নড়া ৰজা চুৰনফ্ৰায়ে আমাৰ মহাৰজাৰ ঠাইলৈ দিলে সন্দেশ শুকিলা ঘোৰা ১, জৰৈকৰা ঘোৰা ১, মুখ-চাওনি জৰি এগছ ১, জৰৈকৰা ঘোৰাৰ তলচা ১, টঙ্গিপীৰা ১।

পাচে ত্যাওপুংমাও, ত্যাওলুনবান, এই দুই কটকীক পত্ৰ-সন্দেশ আহোমত আমাৰ ঠাইলৈ পাওঁতেহি লাক্লি কাকেও ১৩৩০ শকত চুডাঁং মহাৰজা স্বৰ্গী হ’ল, ভোগ ১০ বৎসৰ। ১২৭॥

**চুজাংফা, চুফকফা আৰু চুচেন্‌ফা।**—পাচে তেওঁৰে পুতেক ৰজা হল চুজাংফা নামে। লাক্লি ৰাইচেও ১৩৪৪ শকত চুজাংফা মহাৰজা স্বৰ্গী হল, ভোগ ১৪ বৎসৰ। পাচে তেওঁৰে বংশত ত্যাওফ্ৰা-চুফুক ৰজা হল। ১৩৬০ কাচেও শকত ত্যাওফ্ৰা-চুফুক ৰজা স্বৰ্গী হল, ভোগ ১৬ বৎসৰ।

পাচে তেওঁৰ পুতেক ত্যাওফ্ৰা-চুচেন ৰজা হল ১৩৬০ শকত। আষাৰ মাসত। একদিনা দিনতে আন্ধাৰ হৈছিল। ৰাতিহেন জানি পক্ষীসকলে বহিবলৈ গৈল।

পাচে আখাম্পে নগাঞ পানীত হাত জোবোৰাই শপত কৰিলে, ভেঁটিকৈ দা তিনিখান। মহাৰজাত গোচৰ দিলে বোলে,—“টুংচুৰাল নগাৰে আমাক ডকা দিয়ে। তাক মাৰি আমাক ৰক্ষা কৰোক।” এই বুলি ভিতৰলৈ ছলকৈ গল। তাৰ লগত বহুত নগাক দা যাঠি, ফৰ, ত্ৰিশূলক হাতত ধৰাই হাবিত থৈছিলে। এইকথা মহাৰজা নাজানি টুংচু নগাক মাৰিবলৈ ত্যাওকানবান বাৰুক, ত্যাওৰিংময় এই দুইক আগক পঠালে। পাচত মহাৰজাও গল:

পাচত লুকাই থকা নগায়ে বাটত যুদ্ধ ধৰিলে। আমাৰ লোকজন অকল অসাবধান দেখি বিস্তৰ কাটিলে ১৪০ মানুহ। ত্যাওকানবান বাৰুক, ত্যাওৰিংমাই, এই দুইক সেই ৰণত নগায় কাটিলে। পাচে মহাৰজা ৰণত হাৰিল। পুতেক সহিতে উলটি আহিল।

লাক্লি ৰুংচেও ১৪০৯ শকত জেঠ মাসত ত্যাওফাচুচেন ৰজা স্বৰ্গী হল, ভোগ ৪৯ বৎসৰ। ১২৮॥

**চুহেনফা আৰু চুপিমফা।**—তান পুত্র ত্যাওচুহান ৰজা হল ১৪১০ শকত। টুংচু নগাক মাৰিবৰ নিমিত্তে গড় বান্ধিবলৈ মুংকঙক পাচিলে।

আৰ পাচতে ১৪১১ শকত চৈত্র মাসত কছাৰীয়ে ৰণ কৰিবলৈ আহিল, এইকথা ত্যাওফা-চুহান ৰাজা শুনিলে। খুনলুং-খামপেঙ্গক সেনাপতি পাতি যুদ্ধলৈ পাচিলে। খুনলুং-খামপেঙ্গ সৈন্য জোৰাই প্লাইৰিন হাতীত উঠি যুদ্ধৰ সমুখে গল। থাওমুংবাংৰুনকো সেনাপতি পাতি পঠালে। কছাৰীও সৈন্য দেখি আহিল। পাচে আমাৰ লোক-জনে খেদি গৈ দিখৌ পাৰ হৈ কছাৰীয়ো খেদি আহিল, থাওমুংবাংৰুনে খাওপেঙ্গ খামুংলং হাতীত উঠি পলাই আহিল। আমাৰ লোকজন ৰণত পৰিল ১২০। কছাৰীও পাচে-পাচে খেদি আহিল, টংচু পালেহি মুকংকাইতে গড় বান্ধিবলৈ যোৱা মুংকং ৰণত পৰিল। পাচে তাওফা-চুহান ৰজায়ো খেদি গৈ দিখৌৰ পাৰ হৈ ৰহিল। সেই ঠাইতে থাকি লাংজী নামে কন্যা, দন্তাল হস্তী ১টা, মাখুন্দী ১, বন্দী ১২টা, এইখানি কথা-বাৰ্ত্তা হৈ মিত্রভাবে কছাৰীক জিনিলে।

আগে খুনলং-খামপেঙ্গৰ নাম থাওমুংলুং আছিল; তাৰ পো-নাতি ফুলুং-খামপেঙ্গ বোলে। এই দুইকে মহাৰজা ডাঙৰ কৰিল, ১৪১২ শকত। থাওকাংবানৰুক আছিল, তাৰ পো-নাতিক ত্যাওকাংবানৰুক বোলে থাওমুংলুং দিলে।

পাচে একদিনা টাই-তুৰবান আহোমে এক গৃহস্থৰ ধান্য চুৰি কৰিলে। পাচে সেই আহোমক চোৰ ধৰিলে, ৰাজাত যোগালে।

পাচে ৰাজ্য সকলো আহোমক মাতি আনিলে মিচঙ্গ আওভাবলৈ। সেই লগতে তুৰবান আহোমো বাঁহৰ ভিতৰত যাঠি এগছ আনিছিলে। মহাৰজাও সেই টুপতে বসিলে। পাচে ছেগ চাই যাঠি উলিয়াই ৰজাক খুচি মাৰিলে। ৰজা স্বৰ্গী হল, ভোগ ৪ বৎসৰ। পাচে বৰা-বৰুৱাবোৰে ৰাজদ্ৰোহী বুলি মাৰিলে তুৰ্ব্বান আহোমক, লাক্লি ৰাইসিত ১৩১৪ শকত।

পাচে তান পুত্ৰ ত্যাৱোত্যফা-চুপিম ৰজা হল, লাক্লি মুংচেও ১৪১৪ শকত। পাচে চুপিনফ্ৰা ৰজাক খুন কৰিলে। পাচে ৰজা স্বৰ্গী হল, ভোগ ৪ বৎসৰ। ১২৯॥

ওপৰজনা দিহিঙ্গীয়া ৰজা।—পাচে সেই শকতে ১৪১৮ সকলো বৰা-বৰুকে আলচ কৰি পৰ্ব্বতৰ পাটত চুকাঙ্গক ৰজা পাতিলে। পাচে ৰজা হৈ নাম ললে ত্যাওফা-চুহুম। এই জনাকে ওপৰদিহিঙ্গীয়া বোলে। পৰ্ব্বতত কতোদিন থাকি ১৪২৪ শকত দিহিঙ্গত নগৰ ললে। ১৪২৬ শকত পাচে মহাৰজা থাওমুংনাংবান, ত্যাওবুঙ্গপেঙ্গ, এই দুইক আইতুনীয়া নগাক যুজিবলৈ পঠালে। ইহঁতক যাবৰ দেখি নগা ভয়াতুৰ হৈ কুঁৱৰী এজনা, পুয়েন নামে হাতী এটা দি ৰবিল। ইবোৰে কুঁৱৰীকে হাতীকে পাই ওলটি আহিল, মহাৰজাক সেৱা কৰিলেহি। ১৪৩১ শকত হাবুঙ্গ পালেগৈ। পাচে সেই সময়তে হাবুঙ্গীয়া বামুণৰ ঘৰতে আছিল। বুঢ়ামহাৰজা তাৰ পূৰ্ব্বৰ উপকাৰ স্মৰি তাক সুবৰ্ণৰ লগুণ দিলে, বোলে,—“আজিৰপৰা আমাৰ অংশী হলি।” কেতৰ নাম দিলে, হাতী-ঘাঁহীৰ অধিকাৰী পাতি ৰাজা লগতে ললে। ১৩০॥

চুটিয়াৰ লগত ৰণ।—সেই সময়ত চুটিয়াৰ বীৰনাৰায়ণ ৰজাৰ মানুহে আমাৰ মানুহক ঘালিবৰ মনে ছল-ছন্দ কৰি ছিদ্ৰ চাই ছদ্মৰূপে ফুৰিছিলে। পাচে একদিনা দিহিঙ্গৰ মাজত ডাঙ্গৰ মাছ এটা উটি আহিল। আমাৰ মানুহে নৌকাত উঠি মাছ ধৰি আনিলে। পিচে তাক খেদি চুটিয়াৰ মণিচন্দ বৰুৱায়ে বোলে,—“আমাৰ পানীৰ

মাছ কাৰ মানুহে ধৰি নিএ ?" পাচে তাক নৌকা মেলি ধৰিলেগৈ। পাচে চুটিয়াৰ মানুহে আমাৰ মানুহে জোটা-পোটা কৰি চুটিয়াৰে বলে নোৱাৰিলে। আমাৰ মানুহে চুটিয়াৰ মানুহ ধৰি আনিলে, মাছকো কাঢ়ি আনিলে। পাচে মণিচন্দ বৰুৱায়ে বীৰনাৰায়ণ ৰজালৈ জনালে। পাচে ৰজা শুনি যুদ্ধক সাবধান হৈল। সৈন্য জোৰাই দিখৌমুখত কোঁঠ বান্ধিলে। পাচে মহাৰজা শুনি ক্লাচেংমুং বৰ-গোহাঁইক লোকজন লগত দি যুদ্ধলৈ পঠালে। ইবোৰেও যুদ্ধ কৰিছেগৈ। চুটিয়াক হোহুকাই খেদি দিখৌমুখৰপৰা ডিবৰুমুখ পোৱালেনি। চুটিয়াৰ বিস্তৰ পৰিল লোকজন, বৰুৱা লেচামৰ ভতিজাক আমাৰ মানুহে ধৰি আনিলে। চুটিয়াৰ মণিচন্দ বৰুৱায়ে, বৰহুলৈ বৰুৱায়ে, ৰাজাৰ ভায়েক ঢেলায়ে, এইসকলে খেদি আহি তিনিমুনিতে প্যাচদিন যুদ্ধ কৰিলে। মণিচন্দৰ গাত কাড় লগালে। পাচে চুটিয়ায়ে বলে নোৱাৰি হুলৈ বৰুৱা প্ৰমুখ্যে সকলে সৈন্য চুটিয়াৰ পলাল, শদিয়ালৈ গ'ল। সেই যুদ্ধতে চুটিয়াৰ লোকজন বিস্তৰ পৰিল ৪০০০। আমাৰ মানুহে ধৰি আনিলে ৩০০০। পাচে কনচেং গোহাঞি বোলে—"শত্ৰুৰ বল বঢ়াবৰ কি কাৰণ ?" এইবুলি ধৰি অনা চুটিয়াক বধি দেৱঘৰত মুণ্ডমালা পিন্ধালে। এনেতে মহাৰজা হাবুঙ্গৰপৰা দিহিঙ্গলৈ গল, ১৪৪১ শকত।

চুটিয়াৰ ধৰ্ম্মনাৰায়ণৰ বেটা বীৰনাৰায়ণ ৰাজায়ে চেকুয়াকটাদি বাট কাটিব দিলে। ওলাই আহিলত দিখৌমুখত কোঁঠ দিলেহি। এইকথা মহাৰাজা শুনি চডেচেংখং, থাওৰাইলুং, এই দুইকো লোকজন লগত দি যুদ্ধলৈ প্যাচিলে। ইবোৰে গৈ যুদ্ধ ধৰিলে। চুটিয়া বলে নোৱাৰি হুইঁকি গৈ দিহিঙ্গৰ ঘৰত ধৰিলেগৈ। পাচে গড়ৰপৰা ওলাই গৈ আমাৰ খেংমুঙ্গত ৰণ ধৰিলে। সেই ৰণতে খেংমুং পৰিল। পাচে মহাৰজা বৰা-ৰুকক ৰণলৈ পঠালে, আপুনিও পাচতে গ'ল। পাচে আমাৰ লাইডাই জিনিলে। চুটিয়াৰ নাও ৩ খান আনি চেকুৰাকটাত যোগালে মহাৰাজাক। পাচে নাও মানুহত বাৰ্ত্তা সুধিলে বোলে,—

"চুটিয়াৰ বীৰনাৰায়ণ লোকজন সহিতে ক'ত আছে ?" সি বোলে— "ডিবোৰোমুখত আছে।" পাচে মহাৰজা শুনি বোলে,—"ফ্রাচেংমুংনে কিংলুনে ডিবোৰোমুখতে থাকগৈ।" এই বুলি মহাৰাজা পৰ্ব্বতলৈ গমন। পাচে পৰ্ব্বতত দেও কৰি ১৪৪৪ শকত মহাৰাজা চেঁচামুখলৈ গল। ডিবোৰোমুখত থাওৱান নামে বৰুৱা এটাই কোঁঠ দি ডিবোৰোমুখত ৰণ ধৰিলে। চেঁচামুখৰ পৰা মহাৰাজা ডিবোৰোমুখলৈ গল। ফ্রাচেংমুং, ত্যাওলুং-কিংলুং গাওঁৰ চুটিয়াক ভঙ্গাই নাৱে-তৰে খেদি শদিয়ালৈ নিলে। ৰাজাও শদিয়াকে খেদি গ'ল। ১৩১ ॥

**চুটিয়াৰ লগত সন্ধি।**—পাচে চুটিয়াৰে ফ্রাচেঙ্গমুংনেৰে কিংলুন গাওঁৰ ঠাইলৈ দিলে, বিশ্বাসে কটকীক পঠালে, পত্র-সন্দেশ দিলে,— সুবৰ্ণৰ কেৰু ১ যুৰ, নড়াকাপোৰ ২ খন, বৰণ বুলি দিলে। ফ্রাচেং-মুনলৈ দিলে,—সুবৰ্ণৰ শৰাই ২ খন, পাটী ২টা। কিংলুনলৈ দিলে,— সুবৰ্ণৰ কৰীয়া ১ যুৰ, পাটী দুটা। বচন বুলিলে,—"আমাক সিবোলাকে খেদিব নলাগে; বছৰি বছৰি কৰভাৰ সোধাম।" এইৰূপে কটকীয়ে কলেহি, সিবোলাক দুজনায়ে মহাভাৰত জনালে। মহাৰাজাও লানখেন পাঁচনিত কৈ এইবাক্য বোলি পঠালে, বোলে,— "তাৰ যি সোণৰ দণ্ড, মেকুৰী আছে, খাটো আছে, সিহঁতে তাকো ৰাখক, আৰু বৰকুঁৱৰীক মাখুন্দী হাতী মুক্ষকৈ দহোটা হাতীলৈ বৰবাটেদি আহিব। এইখানি বুলি চুটিয়াৰ কটকী পঠাই দিলে। কটকীয়ে গৈ এইৰূপে কলে। চুটিয়া বোলে,—"বাৰু, বৰকুঁৱৰীকো, মাখুন্দী হাতীকো আৰু দহোটা হাতীকো দিম। কিন্তু সোণৰ দণ্ড খাট, মেকুৰী যি আছে মোৰ পিতৃ-পিতামহৰ দিনসৰ্ব্বস তাক দিব নোৱাৰোঁ।" এই বুলি কটকী পঠাই দিলে বৰগোহাঁইলৈ,– সোণে-সেৰীয়া বাটী এটা, সোণৰ খাৰু ১ যুৰ, সোণোৱালী পয়জাৰ ১ যুৰ, হাতী ১টা, পাটী ২টা। বৰপাতৰলৈ দিলে,—সোণৰ খাৰু ১ যুৰ, লোটা ১টা, পাটী ১টা, পানীকামুল ১খন। তাৰ ভিতৰত চুৰি এখন দি পঠাইছিলে। ডাঙ্গৰীয়াবোৰে এইকথা মহাৰাজালৈ জনালে। ১৩২ ॥

চুটিয়াৰ লগত পুনৰ ৰণ—পাচে চুহুম্ফা ৰাজা এইকথা শুনি ফাচেংমুং বৰগোহাঁইক, চুলংকিং বৰপাতৰক, থাওমুচেন সন্দিকৈ, থাওমুংবানলুং, কেওখুন ত্যওফ্লং, কুৰিন বৰপাতৰ, এইসকলৰে আলচ কৰি “চুটিয়া আমাৰ কথা নাৰাখিলে, সি যুদ্ধ কৰিবলৈ ইচ্ছা কৰিলে” এইবুলি নৌকা যত্ন কৰি ৰজাত জনালে। ঘৰ উঠি ডাঙ্গৰীয়া লোক-জন সহিতে তৰৰ বাটে চুটিয়াক কোঁঠতে ধৰিবলৈ খেদি গ’ল। সেই সময়তে চুটিয়া ৰজায়ে পুখুৰী খানিছিল। পাচে মহাৰাজে খেদি যাবৰ শুনি চুটিয়া ৰজা বোলে,—“কোৰ চাঙ্গী এৰা, আমাৰ সকলো সুখ-ভোগ খুনখাৰ হল, লগতে গল!” সেই সময়তে চুটিয়া ৰজাৰ ঘৈণীয়েকৰ ৰাজ-ভাৰ হৈছিলে। ইয়াকে দেখি মনে কষ্ট কৰিলে। আপোনাৰ লোকজন সহিতে ভাগি গৈ ডইডাম পৰ্ব্বতত ৰহিলগৈ। মহাৰাজায়ো তাৰ নগৰতে ৰহিলগৈ। ডাঙ্গৰীয়াবোৰকো খেদি যাব দিলে। পাচে চুংলুং কুঁৱৰীক বৰপাতৰে লোকজন সহিতে খেদি গৈ সেই থাইতে ৰণ ধৰিলেগৈ। তাতে চুটিয়াৰ লোকজন বিস্তৰ পৰিল।

পাচে চুটিয়াৰ ৰজা তাতো বলে নোৱাৰিলে, চন্দনগুৰি পৰ্ব্বতত উঠিলগৈ। পাচে সকলোৱে আলচি চন্দনগুৰি পৰ্ব্বতত ৰণ ধৰিলে। আমাৰ লোকে চাৰিওদিশে পৰ্ব্বতত উশৃততে ধৰিলে। চুটিয়ায়ে সিসকলক মস্ত-মস্ত শিল বগৰাব ধৰিলে। তাতে আমাৰ লোকজন পৰিব দেখি উঠিব নুৱাৰি হুহঁকি আহিল। তাৰপৰা আমাৰ চেংখাম বৰুৱাক ধৰি নিলে। তাকে ধৰি নিবৰ দেখি সকলোৱে আলচি সাবধান হৈ ফ্ৰাচেংমুং বৰগোহাঁই, থাওমুংকিংখাম, এই দুই সমুখে গল। থাওমুংচেংনৰ সন্দিকৈ বাওঁহাতে গল, থাওমুংবানলুং দক্ষিণহাতে গল, আৰু ৰুক্‌চেং, আইখংখুনে, এই দুই শইকীয়াক বগৰীগুৰিয়েদি যাব দিলে। এইৰূপে গৈ পৰ্ব্বতত উঠি চালে, দেখে দুইকুৰিমান মানুহেৰে চুটিয়া ৰজা আছে। তাৰেপৰা নামি আহি পাচে তিনিওফালে বেঢ়িলে। আমাৰ লোকজন খেদি আহিবৰ দেখি দুটা শইকীয়ায়ে লোকজন সহিতে খেদি গৈ তাৰ হাবিৰ কোঁঠতে বৰদুৱাৰতে ৰণ

ধৰিলেগৈ। চুটিয়া শিল বগৰাই কঁড়াই দুই-চাৰি মানুহে মাৰিলে। পাচে মানুহ মাৰিবাৰ দেখি জুংমুংখাং হাতীমূৰীয়া কিছুমান লোকেৰে খেদি গল। ১৩৩॥

**শদিয়াত আহোমৰ অধিকাৰী বিষয়া।**—পাচে বৰডুৱাৰত কঁড়িয়া-কঁড়ি লাগিল। চুটিয়া বলে নোৱাৰি ভাগিল। আমাৰ মানুহে চুটিয়া ৰজাক ধৰি আনিবলৈ খেদি গ'ল। চুটিয়া ৰজাৰ গাত কাঁড় লগালে। চুটিয়া ৰজা বীৰনাৰায়ণে সন্য ভাগিবৰ দেখি আপুনি উঠি আহিল, জংমুঙ্গলৈ কাঁড় মাৰিলে। পাচে ধৰ্ম্মনাৰায়ণৰ পুত্ৰ বীৰনাৰায়ণ ৰজা মৰিল, জুৰিলৈ বগৰাই পেলালে। পাচে পুতেকক খুচি মাৰিলে, লাইখেঙ্গে মাৰিলে। তাৰ বৰকুঁৱৰীকো ধৰি আনিলে, আৰু সোণৰ দণ্ড, খাট, মেকুৰীকো, আৰু যি পালেমানে সকলোকো আনিলে। চুটিয়াৰ সৰ্ব্বস্ব লৈ আহিল। যুদ্ধ জিনি আহোঁতে ঘাটত পলৰীয়া লাপিতক্ৰত্যাং দেওধাইৰ ডিঙ্গিত কাঁড় লগালে, মৰিল। আৰু ত্যাওচুংলুং কুঁৱৰী লঙ্কচেম ডইডাম পৰ্ব্বতত পাই চুটিয়াৰ বৰুৱা কাইতবাপুৰ কটকীক ধৰি আনিলে। এইৰূপেমানে চুটিয়াক কাটি-মাৰি ৰণত বশ্য কৰি আহি চুটিয়াৰ বৰনগৰত মহাৰজাক সেৱা কৰিলেহি। চুটিয়াৰ মুণ্ডকো আৰু যি বস্তুজাতকো, মানুহকো সকলোকো ৰাজাত বুগালে। পাচে কথা-বাৰ্ত্তা সকলো জনালে। পাচে ৰাজা দেউধাইক মাৰিবাৰ শুনি বহুত অসন্তুষ কৰিলে।

পাচে মহাৰজা ডাঙ্গৰীয়া সহিতে সকলোকো চপাই আলচ কৰি বোলে,—"লোক ৰাইজ্য মাৰিছোঁ। ইয়াত ৰাজ্য ৰাখন্তা নভৈলে কিয় ভাল হৈব্য?" এইবুলি থাওমুংলুংলংচেঙ্গক ফ্ৰাংচেংমুন নাম দি বিহগোহাঁই পাতি থলে। সইন্য তিনিশ দিলে, হস্তী তিনিটা, শদিয়াত অধিকাৰী।

পাচে মহাৰাজা শত্ৰুক জিনি নিজ সন্য সমে ৰাইজ্যক চলিলা। চুটিয়া ৰাজাৰ পুত্ৰ-নাতিসবৰ মুণ্ডক নচুৱাই ৰাজা ৰণ-জয় কৰিলে। নাকুৰি দেৱঘৰৰ পৰ্ব্বতৰ ঠেঙ্গত দেৱ কৰিলে। পাচে মহাৰাজা

ডাঙ্গৰীয়াসকলকো প্ৰজাকো বঁটা-বাহন দি ৰাইজ্য পাতিলে। আত-পাচে মহাৰাজা চুটিয়াক যুদ্ধ জিনি সুবৰ্ণৰ দণ্ড, পাট, মেকুৰী, ছত্ৰকো পাই জয়ঢোল কোবাই উৎসব-মঙ্গল কৰিলে। প্ৰধান ৰাজা ছুই কেকোৰাদোলা ললে, নাকৈ-দা তিনিজনা ডাঙ্গৰীয়াকো দিলে, দোলা তলচা নিবন্ধ কৰি দিলে, লাক্লি প্লেকচিঙ্গাত। এই কেকোৰাদোলাত অন্যে উঠিব নাপায়, মহাৰাজা দিলেহে উঠিব পায়, ১৪৪৫। ১৩৪॥

**নড়া ৰজাৰ সমৰ্পণ।**—আইতুনীয়া ফ্ৰা-ফুকুয়ামুং নড়াৰ বঙ্গহেও গাঁৱত ৰণ ধৰিলেহি। আমাৰ আগে থকা প্লাইলুং নামে হাতী ১ নি এইকথা ফ্ৰাচেংমুং শদিয়াখোৱা গোহাঁইৰ গালৈ জনাই পঠালে। পাচে স্বৰ্গদেৱে থাওমুংচেং সন্দিকাইক, ত্যাওচুলুং ঘৰপাতৰক এই ছুইজনাক আষাঢ় মাসত পঠালে। পাচত স্বৰ্গদেৱো গল, ধৰুপাত এঠাই হলগৈ। পাচে ফুকন নড়ায়ে হস্তি-স্কন্ধে আহি ৰণ ধৰিলেহি। আৰু থাওমুং-খামজাং নড়ায়ে, ফাতৰু পাতুংখাং নড়ায়ে ছুয়ো ফুকুয়ামুং নড়াৰ লগত সহায় হৈ যুদ্ধ ধৰিলে। পাচে আমাৰ লাহনচং আগবাঢ়ি গৈ ফুঙ্গমুঙ্গলৈ শক্তি মাৰিলে, তাৰ শৰীলত নপৰিল। হেনদেখি ফুঙ্গমুঙ্গে শক্তি কৰিলে, তাৰ ভুজত পৰিল। খেদি আসি তাৰ কন্ধ ছেদিলে। ত্যাওস্কিত্ৰ্ম, লাচাম্ফাক, মচো-সজয় এই তিনি বাপেক-পুতেকক পাচিলে। বেঢ়ি ধৰি তাৰ খাণ্ডা সহিতে বধিলে। সি পৰিবৰ দেখি তাৰ সেনা ভাগিল। তাৰ লগত অসা খামজঙ্গীয়া নড়ায়ো ভয়ে পলাই আপুনাৰ ৰাজ্যত পশিল।

তাৰ ভাঁই ফ্ৰচেনত্যৌওয়ে কটকী পঠাই প্ৰাৰ্থনা কৰি বোলে,—"মোৰ ভাগিনীটী নামখামতে বিহা দিম আৰু অশ্ব ছুটা দিম, মহাৰাজা ক্ষমা কৰ। স্বৰ্গদেৱক সেৱা কৰিমগৈ।" তাতপাচে ফুলপুং কটকীত কৈ ভনীয়েক অশ্ব ছুটাকো দি পঠালে লাক্লি কাত্‌মুত ১৪৪৭ শকত। তাতপাচে ফুলত্যও তাৰ দেশৰপৰা বিস্তৰ সম্ভাৰ লৈ আহিল, স্বৰ্গদেৱক সেৱা কৰিলেহি, বোলে,—"মই

স্বৰ্গদেৱক অনেক অপদ্ৰব কৰিলোঁ, স্বৰ্গদেৱে কৃপা কৰি অনুগ্ৰহ কৰেহেঁতি তেহে হয়।" এহি বোলি ৰহিল। তাত পাচে ফুচেনত্যৌক নাংখামপুই নামে কন্যা এক, দন্তাল হস্তী ১, ৰূপাৱলী জাপি ২, ৰজতৰ দণ্ড ২, এইসকলক দি শিকাই-বুজাই পঠালে। ১৩৫॥

**আহোমৰ নতুন বিষয়া।**—পাচে মহাৰাজা ৰুংৰুংমৰপৰা এক বৎসৰৰ শেষত আষাঢ় মাসত দিহিঙ্গলৈ আহিল। তাৰপাচে ১৪৪৮, লাক্লি খুতচানত ত্যাওচুংলুং কুঁৱৰী নঘৰ পাতৰক থাওমুং-চুংত্যাও নাম দি নামনিয়াল সন্দিকৈ পাতিলে। ঘৰপাতৰৰ চেনদিমক চুংকুংৰি নাম দিলে। ত্যাওপিমক বানলুং নাম দিলে। ১৩৬॥

**কছাৰীৰে সৈতে বিৰোধ।**—কছাৰী যুদ্ধৰ কথা॥ কৈকাচুংডাং চাৰিটা দলৈক নেঘেৰী পৰ্ব্বতৰ কাখৰৰ চুকা বৰচেটিয়ায়ে ধৰি আনিলে, বোলে,—"আমাৰ মানুহ-দুনুহটো ফুৰিব নোৱাৰে? কছাৰীয়েনো কত ৰাইজ্য পালে? কছাৰীৰ নহয় স্বৰ্গমহাৰাজাৰেসে ৰাইজ্য হুই।" এই বোলি কছাৰী দলৈক ৰাখি থৈছিল। পাচে কছাৰী ৰজা এই কথা শুনি সাতগঞা মানোৱা দলৈক, মৰিয়ল বাঘেখুৱা দলৈক, লিখা পত্ৰ দি পঠালে বৰচেটিয়াৰ ঠাইলৈ। লিখাত এই লিখিলে, বোলে,—"দিখৌৰ দখিণপাৰৰপৰা আমাৰ ৰাইজ্য।" পাচে লিখা চাই বৰচেটিয়ায়ে এইখানি বুলিলে বোলে,—"আমি দ্বন্দ্ব নকৰোঁ, সিহঁতে আমাৰ গৰু-মানুহ ধৰি নিয়ে, মাছ কাঢ়ি নিয়ে, আমাৰ স্বৰ্গমহাৰাজাৰ লোকজন সবৰ বল টুটিলেনেকি? আৰো তাৰ চৰীয়াৰে সৰ্ব্বস কাঢ়ি নিয়ে, ৰণ কৰিব পাৰোঁ বুলি ইয়াকো বিশ্বাসে কৰিহে বুলিব লাগে! ই ভাল বুলিছে, "কিৰ্ত্তিম বীয্যাৰ দৃষ্টি অকাৰ্য্য হৈলে আছোক ৰণ, শৰীৰতো ৰক্ষা নাপাই।" এনে বচন-কথাৰে চুটিয়া ৰাজা সবংশে সহিতে তল গৈইছে। কছাৰী ৰাজানো গলত শিল বান্ধি সমোদ্ৰত কেনমতে সাঁথুৰিব খুইছে? স্বৰ্গমহাৰাজাৰ খাণ্ডাৰ ধাৰ দেখা নাইনে? সিহঁতে আপোনাৰ ইষ্ট দেৱতাকো কোন আছে তাক সত্বৰে চিন্তোক,

যুদ্ধলৈকো আগবাঢ়ি আহোক, তেহে মানুহ এৰি দিব পাৰোঁ। যাতে দূত মাৰিবৰ যোগ্য নহই, এতেকে এৰি দিছো।" সিহঁতৰ হাতত লিখা এখন লিখি দি পঠালে। পাচে সিহঁতে লিখা লৈ আপোনাৰ দেশলৈ গল। ১৩৭ ॥

**সীমা-নিৰ্ণয়ত প্ৰথম পৰীক্ষা।**—'আগে যাৰে পুখুৰীত পানী আগে উলাই তাৰেসে ৰাজ্য।' পাচে এইৰূপে কথা বান্ধি নিবন্ধকৈ ললে। কছাৰীও ভাল বুলি শলাগিলে। পাচে কনচেং বৰপাতৰে খুনখুৰা বৰুৱায়ে দুটা পুখুৰী খনালে। পাচে দুয়ো পুখুৰীত একো কালে পানী নোলায়। পাচে আমাৰ বৰপাতৰে মন্ত্ৰণা কৰি ৰাত্ৰি অনেক কুমাৰ আনি মাটি খনাই পুখুৰীত পানী উলিয়ালে। পাচে কছাৰীয়ে নজানেহেনকে নিশা গৰঙ্গৰে পানী আনি পুখুৰীত ভৰাই চাৰিওপাৰে মাটিৰ ভালকৈ কৰাল দিলে, পানী নোহোসা কৰিলে। আৰু সেই ঠাইতে ডাঙ্গৰ জৰীগছ এজাৰ আছে। তাতে হোৱাং চৰাই বাঁহ লৈছিলে। তাতে মানুহ এটা তুলি থৈ তাক শিকালে, বোলে,—"তই একো নামাতিবি। যিতিয়া আমি জয়ঢোল কোবাওঁ তেতিয়া তই বুলিবি,—'স্বৰ্গমহাৰাজাৰ ৰাইজ্য।' এইৰূপে তিনিবাৰ বুলিবি।" পাচে ৰাতি পুৱালত পুখুৰীৰ পানী দেখি আমাৰ সকলোলোকে বুলিলে,—"আমাৰ স্বৰ্গমহাৰাজাৰেসে দেশ। এইবুলি অনেক বাইগু বজালে, জয়-ঢোলকো বজালে, আনন্দ-উৎসব কৰিলে। কছাৰীকো বোলিলে,—"পৃথিবীয়েও সত্য কহিছে, আৰু আকাশৰ দেৱতায়ো বুলিছে, কছাৰী, শুন শুন।" পাছে সেই সময়তে চৰাইখোৰোঙ্গত থকা আমাৰ মনুষ্য বোলি ধৰি আনিলে, বোলে—"স্বৰ্গমহাৰাজাসে অধিকাৰী, কছাৰীৰ ৰাইজ্য নহই।" পাচে আমাৰ লোকে বোলে,—"কছাৰীক আকাশৰ দেৱতাও কৈছে, তইঁতে আমাৰ ৰাইজ্য এৰি দে।" ১৩৮ ॥

**কছাৰীৰে সৈতে ৰণ।**—পাচে সেই লিখা কছাৰী ৰাজা শুনি বোলে,—"আহোম ৰজাৰ মানুহে যুদ্ধলৈহে মন কৰিলে।" এহি-

বুলি সাবধানে আগবাঢ়ি আহি ধনশিৰিত কোঁঠ দিলেহি। পাচে মহাৰাজা দিখৌৰ সিপাৰৰপৰা শিলপুখুৰীলৈকে কাটি-মাৰি খেদি নিলে। তাতে কোঁঠ দি খুনখুৰাৰে শ-মান লোক লগত আছিল।

পাচে আমাৰ লোকজনে ভিক্ষুকৰ বেশে কছাৰীৰ আশ্ৰয় জিজ্ঞাসি ফুৰিছিলে। পাচে কছাৰীৰ খুনখুৰাৰে আমাৰ মানুহ ছটা ধৰি নিলে। আহোমে ছল কৰি ভাও বুজিছে, এই বুলি ছটা মানুহ কাটিলে, চাৰিটা মানুহ কছাৰী ৰজাৰ ঠাইলৈ দি পঠালে, আমাৰ চাৰি মানুহত কছাৰী ৰজাই সুধিলে, বোলে,—"তহঁতক নাকাটি-নামাৰি ৰক্ষা কৰোঁ, তহঁতৰ ৰাজা কি যুক্তি কৰিছে তাক ক।" পাচে আমাৰ চাৰি মানুহে বোলে,—"যদি মহাৰাজাৰ বল-বীৰ্য্য টুটিলেহে তহঁতে কাটিবাক ভাল। জুইআঙ্গুনি পকুৱায়ে, ৰাতিক দিন কাহানি কৰে? আমাৰ কথাৰে কাহানি মহাৰাজা তোমাৰ ৰাজ্য মাৰিছে? ইন্দুৰৰ মুখত কাহানি হস্তী-দন্ত গাজে? ইন্দুৰৰ পথে কাহানি হস্তী অহা-যোৱা কৰে? বানৰৰ মুখে কি নাৰিকল ভাগে? স্বৰ্গমহাৰাজা কাহানি আমাৰ কথাত চলে? আমাৰ কথাৰে তোমাৰ ৰাজ্য মাৰিছেনে? আমি ভিক্ষুক, ভিক্ষা কৰি তোমাৰ ৰাজ্যত ফুৰোঁ, তোমাৰ যেই ইচ্ছা তাকে কৰা।" পাচে কছাৰী ৰাজায়ে সেই চাৰি মানুহক বোলে,—"পূৰ্ব্বাপৰ আমাৰ ৰাজ্যৰ বৰচেটিয়ায়ে আমাৰ মানুহ ধৰি নিয়া, সিবিলাকে ইসব কথা নজানে কি? তহঁতৰ দুটা মানুহে স্বৰ্গ-মহাৰাজাৰ ঠাই কৰি গৈ আমিও তহঁতক পঠাই দিম।" এইবুলি কছাৰী ৰজায়ে দুটা মানুহ পঠালে। ১৩৯ ॥

**সীমা-নিৰ্ণয়ত দ্বিতীয় পৰীক্ষা।**—পাচে সেই দুটা মানুহে মহাৰাজাৰ আগত সকলোখিনি আদি-অন্তে কলে। স্বৰ্গদেৱে যুদ্ধ কৰি কছাৰীক শিলপুখুৰীৰপৰা খেদি নি কাটি-মাৰি কছাৰীক পত্ৰ এখান লিখি উটাই দি পঠালে। কছাৰীয়ে চপাই আনি পত্ৰ চালে। পত্ৰত এই লিখিছিলে,—"দেৱগ্ৰামৰ মহাদেৱ গোসাঁইৰ

আগলৈ আহোমে কছাৰীয়ে বলি দিব। যাৰে বলি একে কোবে ছিগে তাৰে ৰাজ্য হব।” এই সত্য-নিবন্ধক শুনি কছাৰীও সেইৰূপে বলি আনি দুয়োহতবে ভাল মানুহ পঠাই গোসাঁইৰ আগলৈ দি পঠালে। পাচে কোব মাৰিলে, কাছাৰীৰ বলি চাৰি কোবেও নিছিগিল। পাচে সকলো লোকে বোলে,—“আমাৰ স্বৰ্গমহাৰাজাৰ ৰাইজ্য, কছাৰীৰ নহই।” পাচে এই নিবন্ধতে থাকি কছাৰী দুসকি-দুসকি ধনশিৰিৰ সিপাৰ হলগৈ, আমাৰ লোকজন ইপাৰে ৰহিল। ১৪০ ॥

**পুনৰ আহোম-কছাৰী ৰণ।**—সেই সময়ত ডেটচুফ্রা এইৰূপে লগ ললেহি। পাচে কাৰো ভঙ্গ-জয় নাই। পাচে সেনাপতি কনচেং বৰপাতৰে বোলে,—“কছাৰীয়ে মৰঙ্গি এৰি দিয়োক। যদি নেৰে, আমাৰ. মহাৰাজায়ে বুলিছে বোলে,—“সি যিখানি কৈছে আমি যিখানি কঞো দুয়ু সত্য নহয়, পৃথিবীয়ে হে সত্য।”...... নিবন্ধকো দেৱতাৰ বচনকো মানি কোঁঠ মাৰি ৰহিল।...... দুয়োদল লোকে লগালগি হৈ এইৰূপে দুবৎসৰ আছিল, ভঙ্গ-জয় নোহোৱাকৈ।......

কাৰো ভঙ্গ-জয় নোহোৱাকৈ ১৪৪৮ শকত আঘণ মাসত থাওমুং-ক্লংখাম গোহাঁইক থাওমুংচেন সন্দিকৈক আগকৈ কছাৰী ৰণলৈ পঠালে। এই দুয়ো কছাৰীৰ পানীখোৱা ঘাটতে ৰহিল। পাচে মহাৰাজায়ো পুতেক গড়গঞা সৈতে নামতি নদীয়ে উজাই কছাৰীৰ ৰৰদুৱাৰত ৰহিলে। থাওমুংত্যেও, ত্যাওমুং-মুংক্লি দুয়ো আগেযোৱা সৈতে চাৰিকো পানীঘাটতে বেঢ়িৰ দিলে। ইবোৰকো কছাৰীৰ ইটাৰগড়ৰ কোথতে গড় বান্ধিৰ দিলে। সকলেও একযুক্তি হৈ গড় বান্ধিলে। পাচে গড়ৰ ভিতৰ সোমাই যুদ্ধ ধৰিলে। সি বলে নোৱাৰি ভাগিল। ইবোৰে তাক ভাগিবৰ দেখি উলটি আহি মহাৰাজাত কলেহি। পাচে মহাৰাজা তাৰপৰা লোকজন সহিতে মৰঙ্গিলৈ গ’ল। তাতে পাঞ্চ বৎসৰ আছিল.। পাচে ধনশিৰিয়ে

ভটীয়াই আহিল, দেৱৰগ্ৰামত ৰহিল। চাবিঙ্গৰাজা ত্যাওচুখেন, পুতেক ত্যাওচাওৰাই, ক্লিলং ৰৰপাতৰ পীৰাকটাৰ পৰায়ে দেৱৰগ্ৰামত মহাৰাজাৰ লগ পালেহি। দেৱৰগ্ৰামত চাবিঙ্গৰাজাৰ পুতেক ত্যাওচাও চাওৰাও মৰিল। সকলো ৰৰা-বৰুকে আলচি কলে,—"কছাৰীক নাপালোঁ নাওবাটে তৰবাটে ॥" গঙ্গাধৰ হস্তাক্ষৰম্। ১৪১ ॥

গোলাঘাটৰ শ্ৰীযুত ভদ্ৰকান্ত গগৈৰপৰা পোৱা বুৰঞ্জী।

# তৃতীয়খন বুৰঞ্জী

## ওপৰজনা দিহিঙ্গীয়া ৰজাৰপৰা প্ৰমত্তসিংহ স্বৰ্গদেৱলৈকে

**নগাৰ খুনবাওলৈ দিহিঙ্গীয়া ৰজাৰ কুঁৱৰী।**—ওপৰজনা দিহিঙ্গীয়া ৰজাই জাককৰা কুঁৱৰী এজনাক নগাৰ খুনবাও এটালৈ দিবলৈ মন কৰিলে। কুঁৱৰীবোৰে বোলে, "হয়হে দেৱতাই দিছে, চাৰি মহিনা গৰ্ভ হৈছে।" পাচে ৰাজাদেৱে বোলে, "হোক, মঞি দিবলৈ পালোঁ। কথা এৰিমনে কি? যদি লৰা হয় মই আনিম, ছোৱালী হলে তঞি লোকত দিবি।" এইবুলি নিবেদিলে। নগা লৰা বোলে, "দেৱতাৰ কুঁৱৰী হলে মোৰ আই হয়। মাতৃএৰে ঘৰ-বহতি কৰিমনে কি? তেও যে দেৱতাই দিবলৈ পালে মঞো আই বুলি ৰাখিম। মাতৃ হলে পুত্ৰৰ ঘৰত থাকে।" এইবুলি নিলে। ১৪২ ॥

**কনচেং বৰপাত্ৰ-গোহাঁই।**—পাচে কতোদিন থাকি লৰাটি জন্মিলে। ৰজাদেৱে চাঙ্গলৈ আনি আপোনাৰ পুত্ৰ দেখি নাম দিলে কন্‌চেঙ্গ। সেই লৰাকে দোলা-আবোৱান হেঙ্গদান দি বৰপাত্ৰ-গোহাঞি পাতিলে। দুজনা গোহাঞিৰ মাঝতে বহিবলৈ দিলে। ৰজাদেৱে নিয়মকৈ বোলে, গোহাঞিবোৰ হল ৰূপৰ উধান, মই হলো সোণৰ থালি। আৰু বোলে, হাতীমূৰীয়া আহম কিছো দিয়োক বৰপাত্ৰলৈ। দুজনা গোহাঞে বোলে, লৰাৰে একেশাৰীএ বহিব দিছে, ভাল বহিম। হাতীমূৰ আহম দিব নোৱাৰো। ৰাজাদেৱে খঙ্গ কৰি বোলে, নেলাগে সিহঁতৰ মানুহ। এইবুলি বৰাহী, চুটিয়া, লুখবাসন, আৰে দহ হাতীমূৰ পাতি দিলে, আৰু দুজন গোহাঞিৰ দুশ-দুশকৈ চাৰি-শ নি লগত ললে। তাৰে দু-শক লিক্‌চোৱান নাম দি লাহনক ৰৰা পাতিলে। দু-শক চাউৰক নাম দি গোহাঞিবোৰৰে

বঙহ একোটা আনি শইকিয়া পাতি দিলে। আগে ৰাজাদেৱৰ লগত এই মানুহ নাই আছিল। ঘৰ সাজি মিচাঙ্গ আৰোতাই দিবলগাহে আছিল। আৰু ৰাজাদেৱে দুজনা গোহাঞিক ৰাজ্য বাটি দিলে। দিহিঙ্গ ৰাজ্য বুঢ়াগোহাঞিক দিলে, শদিয়া ৰাজ্য বৰগোহাঞিক দিলে। ১৪৩॥

**কছাৰীৰ বিভঙ্গ।**—আতপাচে বানচাঙ্গৰ বকুলৰ পৰা কছাৰীক খেদি দিখৌ পাৰ কৰি জাঝি সীমা কৰি ললে। পাচে ফ্রাচেঙ্গমুন বৰগোহাঁয়ে শদিয়াতে থাকি ৰাজালৈ কিছু অকথা হেন দেখি ৰাজাদেৱে বোলে, বৰগোহাঞি স্বতন্ত্ৰহে হল। এইবুলি বুঢ়াগোহাঞিৰ বৰপুতেক লাইকুলাবাঙ্গেনক পঠাই উপায় কৰি বৰগোহাঞিক অন্নাই ভাঙ্গি কোঁৱৰবোৰৰ লগত থাকিব দিলে। পুতেকক গোহাঁই পাতি থলে। পাচে লাইকুলাবাঙ্গেন গোহাঞিক শদিয়া ৰাজ্য দি গোহাঞি পাতিলে।

আতপাচে তিনিজনা ডাঙ্গৰীয়া সহিতে গৰ্গয়া ৰজাক পঠাই কছাৰীক খেদি নি মৰঙ্গিত থলেনি। ইটাগড় সীমা কৰি তাতে কতোদিন আছিল, তাৰপৰা মাইবাঙ্গলৈ খেদিলে। তিনিজনা ডাঙ্গৰীয়া প্ৰমুক্ষে গৰ্গয়া ৰাজা নাৱে ধনশিৰিৱে উজাই গৈছে, এনেতে কছাৰীএ ধনশিৰি পাৰ হৈ হাবিত লুকাই গোটাচাৰেক কছাৰী ওলাই টোপোলা বন্ধা ৰূপ ২০০০, ঘোৰা ৪ টা, আকে দেখাই বোলে, আমি বৰিলোঁ। বচ্চৰি এইৰূপে মহাৰাজাৰ চৰণত সেৱা কৰিম। আমাক নিৰ্ভয় দি থাপি-সাঞ্চি থবা। এইকথা শুনি স্বৰ্গদেৱে বোলে, ভাল, তইঁতে আহি যুৱৰাজক সেৱা কৰহি। পাচে তইঁতক থাপি-সাঞ্চি থম। কছাৰীবোৰে বোলে, আমাৰ নাও-নাৱৰা একো নাই। কিৰূপে যাম? তোমালোকে আমাক আহি নিয়াহি। কনচেঙ্গ বৰপাত্ৰ-গোহাঞে বোলে, কছাৰীয়ে ছল কৰি নি কোনোখান কৰিবলৈহে মন দিছে। আমাৰ গৰ্গয়া ৰাজা বোলে, তাকনো কোঁনে শুদায় এৰিব? এইবুলি নাও মেলি গল। কছাৰীএ হাৱিৰপৰা ওলাই আমাৰ

ৰাৰটা মানুহ কাটিলে। গৰ্গয়া ৰাজাৰো ৰা-বিচনীত এঘা মাৰিলে। এনেতে ডাঙ্গৰীয়াসকলে তাৰপৰা ভাগিল। আমাৰ সকলো উজাই আহি দেৰগাওঁতে ৰহি গৰ্গয়া ৰাজাক উজাই দি পঠিয়ালে। আতপাচে সকলো উজাই আহিল। ১৪৪॥

**তুৰবকৰ যুদ্ধত মূলা গাভৰুৰ মৃত্যু।**—আতপাচে কমতেশ্বৰ ৰজাই মানুহ পঠাই মহাৰাজাত জনালেহি, বোলে, পূৰ্ব্বে আমি ৰাজনী-ভাজনী কুঁৱৰীৰ লগত যৌতক দিয়া পাঁচখন ৰাজ্যক গৌড়েশ্বৰে মাৰি ললে। তাক মাৰি আপোন ৰাজ্য লকহি। এইকথা শুনি ৰজাদেৱে তিনিজনা ডাঙ্গৰীয়া সহিতে গৰ্গয়া ৰাজাক কুৰিহাজাৰ মানুহ লগত দি পাচিলে। সিবোৰ গৈ কমতেশ্বৰক লগত লৈ তুৰবকক প্ৰথমে মাৰিলে। সেই যুদ্ধত আমাৰ ফ্ৰাচেঙ্গমুন গোহাঞি পৰিল, ভায়েকো পৰিল, ঘৰিণীএক ৰাজা-জীয়ো পৰিল। গৰ্গয়া ৰাজাৰো পিৰাত এঘা, হাতত এঘা মাৰিলে, মহাৰণ হল। ১৪৫॥

**গৌড়েশ্বৰেৰে সৈতে মিত্ৰতা।**—পাচে সমস্তকো কাটি-মাৰি গৈ কৰতোৱা গঙ্গাত খাওা পখালি তৈতে ৰহি পুথুৰি এটা খানি তেজাঙ্গ চেটিয়াক পত্ৰ দি গৌড়েশ্বৰ পাৎস্যাৰ ঠাইলৈ পাঞ্চিলে। পত্ৰটো এই লিখিলে বোলে, "স্বৰ্গীমহাৰাজা কোচ-কোচান মাৰিবলৈ মাজিয়ো পুতেকক পঠাইছে পাঁচলাখ ঠাঠেৰে, সৰুপুতেকক পঠাইছে তিনিলাখ ঠাঠেৰে জয়ন্তা কছাৰী মাৰিবলৈ, ৰৰজনা পুতেক পাঞ্চলাখ ঠাঠেৰে আহি সমস্তকো কাটি-মাৰি বশ কৰি কৰতোৱা গঙ্গাত খাওা পখালি ৰহিছেহি। স্বৰ্গীৰাজাৰ পুত্ৰে পাৎসালৈ এইখান বুলি আহিছে বোলে, শুমুতে গৌড়েশ্বৰ ডাঙ্গৰ পাৎসা বুলি শুনিছোঁ। তাতেহে তিনিয়ো ভাই তিনিফালে তেৰেলাখ ঠাঠেৰে বেঢ়ি আহিছোঁ কি নিমিত্তে? সেৰপুৰ, পতিলাজহ, এঘাৰসিন্দুৰ, কামপুৰ, ঢেকেৰা, এই পাঞ্চখান আমাৰ ৰাজ্য মাৰি আনিছে। বুলিবতে কমতেশ্বৰক মাৰিহে মঞি আনিছোঁ, তেঞো কেনেকৈ মোৰ বোলে? পূৰ্ব্বে

কমতেশ্বৰে ৰাজনী-ভাজনী কুঁৱৰীৰ লগত যৌতক দিয়া, এতেকেহে মোৰ ৰাজ্য বুলিছোঁ। যদি সেই পাঁচ ৰাজ্য এৰি দিব, তেবে কন্দল নকৰোঁ। যদি নেদিব, তেবে যুদ্ধ দিয়োক।"

এইকথা গৌড়েশ্বৰে শুনি বোলে, "প্ৰথমে প্ৰীতি কৰণেসে যোগ্য, যদি প্ৰীতি নৰহে তেবে যুদ্ধ। ভাল মঞি স্বৰ্গীৰাজাৰে মিত্ৰ কৰিলোঁ।" এই বুলি অনেক যৌতক লগত দি মহাৰাজালৈ কন্যা এটা দি সেই পাঁচ ৰাজ্য দিলে। পাচে গৰ্গয়া ৰাজা প্ৰমুক্ষে সকলো উজাই আহি চাৰিদুৱাৰত ৰহিলহি। তাতে কোচৰ বিশ্বসিংহে অনেক ভোটান্তৰ অপূৰ্ব্ব বস্তু আনি ভেটিলেহি গৰ্গঞা ৰাজাত। প্ৰাৰ্থি বিশ্বসিংহে বোলে, মোক থাপি-সাঞ্চি জীৱিকা দি লব লাগে। গৰ্গয়া ৰাজা বোলে, ভাল কামৰূপ, ঢেকেৰা, এই দুই ৰাজ্য দিলোঁ। জীৱিকা কৰি থাক। ১৪৬॥

**আহোমৰ থাপিত-সাঞ্চিত বিশ্বসিংহ।**—এইবুলি সকলো উজাই আহি ৰাজ্য মাৰি পোৱা বস্তু-দ্ৰব্য লৈ দিহিঙ্গত ৰাজাদেৱক সেৱা কৰিলেহি। সেই কন্যা ৰাজাদেৱক নেদেখালে। পাচে ৰাজাদেৱে জানি বোলে, গৌড়েশ্বৰে মোলৈহে কন্যা দিছে, সি লব নাপায়। এইবুলি কন্যা নিয়াই ৰাজাদেৱে ললে। ১৪৭॥

**দিহিঙ্গীয়া ৰজা আৰু গড়গঞা ডেকাৰজাৰ বিৰোধ।**—আতপাচে বৈশাগৰ বিহুত তিনিজনা ডাঙ্গৰীয়া সহিতে ৰাজাদেৱে কুকুৰা যুঁজাইছে। এনেতে ৰাজাদেৱে বোলে, যদি গোহাঞিবোৰৰ কুকুৰা জিকে মোৰ জীয়াৰী গোহাঁইবোৰৰ পুতেকলৈ দিম। মদি মোৰ কুকুৰা জিকে গোহাঁইবোৰৰ জীয়াৰী মোৰ লৰাহঁতলৈ দিব। গৰ্গয়া-ৰজা বোলে, আপদেৱকে নাটে, আমাৰ কথা কলে কি হব? এনেতে ৰাজাদেৱে ফাকৰপৰা হেঙ্গদান সোলোকাই কাটো বুলি উঠিল। গৰ্গয়া ৰজাও উঠিল। পাচে গোহাঁইবোৰে কন্দল ভাঙ্গিলে। ১৪৮॥

**দিহিঙ্গীয়া ৰজা হত্যা।**—গৰ্গয়া ৰাজা আপোনাৰ লগৰ মানুহেৰে অস্ত্ৰে-শস্ত্ৰে সাৱধান হৈ দিহিঙ্গৰপৰা গৈ লেচাঙ্গত নগৰ কৰি থাকিল।

মহাৰাজা বোলে, সি স্বতন্ত্ৰ হব পায়নে কি? এইবুলি ৰাজাদেৱে দিহিঙ্গৰপৰা লেচাঙ্গলৈ খেদি আহিল। এইকথা গৰ্গয়া ৰাজা শুনি বোলে, কন্দলক ভয়ে মঞি আঁতৰি আছোহি, তথাপি খেদি আহিছে। মঞি কন্দল নকৰোঁ। এইবুলি ঘৰিণীয়েকবোৰক অস্ত্ৰ-শস্ত্ৰ দি পঠাই দিলে। মহাৰাজা দেখি বোলে, ইবোৰ কি, চাওঁ দে। চাওডাঙ্গে চাই আহি কলে, বোলে, স্বৰ্গদেৱৰ বোৱাৰীবোৰ আহিছে। ৰাজাদেৱে বোলে, কি অকাৰ্য্য হল! এইবুলি উলটি দিহিঙ্গলৈ গল। আতপাচে লালিমৰ তুৰবান লেহেতিয়াক ফেটাই ৰাতি তাৰে হাতে চুৰিএৰে খোচাই মৰালে। ভোগ ৪৪ বৎসৰ।

গৰ্গয়া ৰাজা হৈ লেহেতিয়াক বঁটা-বাহন দি বোলে, তোৰ ডাঙ্গৰ আপাহ পালোঁ, আৰু মোৰ ৰাজ্যত লেহেতিয়া আছেমানে সকলোকো চপাই আন, মঞি লগত লওঁ। এইবুলি সকলো লেহেতিয়াক চপাই আনি মাৰিলে, বোলে, মোকো এনেহে কৰিব। ১৪৯॥

গড়গঞা ৰজাৰ মৃত্যু।—আতপাচে গৰ্গয়া ৰাজা দাৰিকাত নগৰ কৰিলে। তাতে থাকি দৌলগুৰিত নগৰ কৰিলে। পাচে মহাৰাজা স্বৰ্গী হল। ভোগ ১২ বৎসৰ। ১৫০॥

**কোচৰ অসম আক্ৰমণৰ প্ৰস্তাৱ।**—বিশ্বসিংহে নৰনাৰায়ণক ৰাজা পাতি বুলিলে, পূৰ্ব্বে অচমৰ ৰাজা ৰাজ্য দি মোক থাপিছে। সেই অধীনতা তহন্তে গুচাবি। খোৰাৰাজাদেৱ ৰাজা হলত, চিলাৰায়ে তাৰ দেশৰ সকলো পণ্ডিত ব্ৰাহ্মণক চপাই সুধিলে, বোলে, অসমৰ দেশ মাৰি লব খোজো, তোমালোকে কি বোলা। সকলো ব্ৰাহ্মণে বোলে, ৰাজা হৈ পৰৰাজ্য বশ কৰি লবনেসে যোগ্য। অনেক গো-ব্ৰাহ্মণৰ হিংসা হয় যে আতেসে বুলিব নোৱাৰি। চিলাৰায়ে বোলে, হয়, গো-ব্ৰাহ্মণৰো পীড়া নহৈব, প্ৰাণীৰো পীড়া নহৈব। অনাযুদ্ধে যেন ৰাজ্য বশ হয় তেমন উপায়ক দিয়া। ব্ৰাহ্মণে বোলে, আমি আৰ কি উপায় দিম? ১৫১॥

**শ্ৰীমন্ত শঙ্কৰৰ উপদেশ।**—চিলাৰায়ে বোলে, "গোমোথা শঙ্কৰ, আৰ কি উপায় আছে ?' শঙ্কৰদেৱে বোলে,—"আৰ উপায় আছে। সেই দেশৰ পাত্ৰ-মন্ত্ৰীৰ মনক বুজি অনেক ৰূপ-সুবৰ্ণ দি ৰবাব লাগে। সেই দেশস্থ প্ৰজাসকলকো অনেক ৰূপ-সুবৰ্ণ, বস্ত্ৰ-অলঙ্কাৰ দি ৰবাব লাগে। যদি এনে কৰিবা তেবে অনায়াসে পাবিবা।" চিলাৰায়ে বোলে, "পূৰ্ব্বেয়ো লাথুনা কাৰ্য্যি, টেপু কাৰ্য্যি, এই দুই গৈ বিস্তৰ ব্ৰাহ্মণৰ পীড়া হয় দেখি উলটি আহিল জেঙ্গৰাইৰপৰা। এতেকেহে সুধিছো। ভাল, আপোনাৰ বচন কৰিম।" এইবুলি বেপাৰ কৰিবৰ ছলে বুকু কাৰ্য্যিক পঠাই তিনিলাখ ৰূপ, দহহাজাৰ সোণা দি পাত্ৰ-মন্ত্ৰীক ৰবাব দিলে। সিও গৈ পাত্ৰ-মন্ত্ৰীক আৰু ভাল মানুহকো ৰূপ-সুবৰ্ণ বিশ্বাসে দি এইখান বুলিলে, বোলে, চিলাৰায়ে বুলি আহিছে যদি সিবোৰো কুশলে ৰহিব খোজে তেবে কন্দল নকৰিব। যদি কৰিব তেবে মোৰ দোষ নাই। আমাৰ সমস্তোলোক বোলে, ভাল, ৰাজাৰ আজ্ঞাত থাকি আমি যুদ্ধ নকৰিলে কিয় পাৰিম ? তথাপি সিবোৰে কিছো পৰাক্ৰম দেখাব, তেবে আমি ভাগিম। ১৫২ ॥

**কোচ-অসমৰ ৰণ।**—এই কথা বুকুএ কলত গৈ চিলাৰাই আহি দিখৌমুখত যাত্ৰা কৰি ৰলহি। তাৰেপৰা লাথুনা কাৰ্য্যিক লুইতে উজাই গৈ দিহিঙ্গে ভটিয়াই দিলিহে যাব দিলে। ৰাজাদেৱে এই বাৰ্ত্তা পাই দিহিঙ্গীয়া গোহাঞি, বুঢ়াগোহাঞি পোয়ালিক, অনেক লোকজনক লগত দি মূৰকটাৰপৰা দিলিহমুখলৈ অস্ত্ৰে-শস্ত্ৰে সাৱধানে থাকিব দিলে। ইজনা ডাঙ্গৰীয়াক চিলাৰাইক সমুখে খেদি যাব দিলে। ডাঙ্গৰীয়াসকলো গৈ দিখৌমুখত চিলাৰাই সহিতে ডাঙ্গৰ যুদ্ধ ভৈল। তাক ভঙ্গাব নোৱাৰি তিনিজনা ডাঙ্গৰীয়া ভাগি আহি গৰ্গাঞলৈ আহিল। মূৰকটাতো দিহিঙ্গীয়া গোহাঞি ভঙ্গ খাই দিহিঙ্গলৈ গল। চিলাৰায়ো পাচে-পাচে খেদি আহি মেচাঘৰত ৰলহি। ৰাজাদেৱো নগৰ এৰি চৰাইখোৰোঙ্গলৈ গল। তাক উহল-মাহল দি পঠাবৰ কাৰণে ভায়েক যুৱৰাজক থৈ গল। ১৫৩ ॥

**আহোম যুৱৰাজ দেওৰজাৰ মহিমা।**—পাচে একদিন যুৱৰাজে চিলাৰায়ে দেখা-দেখি হল। চিলাৰায়ে বোলে, ই কোন? আমাৰ মানুহে কলে, এওঁ যুৱৰাজ। চিলাৰায়ে বোলে, মাতি আন, মঞ্জেৰে কথা হোঁ। পূজাঘৰত গোসানী সেৱা কৰি চিলাৰাই দিখৌকাখৰতে আছে। আমাৰ মানুহে কলেগৈ, চিলাৰাএ মাতিছে বুলি। যুৱৰাজে ঘোৰাত উঠি দিখৌ পাৰহৈ আহোঁতে চাই আছে, দেখে, ঘোৰাৰ টাব তল যোৱা নাই। চিলাৰায়ে বোলে, ভায়া, আক কি প্ৰভাৱ দেখাব পাৰা। যুৱৰাজে বোলে, তোমাৰনো কোন ইচ্ছা? চিলাৰায়ে বোলে, নৌকা খেলাইতে ইচ্ছা। যুৱৰাজে বোলে, ভাল। তোমাৰ এখান নাও মোক দিয়া। এখান নাওবৈচা সমন্বিতে তুমি লৱা। এই বুলি দুখান নাও মেলিলে। বৈচা নাইকিয়াকৈ যুৱৰাজৰ নাও জিকিল। চিলাৰায়ে বোলে, মনুষ্য নহয়, দেৱৰাজা যে। পাচে আগতে অন্তৰ্ধ্যান হৈ গল। ১৫৪ ॥

**কোচলৈ অসমৰ ওল।**—চৰাইখোবোঙ্গৰপৰা ৰাজাদেৱে লেকাই চেটিয়াক পঠাই নিবন্ধ কৰি বোলে, আমি বছৰি একোলাখ ৰূপ দিম, সিবোৰ যাউক। চিলাৰায়ে বোলে, ভাল, তেবেসে আমি যাম। যদি ৰূপ দিব নোৱাৰে তেবে ৰাজাৰ পুত্ৰ ১, তিনি গোহাঞিৰ তিনি পুত্ৰ ওল কৰি দিয়োক তেবে যাম। এইকথা ৰাজাদেৱে শুনি অনেক দুখ কৰি আচুক গোহাঞিক দিলে, তিনি গোহাঞিবো তিনি পুতেকক দি পঠাই দিলে। চৰাইখোবোঙ্গৰপৰা ৰাজাদেৱে আহি নগৰ ললেহি। ১৫৫ ॥

**কোচৰ কুঁৱৰীৰ কৰুণা।**—আতপাচে চিলাৰাইৰ ঘৰণীবোৰে আচুক গোহাঞি সহিতে চাৰিকো দেখি চিলাৰাইক বোলে, স্বামীদেৱ, তোমাত আমি এক বৰ মাগোঁ। বোলে, ভালা, খোজ, মঞি দিম। পটেশ্বৰীসকলে বোলে, সত্যে দিবা? চিলাৰায়ে বোলে, সত্যে দিম। পটেশ্বৰীসকলে বোলে, স্বৰ্গীৰাজাৰ চাৰিটা কোঁৱৰ আনি বন্দী কৰি থৈছা। তাৰে পিতৃ-মাতৃ-ভাৰ্য্যা এইসকলে বৰ সন্তাপিত হৈছে।

ইহঁতো ৰূপে-গুণে যুৱা অৱস্থা হৈছে। এতেকে ইহঁতক স্বদেশলৈ বিদায় দিয়া। চিলাৰায়ে বোলে, কোনৰূপে পঠাম? পটেশ্বৰীসকলে বোলে, তুমিএৰে পাশা খোলোতে দেখিছোঁ সোন্দৰ গোহাঞি বৰে পাশাস্থ। তুমি হাত এৰি পাশা জিকাই বিদায় দিয়া। ১৫৬॥

**খোৰাৰজাৰ মৃত্যু।**—পাচে চিলাৰায়ে চাৰিকো অনাই পাশাৰ খেল পাতি বোলে, তোমৰাৰ চাৰিৰ মধ্যত এটাই যদি পাশা জিকিব পাৰা, তেবে তোমাৰ দেশে পঠাম। যদি আমি জিকো তেবে চাকৰ হৈবা। এই নিৱন্ধ কৰি পাশা খেলিলে। সোন্দৰ গোহাঞে জিকিলে। কাৰ্য্যিসকলে বোলে, এইৰূপে পঠাবলৈ ভাল নোহে। স্বৰ্গীৰাজা পাৰ্থি আহোক, তেবে পঠোৱা যাব। চিলাৰায়ে আচুক গোহাঞিক বোলে তোমাৰ পিতা ঠাইক মানুহ পঠাই কৈ যোৱা, মোৰ ঠাইক ৰাজা প্ৰীতিপূৰ্ব্বকে বুলি আহিব, তেবে মঞি পঠাম। আচুক গোহাঞে মানুহ পঠাই জনালে। ৰজাদেৱে এইকথা শুনি ৰূপৰ সুৱৰ্ণৰ অলঙ্কাৰেৰে মণ্ডিত কৰি দুটা হাতী আনো সন্দেশ বস্তু দি আহোম কটকী লেতাউক পাচিলে। এনেতে মহাৰাজা স্বৰ্গী হল। ভোগ ৬১ বৎসৰ। ১৫৭॥

**স্বৰ্গদেৱ প্ৰতাপসিংহ।**—বুঢ়াৰাজাদেৱ ৰাজা হৈ কোচ কেওঁট যিসকলে ব্ৰাহ্মণৰ বেশ ধৰিলে চিলাৰাই উঠোতে লেকাই চেটিয়াক আজ্ঞা কৰিলে সেইসকলৰ লগুণ গুচাই পেলা। সিয়ো বিচাৰ কৰি সেইসকলৰ লগুণ গুচালে।

**অসমলৈ কোচৰ কটকী।**—আতপাচে চিলাৰায়ে নৰনাৰায়ণ ৰাজাত কৈ ৰাজপুত্ৰ আচুক গোহাঞিকো, তিনিজনা ডাঙ্গৰীয়াৰ তিনি পুত্ৰকো যোগ্যানুসাৰে বঁটা দি বিদায় দিলে। আৰু মহাৰাজাৰ ঠাইলৈ পত্ৰ-সন্দেশ দি যামিনী কাৰ্য্যিক পাতালসিং কাৰ্য্যিক পঠালে। পত্ৰতো এই লিখিলে। নৰনাৰায়ণ ৰাজা বোলে, স্বৰ্গী মহাৰাজাৰ স্থানে পূৰ্ব্বপ্ৰীতি ভঙ্গত যে দোষ হৈল, তাৰ মৰ্ষণাৰ্থে ৰাজা কুমৰসমে লোকজন ফিৰাইয়া পঠাইছি। আৰু পূৰ্ব্বপ্ৰীতি ৰাখিয়া মহাৰাজাক

সেৱা কৰিবাক প্ৰতি এক কন্যা নিবেদিছে। পাচে সিহঁতো আহি কাজলী পালেহি। তাতে ৰাখি হাবুঙ্গ পিকচায়ে লেতাউক পঠাই মহাৰাজাৰ চৰণলৈ জনাই পঠালে। ৰাজাদেৱে শুনি গোহাঞিক আগবাঢ়িবলৈ অনেক মানুহ লগত দি পুনৰ্ব্বাৰ লেতাউক পাচিলে। সিয়ো গৈ গোহাঞিকো কাৰ্য্যিবোৰকো আনি নাৱৰপৰা তৰে উঠি আহি মহাৰাজাত জনালেহি। ১৫৯॥

**বামুণ কটকীৰ সৃষ্টি।**—ৰাজাদেৱে বোলে, গোহাঞিৰ লগত তাৰ ভাল মানুহ কাক পঠাইছে? লেতাউএ বোলে, গৰুৰ শিং এটা ওপৰলৈ এটা তললৈ যোৱাক কি বোলে? পাতালশিঙ্গা বুলি লোকে কলে। লেতাউএ বোলে, হয়, মনত পৰিল পাতালশিঙ্গ কাৰ্য্যি বোলে। যামিনী কাৰ্য্যিৰ নাউ পাহৰি বোলে, কেকোৰাৰ নাৱেৰে উজাই সিয়ো কাৰ্য্যি আহিছে। ৰাজাদেৱে বোলে, মোৰ ঠাইতে যে এনেকৈ কয় পৰ ৰাজ্যতনো বন্দী আহোমে কেনেকৈ কব? এইবুলি আহোম কটকী গুচাই ব্ৰাহ্মণ কটকী ললে। কলিয়া ১, চতুৰ্ভুজ ১, ধৰাধৰ ১, চণ্ডিবৰ ১, একাদশ ১, থাকৰি ১, ৰামকন্দলি ১, বৰগুৰু ১, সাগৰকন্দলি ১, বৰকন্দলি ১, চোটকন্দলি ১, মাধৱকন্দলি ১, শীতলিয়া ১, বিৰিণা ১, নিৰহ ১, এই পোন্ধৰ ঘৰ ব্ৰাহ্মণক কটকী ললে। ১৬০॥

**স্বৰ্গদেৱলৈ কোচৰজাৰ কন্যা।**—বেহেকৰা কাৰ্য্যিবোৰক নামডাঙ্গৰ উপৰে দিখৌকাখৰত ঘৰ সজাই থলে। এই ভটীয়া লোক থাকিবৰ কাৰণেহে সেইখানি ভটীয়াপাৰ বোলে। পাচে মহাৰাজা কাৰ্য্যিবোৰক তুলিলে আনি। পত্ৰত নৰনাৰায়ণ ৰাজা যি বুলিয়া পুছিলে তাক শুনি ৰাজাদেৱে বোলে, ভাল, মোৰ মনৰ সকলো অসন্তোষ গুচিলে। কন্যা দিব খুজিছে মঞিঃ আনিম। এইবুলি সিহঁতক বহাঘৰতে জিৰাই থাকিব দিলে। পাচে মহাৰাজা কাৰ্য্যিবোৰক বঁটা-প্ৰসাদ দি বিদায় দিলে। আমাৰ বৰগুৰু কটকীকো পাচিলে জোৰণ দি কন্যা আনিবলৈ। সিহঁতো পালেগৈ। আমাৰ

কটকীক ধাৰোণে তুলি অনেক যৌতক লগত দি ৰত্নমালা কন্যাক মহাৰাজালৈ দি পঠালে। তাৰেপৰা নৰনাৰায়ণ ৰাজাৰে মিত্ৰতা হল। ১৬১॥

**সাতৰাজ্য মাৰি একৰাজ্য।**—আতপাচে বাৰেভূঞাক মাৰি বশ কৰিলে। চুঙ্গিকো মাৰিলে। এতেকেহে সাতৰাজ্য মাৰি একৰাজ্য কৰিলে বুলি কয়। তাৰে লেখা,—চুটিয়া ১, কছাৰী ১, কমতেশ্বৰ ১, তুৰবস্ক ১, পতিলাজহা ১, এঘাৰেসিন্দুৰ ১, বাৰেভূঞা ১, চুঙ্গি ১, এই আঠৰাজ্য। এতেকেহে ৰূপৰ আঠচুকীয়া মোহৰ মাৰিলে। আতপাচে চোৰাতল গড় বান্ধিলে। ১৬২॥

**ৰাজভক্ত মোমাই-তামুলী বৰবৰুৱা।**—উপৰ-বুঢ়াৰাজাদেৱৰ দিনত মোমাই-তামুলী বৰবৰুৱা হৈছে। এনেতে একদিনা ৰাজাদেৱে হাতীত উঠি দল'গুৰি নগৰৰ চুকৰপৰা চৰাইদেৱৰ ঘৰলৈ আলিটি বান্ধিবৰ নিমিত্তে পোনাই চিয়ঁৰী পুতি গৈছে। পাচে-পাচে বৰুৱা গুচাই গৈছে। পাচে ৰাজাদেৱে উলটি চাই দেখে চিয়ঁৰী এডালি নাই। বোলে, কোনে তুলিলে? বৰবৰুৱা বোলে, মঞি তুলিলোঁ। যদি স্বৰ্গদেৱে সোধে তেবে ৰক্ষা পৰো, যদি নোসোধে কাটিব দিবহে লাগে। ৰাজাদেৱে খঙ্গ কৰি পৰ্ব্বতৰ ঘৰ সোমাই চৌখাম কৰি সুধিলে, বোলে, যদি সামান্যেও খুটা পোতে তাকো তুলিব নাপাই। মঞি আপোনহাতে পোতা খুটা তুলিব পাইনেকি? বৰুৱা বোলে, মোত দাই নাই। শত্ৰুৰাজ্যৰ মানুহ আতে আছে। সি বুলিব এই ৰাজ্যত মন্ত্ৰী নাই, আলিটো বান্ধিব লাগিলেও ৰাজা আপুনিহে নিয়ম কৰে। এই তুৰ্য্যশস্যা দেশে-দেশে যাই বুলিহে তুলিছোঁ। আৰু স্বৰ্গদেৱৰ যদি কাৰ্য্য-কাম কৰিব নোৱাৰিম, মোকনো এই নাম কেলেই দিলে। এইকথা কলত গৈ ৰাজাদেৱে সন্তোষ হৈ সোণৰ কেৰুএৰে বঁটা দি বোলে, জেঠেৰীয়ে উত্তম কৰিলে, মন্ত্ৰীহে হয়। ১৬৩॥

**মোমাই-তামুলীৰ প্ৰজা সংগঠন।**—আৰু ৰাজাদেৱে বৰুৱাক ৰাজ্যৰ মানুহ ভাগে-ভাগে পিয়ল কৰি পাতিব দিলে। বৰুৱা

বোলে, স্বৰ্গদেৱে উত্তমহে বুলিছে। ৰাজ্যক নিয়ম কৰি পতা সামান্যৰ কাৰ্য্য নহয়, তিনিজনা ডাঙ্গৰীয়াৰহে কাৰ্য্য। সামান্যেও পাতিব পাৰে, আকে দেশে-দেশে দুৰ্য্যশস্যা গাব, আচমৰ অল্পৰাজ্য সামান্যেও পাতিব পাৰে। এতেকেহে তিনিজনা ডাঙ্গৰীয়াক স্বৰ্গদেৱে আজ্ঞা কৰিব লাগে। ৰাজাদেৱে বোলে, জেঠৈৰীয়ে উত্তমহে কৈছে। তঞি অথন কুঁৱৰীবোৰৰ, লৰাবোৰৰ, তিনিজনা ডাঙ্গৰীয়াৰ, ভাগে-ভাগে মানুহ ফালি আনি নিয়ম কৰি ৰাজ্য পাত। পাচে ডাঙ্গৰীয়াসকলক মাটি-বাৰী দি পাতিবলৈ বুলিম। বৰুৱা বোলে, এই কাৰ্য্যৰ মানুহ নৌহওঁ। তথাপি স্বৰ্গদেৱে আজ্ঞা কৰিছে। স্বৰ্গদেৱৰ চৰণত মঞি বন্দীক অনেকেয়ো লগাব। যদি তাত মন নিদিব, তেবেহে পাতিব পাৰোঁ। ৰাজাদেৱে বোলে, ভাল, জেঠৈৰীয়ে তঞি নাহমানে কাৰো কথা নোসোধো। পাচে বৰুৱা গৈ সমস্তৰো ভাগে-ভাগে মানুহ ফালি আনি তাৰে, আৰু অনিয়মে যিসকল আছিল তাকো নিয়ম কৰি তিনিপোৱা গোট, তাৰ কুৰিত ৰৰাটো, এশৰ ভিতৰত শইকিয়াটো, হাজাৰত তাৰে হাজৰিকাটো,— এই নিয়মে ৰাজ্য পাতিলে। ৰৰজনা আইকুঁৱৰী প্ৰমুক্ষে সকলেও ৰজাদেৱত কলে, অন্যায় কৰি ৰাজ্য ভাঙ্গিলে হেন বুলি। সি কথাত ৰাজাদেৱে মন নিদিলে। পাচে তিনিজনা ডাঙ্গৰীয়াক মাতি আনিব দি বোলে, মোকো যিমানে আটিব, কুঁৱৰো গোহাঁই গাভৰুবোৰক যিমানে আটিব, তইঁতকো যিমান আটিব, তাকো নিয়ম কৰি দি কাঁড়ী পাইকক আঠ-পুৰাকৈ, চমুৱাক সাতপুৰীয়াকৈ পাতিবিহঁক। আৰু কুৰি-বন্ধনীয়া পাইকক কুৰিত ২০-ৰি মাটি দি আহিবিহঁক, বঢ়াকৈ তাৰ পালপচা দিবৰ নিমিত্তে। এইবুলি ৰাজাদেৱে টাৰ নিয়ম কৰিলে, সাতহাত বেগত চাৰি আঙ্গুল, আগে-গুৰিয়ে ৰূপৰ বেৰি দি। পাচে সেই নিবন্ধে গোহাঞিবোৰে যাক যিদৰে দিব লাগে, সেই নিয়মে পাতিলে। ১৬৪ ॥

**বন্দীয়াৰত মোমাই-তামুলী।**—আতপাচে ৰাজাদেৱে বাইলুং

দেওধাই গণকক আনি সুধিলে, বোলে, তইঁতে মোৰো, পাত্ৰ-মন্ত্ৰীৰো, ৰাজ্যৰো কুশলাকুশল চাই কহাঁক। সকলেয়ো চাই বোলে, স্বৰ্গদেৱৰো, পাত্ৰ-মন্ত্ৰীৰো, ৰাজ্যৰো কিছু নাই। স্বৰ্গদেৱৰ মুখ্য-মন্ত্ৰীটো মৰিব লাগে। ৰাজাদেৱে বোলে, মোৰ মন্ত্ৰী জেঠেৰীহে। সেয়ে যদি মৰিব মইনো ৰাজা কোনেৰে হম? আৰে ৰক্ষাৰ কি উপায় আছে? সিহঁতে বোলে, যদি স্বৰ্গদেৱে কেঞে নজনাকৈ তাৰ লৰা-তিৰোতা, বন্দী-বেটী, ধন-সৰ্ব্বহ সকলোকো আনি বৰুৱাক ভাঙ্গি ঘৰতে ৰখীয়া দি এবৎসৰ থব, তেবে ৰক্ষা পৰিব। ৰাজাদেৱে বোলে, ভাল। যাৰ মুখে এই কথা ওলায় তাক মঞি কাটিম। এইবুলি তাৰ তিৰোতা আনি বোৱা-কটা শালত দিলে, লৰাবোৰক হাতীশালত বন্দী কৰি থোৱালে, ধন-সৰ্ব্বহ আনি বৰভণ্ডাৰত থলে; বেটী-বন্দী, গৰু-মহ আনি জয়িখামডাঙ্গত দিলে। বৰুৱাকো ভাঙ্গি ঘৰতে ৰখীয়া দি বন্দী কৰি থলে। আৰ অভিপ্ৰায়ক কেৱে-সুবুজিলে। বৰুৱা বোলে, মঞি কিছু অপৰাধ আচৰা নাইহেন মনে চোৱে। মোৰনো কিয় এনে অৱস্থা হল? ৰখীয়াসকলে বোলে, আক আমি নাজানো। পাচে এবছৰ হবলৈ তিনিদিন আছে। এনেতে ৰৌমৰিয়া গণক ভণ্ডাৰী বৰুৱাৰ ঘৰলৈ ৰাতি বৰুৱা বিশ্বাসে গৈ সুধিলে। ধাৰাণে বহুৱাই বোলে, মঞি কৰ নোৱাৰো। তেওঁ তিনিদিনৰ মূৰত মুকলি হৈ পূৰ্ব্ববতে ৰহিবা। আৰু কাৰণ আছে, পাচে জানিবা। পাচে বৎসৰ পূৰি হলত বৰুৱাক আনি পূৰ্ব্বৱতে বৰুৱা পাতি সকলকে উলিয়াই দি বোলে, জেঠেৰী, তোৰ মৰিব লগা হৈছিল। এতেকেহে তোক এনে আখাৰ কৰিলোঁ। তঞি দুখ নকৰিবি। সেই সময়ত হাতী-পোৱালি গোহাঁই ভিতৰুৱাল ফুকন, তেওঁকে মানুহ-দুনুহটো পচা-পালা কৰিব দিছিলে। ১৬৫॥

**স্বৰ্গদেৱলৈ জয়ন্তাৰ কন্যা।**—আতপাচে মহাৰাজা শীতলিয়া কটকীক জয়ন্তালৈ পাচিলে কুশলাকুশল জানিবৰ নিমিত্তে। জয়ন্তা

ৰাজা বোলে, শীতলিয়া, স্বৰ্গমহাৰাজা যদি কছাৰীৰ সাতগাঁৰ বাটেদি নিব মঞি কন্যা এটা দিম। এইকথা কলতহি ৰাজাদেৱে তিনিজনা ডাঙ্গৰীয়াক নি সুধিলে। ডাঙ্গৰীয়াসকলে বোলে, যাচি দিয়া হলে সামান্য বস্তুকো এৰিব নাপায়। যচা কন্যা কিয় এৰা যাব? শীতলিয়া যাউক, কছাৰীএ সাতগাঁৰেদি বাট দিএনে নিদিএ জানি আহোক। কছাৰীএ বোলে, ইও ৰাজ্য স্বৰ্গমহাৰাজাৰে, তথাপি জয়ন্তাৰ জীয়ৰী আনিবলৈ বাট দিব নোৱাৰোঁ। এইকথা শুনি ৰাজাদেৱে পৰ্ব্বতীয়া চাউপেত বুঢ়াগোহাঞি, খামপাট বৰ-গোহাঞি, লাকু মৰাণপাত্ৰ গোহাঞি, এই তিনিজনা ডাঙ্গৰীয়া সহিতে সকলেৰে আলচ কৰি বোলে, সি যে কছাৰীয়ে বাট দিব নোৱাৰোঁ বোলে, তাক মাৰি জয়ন্তাৰ কন্যা অনা যাউক। ১৬৬॥

কছাৰী ৰণত সোন্দৰ গোহাঁইৰ মৃত্যু।—এইবুলি সোন্দৰ গোহাঁঞি নাওবৈচা ফুকনক ২০,০০০ হাজাৰ মানুহ দি পাচিলে। সোন্দৰ গোহাঁই অভিপ্ৰায়ক বুজি বোলে, স্বৰ্গদেৱৰ ভাল খোৱা-পিন্ধা অনেকো আছে। মঞি অকলে কিৰূপে যাম? সময়ত কাৰ্য্যত বৈগুণ্য পৰিবলৈ আছে। ৰাজাদেৱে তাৰ আসয়ক বুজি ঘৰিণীয়েক খাঁৰৰ জীয়েকক চাঙ্গ তুলিবৰ মনে বোলে, ভাল তোৰ ককায়েৰ খামচিন ভগা-বৰগোহাঁইকো পাচিলোঁ। আৰ তোৰ যদি আপাহ পাওঁ সলাল ৰাজ্য দিম। এইবুলি ভগা-বৰগোহাঞিক মেটেকাৰপৰা নিয়াই আগতে কাপোৰ পাৰি বহুৱাই শিকাই-বুজাই পাচিলে। এইকথা জানি সোন্দৰ গোহাঞি অসন্তোষ কৰিহে গল। পাচে কছাৰীৰ সাতগাঞ মাৰি জয়ন্তাৰ কন্যা আনি মৰঙ্গিত থৈ জনাই পঠালে। ৰাজাদেৱে চাউপেত বুঢ়াগোহাঞিক পঠাই কন্যা অনালে। সোন্দৰ গোহাঞিলৈ কৈ পঠালে বোলে, কছাৰীৰ ৰাজ্যখানি মাৰি আহক। এইবুলি খাঁৰৰ জীয়েকক চাঙ্গত তুলিলে। এইকথা শুনি সোন্দৰ গোহাঞি মন এৰিলে। কছাৰীৰ ভীমবল কোঁৱৰেও বৰিলো হেন বুলি গতাগত কৰি আছিল

একদিনা ভীমবলে অমনা-পমনা হাতীয়েৰে পুৱঁতি নিশা আহি হিলৈৰ মুখত পানী ভৰাই যুদ্ধ ধৰিলেহি। খামচিন ৰৰগোহাঁই ওলাই যুদ্ধ ধৰিলে। সেই যুদ্ধত গোহাঞি পৰিল। হাতীয়েৰে সোমাই গৈ সোন্দৰ গোহাঞিকো খুচি মাৰিলে। এই বাৰ্ত্তা ৰাজাদেৱে পাই খাঁৰৰ জীয়েকক চাঙ্গৰপৰা নমাই মাটিত ঘৰ সাজি থৈছিলে। শুধি হুলতহে তুলিলে। সেই অপমানত সোন্দৰ গোহাঞিৰ দুই পুতেক আখেক গোহাঁই কেৰা গোহাঁই বঙ্গাললৈ পলাই গল। ১৬৭ ॥

**অসম-বঙ্গালৰ কন্দলৰ সূত্ৰপাত।**—মহাৰাজাৰ চৰণলৈ সলাৰ পৰা পিকচাএ জনাই আহিল বোলে, বঙ্গালে কোচৰ ৰাজ্য মাৰিলে। সত্ৰাজিতে কলঙ্গে উজাই আহি সলাৰ দেওঘৰৰ সোণৰূপৰ অলঙ্কাৰকো নটিনীবোৰকো ধৰি লৈ গল। আৰু তাৰ ৰতনচা নামে সদাগৰ আহি শিঙ্গৰীত বেহা কৰিছেহি। ৰাজাদেৱে বোলে, আমাৰ ৰাজ্যকো মাৰিবলৈ ছলছন্দ কৰেহেন লাগে। এইবুলি ৰতনচাক ধৰিব দিলে। তাক নাপালে। তাৰ মানুহ দুটা নাও ধন-সৰ্বহ আনি মহাৰাজাৰ চৰণলৈ দি পঠালে। ১৬৮ ॥

**কছাৰীৰে সৈতে মিত্ৰতা।**—পাচে ৰাজাদেৱে তিনিজনা ডাঙ্গৰীয়াত সুধিলে বোলে, বঙ্গালেৰেয়ো কন্দলহে লাগিল। কছাৰীএৰে কন্দল লাগিয়ে আছে। কোনখান কৰা যাব? গোহাঞিবোৰে বোলে, কছাৰীয়েৰে প্ৰীতি নহে আমি বঙ্গালেৰে যুদ্ধ কৰিলে পাচে কাৰ্য্যত বৈগুণ্য পৰিব। এতেকে শীতলিয়া কটকীক পঠাই কছাৰীক নিৰ্ভয় দিব লাগে। ৰাজাদেৱে বোলে, মঞি নজনাহেনকৈ তোমালোকো শিখাই পাচ। তিনিজনা ডাঙ্গৰীয়া শীতলিয়াক আনি বোলে, তঞি কছাৰী ৰজাত এইখান কগৈ, মোক তিনিজনা ডাঙ্গৰীয়াহে পাচিছে। বোলে, খামচিন ৰৰগোহাঞিক সোন্দৰ গোহাঞিক যে কাটিলে আত ভয় নকৰিব। স্বৰ্গমহাৰাজা শুনি আনন্দহে কৰিছে, বোলে, কছাৰী ৰাজ্য মোৰ থাপিত-সাঞ্চিত।

তাক কাটিব-মাৰিব দিছোঁনে কি? মঞি জয়ন্তাৰ কন্যা আনিবহে দিলো। এতেকে কছাৰী ৰাজা মোৰ বনকেহে কৰিলে। এই-ৰূপে কলত কছাৰী ৰাজা আহি হাতী-ঘোৰা আনো বস্তুজাত জানি মহাৰাজাৰ চৰণত সেৱা কৰিলেহি। তাক বঁটা-প্ৰসাদ দি বিদাই দিলে। সেই সময়তে চাউপেত বুঢ়াগোহাঁই হৰাল। থকবকক গোহাঁই পাতিলে। ১৬৯ ॥

**ভড়ৰীৰ যুদ্ধত মোগলৰ পৰাজয়।**—পাচে ৰতনচা পলাই গৈ তাৰ থানাদাৰ সত্ৰাজিতত কলেগৈ। সি চৈয়দ বাবাকৰ, চৈয়দ চালা, আলিয়াৰ-খাঁ, এইসকলেৰে যুক্তি হৈ উজাই আহি ভগুৰীমুখত যুদ্ধ ধৰিলেহি, আখেক কেৰা গোহাঁই দুইৰ মন্ত্ৰণাত। আমাৰ ডাঙ্গৰীয়া-সকলে বঙ্গালক ভঙ্গাব নোৱাৰি ৰাজাদেৱলৈ জনাই আহিল। সেই-বেলা ৰাজাদেৱে কুকুৰাকটাতে আছিল। পাচে ৰাজাদেৱে ভগুৰী চেটিয়ালৈ বুলি গল বোলে, সি গা কৰি সিহেঁতত কব, তোৰ যদি কুকুৰা পোৱালিটো হানি হয় তাৰ বধে মোকে পাব, আৰু যদি বঙ্গালৰ মুক্ষ মুক্ষ দুই-চাৰি কাটি আহিব তাক বৰগোহাঁই পাতিম। এইৰূপে ভড়াৰী চেটিয়াই বধ-ভাৰসাগছি গাকৈ কলত সিহেঁতে ৰাতি হিলৈৰ মুখত পানী ভৰাই বিস্তৰ বঙ্গাল কাটি আহিল। আৰু ভড়াৰীকো পূজা কৰি তাৰ নাৱৰ আহিলা-পাতি বিস্তৰ উটুৱালে। বঙ্গালো বিস্তৰ মৰিল। তাৰ নটা ৰজাক ধৰি খাগৰিৰ গড় বান্ধি বন্দী কৰি থৈ ৰাজাদেৱলৈ জনাই পঠালে। বোলে, ভাল কৰি থওক। মঞি পকগুলৈ গৈ বঙ্গ চাব লাগে। এনেতে চিপাহী এটা ওলাই আমাৰ ২৪ মানুহ কাটিলে। চাউলাই কোঁৱৰ প্ৰমুক্ষে তিনিজনা ডাঙ্গৰীয়া বিধাৰণ হেন দেখি নটা ৰাজাক কাটিলে। ১৭০ ॥

**শিমলুগুৰিৰ পৰা দিজোলৈ গড় নিৰ্ম্মাণ।**—ৰাজাদেৱে আহি খঙ্গকৈচাউলাই কোঁৱৰক তিনিজনা ডাঙ্গৰীয়াৰ তিনি নেওগক কাটি ডাঙ্গৰীয়াবোৰক হাতীশালত বন্দীকৈ থৈ পুনৰ্ব্বাৰ তলয়া যুদ্ধলৈ পাচিলে। তিনিজনা ডাঙ্গৰীয়া তৰে গল। শ্ৰীফল বৰা মুক্ষ কৰি

সকলো নাৱে গল। সমস্তো গৈ বঙ্গালক দেখা-দেখি হল। এনেতে শ্ৰীফল বৰায়ে তিনিজনা ডাঙ্গৰীয়াক বোলে, তহঁতক বঙ্গ চাবলৈহে পাচিছে? ডাঙ্গৰীয়াবোৰে বোলে, বন্দীৰ কি বৰকথা শুনিব লাগে। এইবুলি খেদি গৈ বঙ্গালক ধৰিলে। বঙ্গালো ভাগি যাওঁতে আছৰা গুলি পিবাত লাগি থকবক গোহাঞি পৰিল। পলাই পম হাতীয়ো গোহাঞিক আনিব নোৱাৰি আহি শালত সোমালহি। শ্ৰীফল বৰাকো পাচমাউতে খুচি মাৰিলে। ৰাজাদেৱে বোলে, এই ঠাইখানি সামান্য নহয়। আকে আশ্ৰয় কৰি যে ডাণ্ডৰ শত্ৰু জিনা গল। আতে গড় এটি কৰিলেহে ভাল। এইবুলি তুৰলীয়া মানুহ আনি হাৰুণি দাৰুণিৰ পৰা লুইতলৈ ১০,০০০ মাটি, শিমলুগুৰিৰ পৰা দিজোলৈ ৩,০০০ মাটি, আতে আলিটোহেনকৈ গড়টি বন্ধালে ত্যাওঁলাঙ্গু গোহাঁঞিক মূৰকৈ দি। ১৭১॥

**সত্ৰাজিতৰ বাপদাই**।—আতপাচে পাৎসাৰ আজ্ঞাৰে ঢকাৰ ইচলাম-খাঁ ৰবনবাবে সত্ৰাজিতক ধুবুৰী মানাহাত থানাদাৰ পাতিলে। সি আহি ধুবুৰীত ৰহিলহি। আমাৰ লাঙ্গি ফুকনেৰে মিত্ৰ কৰি মহাৰাজাৰ ঠাইলৈ বাপটাঙ্কি হাট-আৰেঙ্গ প্ৰাৰ্থি আহিল। ৰাজাদেৱে বোলে, সি যদি মোৰ বেটা পুত্ৰ হব, মোৰ পটেশ্বৰীৰ স্তন পান কৰিব লাগে। এইবুলি তালৈ চিকোন কাপৰ ১ সাজ, ঘৰিণীয়েকলৈ পাটৰ মেখেলাৰে কাপৰ ১ সাজ, আৰু সোণৰ নালিচুলা দিয়া ৰূপৰ তাউকিন ১ টা, লোণ চাউল এইসকল দি এইখান বুলিলে, এই কাপৰ দিছো, পিন্ধিব। লোণ চাউল মোৰ বাচ, আকো খাব। এই তাউকিন মোৰ পটেশ্বৰীৰ স্তনৰ সদৃশ, আৰো পানী খাব। আৰু ঝালুক মিঠা নহয়-মানে কথা নেৰিব। যদি এৰিব তেবে মোৰ বাচে খাব। পাচে সত্ৰাজিতে লোণ চাউল তাউকিনৰ পানী খাই কাপৰ পিন্ধি বোলে, যদি মই কথা এৰিম তেবে মোক বাচে খাব। আৰু বোলে, মোক মহালক্ষ্মীয়ে এৰিব। তথাপি বিৰোধকেহে আচৰিলে। আৰু সত্ৰা-জিতৰ বছৰ-দহেকিয়া লৰা এটি তাৰে ধাই সহিতে সন্দেশ-পত্ৰ দি

মহাৰাজাৰ চৰণত সেৱা কৰিবলৈ পঠাই দিলে। ৰাজাদেৱে পৰ্ব্বতীয়া খামপাট বৰগোহাঞিক তুলিব দিলে। বৰগোহাঞি বোলে, জীয়া-পুত্ৰৰে কথা হবলৈ উচিত নহয়, তাৰ লৰাটি যি আহিছে সিয়ো একো নাজানে। এইবুলি বৰগোহাঞি নুতুলিলে। ৰাজাদেৱে বৰগোহাঞিক খঙ্গি দুজনা গোহাঁইক তুলিব দিলে। সিবোৰেয়ো তুলিলে। পাচে মহাৰাজা বঁটা-প্ৰসাদ দি বিদাই দিলে। ১৭২ ॥

**স্বৰ্গদেৱলৈ দিয়া বস্তু আত্মসাৎ।**—আতপাচে পাতসাৰ আজ্ঞাৰে ঢকাৰ ইচলাম নবাবে সত্ৰাজিতক গুচাই আলিয়াৰ-খাঁক থানাদাৰ পাতি ধুবুৰী-মানাহাত ৰহিব দিলে। সত্ৰাজিতক আগচকিত থলে। তাকো গুচাবৰ এইহে কাৰণ। ইচলাম-খাঁ নবাবে মহাৰাজাৰ ঠাইক অনেক বস্তু-দ্ৰব্য দি মানুহ পঠালে। সেই মানুহ সত্ৰাজিতে লাঙ্গি ফুকনেৰে কথা হৈ ৰাখিলে। পাচে নবাবে মহাৰাজলৈকো জনাই আহিল, বোলে, স্বৰ্গমহাৰাজাৰ চৰণলৈ একলাখ টকাৰ বস্তুজাত দি মানুহ পাচিলোঁ। সকলো বস্তু কাঢ়ি লৈ মানুহ ওলোটাই পঠালে। ১৭৩ ॥

**স্বৰ্গদেৱৰ শৰণাগত চন্দ্ৰনাৰায়ণ কোঁৱৰ।**—এইকথা আমাৰ আহিনা মুদৈএ মহাৰাজাত কলেহি। ৰাজাদেৱে প্ৰমাণত পাই ফুকনক আনি মাৰিলে। পাৎসালৈকে এইৰূপে জনাই পঠালে বোলে, স্বৰ্গীমহাৰাজাৰ ঠাইক সত্ৰাজিতে লৰা-তিৰুতা পঠাই শৰণাগত হৈ আন মনহে কৰিলে। এতেকেহে তাক গুচালে। আৰু গাভৰুৱাল চন্দ্ৰনাৰায়ণ গৈ আলিয়াৰ-খাঁৰ ঠাইত ৰহিল। তাক বল-প্ৰসাদ দি কৰৈবাৰিত থাকিব দিলে। তাৰেপৰা চন্দ্ৰনাৰায়ণে হাৰামখোৰ হৈ মহাৰাজাৰ ঠাইত সোমালহি। সেইকথা আলিয়াৰ-খাঁকে লেঙ্গা পোলোঙ্গা দুইক পঠাই মহাৰাজাৰ চৰণলৈ জনাই আহিল, বোলে, চন্দ্ৰনাৰায়ণক মোৰ ঠাইক দি আহক। মহাৰাজা বোলে, শৰণাগতক কিয় এৰি দিম। কন্দলৰ এই এক কাৰণ। ১৭৪ ॥

**ঢেকেৰীয়ে মানুহ কাটে।**—মৰাৰ হৰি,· কেহো হাজৰিকোৱাক

লগত দি চন্দ্রনাৰায়ণক দৰঙ্গত পাতিব দিলে। আতপাচে চন্দ্রনাৰায়ণে মৰা হাজৰিকীয়াক পঠাই নেওগ বৰফুকনৰ ঠাইক কৈ পঠালে বোলে, স্বৰ্গমহাৰাজাৰ আমি থাপিত-সাঞ্চিত মানুহ। বঙ্গালে যে লুট কৰে আমাক ৰাখা। পাচে ফুকনে কণাই হাজৰিকীয়া প্রমুখ্যে চাৰিহাজাৰ মানুহ তাৰ লগে পঠাই দিলে। সিহঁতে গৈ কবৈবাৰিত ৰহি বঙ্গালৰ দুই-চাৰি মানুহ কাটিব ধৰিলে। পাচে চকিদাৰ সত্রাজিতে মহাৰাজাৰ চৰণলৈ জনাই আহিল। মহাৰাজা বোলে, ঢেকেৰীএ কেনেকৈ কাটে মই কি জানো? সি বোলে, কন্দলকেহে মন কৰিলে। এই এক কাৰণ। ১৭৫ ॥

**শৰণাগতক আশ্রয় দান।**—আৰু বঙ্গালৰ হৰি, কেহো সদাগৰ চৰা-কুৰ্ম্মা লৈ পলাই আহি দৰঙ্গত সোমালহি। মহাৰাজাৰ ঠাইলৈ সত্রাজিতে জনাই আহিল আকৈ মামুক পঠাই। সেই সময়তে হেঙ্গল কুকুৰ এটাও আহিল। মহাৰাজা বোলে, শৰণাগতক কিয় এৰি দিম? এইবুলি এৰি নেদিলে। এই এক কাৰণ। ১৭৬ ॥

**আখেক আৰু কেৰা গোহাঁই বধ।**—আখেক আৰু কেৰা গোহাঞিক দুজনা কোঁৱৰক মাল-চৰম শিকাব দিলে। দুজনা কোঁৱৰেও শিখিছে। এনেতে ৰাজাদেৱৰ ভণ্ডাৰী চেটিয়াই লগালে, বোলে, স্বৰ্গদেৱে কালক চপাই লৈছে। তাৰ মাকো চাঙ্গতে আছে, আৰু বঙ্গালকো আনি যি কৰিছে তাকো স্বৰ্গদেৱে জানিছে। এতেকে তাক স্বৰ্গদেৱে থবলৈ ভাল নহয়। ৰাজাদেৱে বোলে, তাৰ আনমন হেন নেদেখি। ভণ্ডাৰী চেটিয়া বোলে, তিতা কচিৰ আগো তিতা গুটিয়ো তিতা। ৰাজাদেৱে বোলে, লৰাহঁতৰ আসিতে কোনো আখাৰ কৰিব নোৱাৰি। সি বোলে, গোহাঁঞিবোৰক ফুটুকাতলিত পহু মাৰিবলৈ পঠাই সিহঁতক ৰাখি পাচতে কোনোখান কৰিলেনো? পাচে ৰাজাদেৱে দুই পুতেকক পহু মাৰিবলৈ পঠালে। আখেকক কেৰাক ৰাখি দুজনা গোহাঁঞিক বোলে, বপাইহঁতে দুয়ো ভাএৰে পহু মাৰগৈ। মোৰ গাটি বিষম কৰিছে। সিহঁত দুয়েৰে কথা

হুই থাকো। এইবুলি সিবোৰক পঠাই আখেক কেৰা গোহাঞিক ছাগ ছেলাই মৰালে। ১৭৭॥

**কটকীৰ কথাত হেতা-ওপৰা।**—আৰু গজপুৰীয়া সনাতন, চলাৰ কানু, এই দুই কটকীক আলিয়াৰ-খাঁ নবাবে সুধিলে, বোলে, তোৰ স্বৰ্গমহাৰাজাৰ ঠাইলৈ কেইদিনৰ পথ। কটকীয়ে বোলে, দুই মাহিনাৰ পথ। ভেলাইৰ পুতেক দুৱৰীয়াই বোলে, মিছাহে কৈছে, আঠৰোজহে পথ। কটকীয়ে বোলে, সকলো দিন স্বৰ্গমহাৰাজা দিলিৰ পাৎসা উকিলৰ মুখেহে বুজিছে, এতিয়া যদি দুৱৰীয়া মুখেহে বুজিব আমি কি বুলিম। কটকীএ আহি ৰাজাদেৱত বঙ্গালৰ কথা-বাৰ্ত্তা কলেহি। ৰাজাদেৱে সন্তোষ হৈ বোলে, আৰু কি আছে ক? কটকীএ বোলে, স্বৰ্গদেৱে যদি নোসোধে আখাৰ দুয়েক কম। বোলে ক। সনাতনে বোলে, স্বৰ্গদেৱে বনৰ হাতী অনেক যত্ন কৰি আনি শালত গলচেপা দি থয়, তাক মেলিলে শালত থাকে কি বনলৈকে যাই? আৰু বন্দীহঁতক পৰদেশলৈ পঠালে তৈতে মৰিলে লৰা-তিৰতা ৰাজ্যতে থাকিব কি বিদেশলৈকে এৰি দিব? আৰু পিতৃ-মাতৃ পুত্ৰসকলৰে একে অঙ্গ, সাতো বস্ত্ৰে আবৰি থাকে, এতেকেহে মৰ্য্যদা ৰহে। পাচে মহাৰাজা এইকথা জানি ভেলাইৰ পুতেকক কাটিলে। ১৭৮॥

**বঙ্গালৰ পৰাজয়।**—মোমাই-তামূলী বৰফুকন হৈ গৈ সলাতে ৰহিল। সেই সময়ত বঙ্গালৰ বৰনবাবে মিৰ্য্যা জাহিনা, মিৰ্য্যা মাকৈ, আলিয়াৰ-খাঁ প্ৰমুক্ষে নাৱে-তৰে উজাই আহি বৰকৈয়নিত ৰহিলহি। এইকথা মোমাই-তামূলীয়ে শুনি আহোম কটকী পঠাই সিহঁতলৈ সুধি পঠালে, বোলে, সিবোৰ কি কাৰণে আহিছে কৈ আহক। সিহঁতে বোলে, আমাৰ আন কাৰ্য্য নাই; বালিৰ সোণা, বনৰ হাতী, বনৰ আগৰ কাষ্ঠ, বনৰ জালুক, আকে যদি দিব, তেবে যুদ্ধত কাৰ্য্য নাই। এইৰূপে কটকীয়ে আহি কলঙ ফুকনে বোলে, গড়টি যিবা আছে তাতো কাঁড়ী, গড়, বুৰুজ একো নাই। আৰু নিয়ম

নকৰি যদি বঙ্গালক টান দিয়া যায় পাচে অকাৰ্য্য হব। এইবুলি ৰাজাদেৱলৈকো জনাই পঠালে। তাৰ ঠাইলৈকো কটকী পঠাই এইখান কব দিলে, বোলে, সিবোৰে যিহক কৈছে আমাৰ ঠাইত বহুত আছে। তথাপি আমি স্বৰ্গমহাৰাজাৰ অধীন। নজনাকৈ কোনো বস্তু দিব নোৱাৰি। ছমাহৰ বাট অহাযোৱা, ৰাতিয়ে-দিনে হলেহে তিনিমাহে পাইহি। ভাল সিবোৰো ততে ৰহোক। আমিও জনাই আহি তাক দিম, আৰ অৰ্থে যুদ্ধ কৰণ উচিত নহয়। এইবুলি বঙ্গালক ৰাখি মূলে-দোৱালে তিনি পক্ষত গড় সাঙ্গ কৰি কটকী পঠাই পুনৰ্ব্বাৰ কব দিলে, বোলে, সোণা যি খুজিছে, তাৰ ধোৱা বালিকো নেদিয়ো। হাতী ছাৰি লাদকো নেদিয়ো। জালুকৰ থেনিকো নিদিও। আগৰ কাঠৰ জেঙ্গনিকো নেদিয়ো। এইকথা শুনি বঙ্গালে নাৱে-তৰে খেদি আহিল। আমাৰ মোমাই-তামূলী বৰফুকনে নাওখানত তিনিটাকৈ হিলৈ বান্ধি নাৱে-তৰে ধৰিলে, সেই যুদ্ধত বঙ্গালৰ বিস্তৰ সৈন্য পৰিল। মৰা-শৰেঁ কলঙ্গ নৈ উপচি গল। তাৰ ধন, নাও আহিলা-পাতি বিস্তৰ পালে। তাকো খেদি নি মানাহা ঠেকালেনি। ১৭৯॥

**দিজোৰপৰা উদমাৰিলৈ গড়।**—পাচে মোমাই-তামূলীয়ে বোলে, এই গড় দুখৰিৰ আপাহ পোৱা গল। দিজোৰ পৰা উদমাৰিলৈ চাৰিহাজাৰ মাটি, গড় নাই। আকো বান্ধিব লাগে। এইবুলি কটকীক শিখাই পাচিলে, বোলে, ৰাজাদেৱত কগৈ। যদি তামূলী দলৈৰ লৰা থাকে আন কথা কৰি, গড়ৰ কথা নকবি। কটকী গৈ ৰাজাদেৱত সমস্তে বাৰ্ত্তা কলে। তামূলী দলৈৰ লৰাএ হাঁচটি ধৰিছে। তাক দেখি গড়ৰ কথা কৰা নাই। এনেতে ৰাজাদেৱে বোলে, বামুণীপুতেক, জেঠেৰীএ আৰু যি কৈ আহিছে ক। কটকীয়ে বোলে, স্বৰ্গদেৱ, আৰু কিছুকথা কব দিছে। বিশ্বাসেহে কব পাৰোঁ। ৰাজাদেৱে বোলে, কোনে দিজোৰ পৰা উদমাৰিলৈ গড় দুখৰি বান্ধিবৰ কথা কলে? ৰাজাদেৱে একো নৌ-যোলোতে তামূলী দলৈৰ

পুতেকে বোলে, অৰণ্যেদি বঙ্গালক লৈ আহিব। অকাৰ্য্যত কিয়েলৈ মানুহক দুখ দিব লাগে। ৰাজাদেৱে বোলে, ভালহে কৈছে, কবি, নালাগে বান্ধিব। এইকথা ফুকনে শুনি অসন্তোষ কৰি বোলে, পাচলৈ এইপোনে বঙ্গাল উঠি আমাৰ দেশ মাৰিব। ১৮০॥

**জয়াদিত্য ভগাৰজাৰ অপকৰ্ম্ম।**—১৫৬৩ শকত ভগাজনা ৰাজাদেৱৰ ঠাইক কছাৰীৰ যশমাণিক ৰজা কটকী পঠাই বুলি আহিল, বোলে, স্বৰ্গমহাৰাজ সৰ্ব্বকালে কন্যা দিবৰ নিয়ম হৈছে। এখনো আমাক কন্যা দিব লাগে। মহাৰজা শুনি খঙ্গ কৰিলে। বৰগোহাঞিঃ ৰাজাদেৱৰ খঙ্গ হেন দেখি আগতে পত্ৰ ফালি কটকীক গতিয়াই খেদি দিব দিলে। আৰু ভগাজনা ৰাজাদেৱে লড়িমাক এজনাক ঘৰ কৰিলে। তিনিজনা ডাঙ্গৰীয়া প্ৰমুক্ষে সকলেও কলে। এনেতে একদিনা ৰাজাদেৱ পৰ্ব্বতলৈ যাওঁতে চৰাইদেৱৰ হাটৰ গছৰ ওপৰত চৰাএ মতাহেনকৈ মাতিলে, বোলে, তঞি ৰাজা দুই অন্যায় কৰ যে তোৰ শ্ৰী হত হব। এই কথা শুনি ৰাজাদেৱে উলটি গৈ লড়িমাকক এৰি চুটিয়া সোণাৰিৰ জীয়ৰী এজনী আনিলে, লগত লৰাৰে। সেই লৰা কোঁৱৰ পাতি দোলা-আৰোৱান দিলে। ছমাহতে সেই লৰা মৰিল। পাচে ৰাজাদেৱে তিনিজনা ডাঙ্গৰীয়াত, ছয় ফুকনত কব দিলে, বোলে, মোৰ পোৰ লগত যাবলৈ তিনি গোহাঁইৰ তিনিটা লৰা, ছয় ফুকনৰ ছটা লৰা দিয়ক। গোহাঁঞিবোৰে বোলে, চুটিয়া লৰাৰ লগত আমাৰ লৰা কিয় দিম? ১৮১॥

**নৰিয়া ৰজা।**—এইবুলি মৈদাম বন্ধা মানুহকো নিষেদ্ধ কৰি নৰিয়া ৰজাৰ ঠাইক গৈ বোলে, দেৱকে আমি ৰাজা পাতি ললোঁ। ৰাজাদেৱে বোলে, মই নৰিয়া মানুহ, কিৰূপে ৰাজ্য প্ৰতিপালন কৰিম? তথাপি তোমালোকে যে নেৰ, ভাল উঠাহাক। এইবুলি সকলো আহি চ'ৰাতলত পিৰা পাৰি বহুৱাই সকলো সেৱা কৰি ৰাজা পাতিলে। ভগাজনা ৰাজাদেৱে ভিতৰুৱাল মানুহেৰে কন্দলক মনে অস্ত্ৰে-শস্ত্ৰে যুক্তি হল। পাচে বোলে, মোৰ কন্দলত কোন কাম?

এইবুলি সকলক হাক দি ঘৰত সোমাই থাকিল। ভোগ দুই বৎসৰ ছয় মাহ। ১৮২॥

**চুঙ্গি দমন।**—নৰিয়া ৰাজা ৰাজা হৈ চুঙ্গিক ধৰিবলৈ শুকুলাহুদু বুঢ়াগোহাঁইক, বৰগোহাঁইক, বৰজনা আইকুঁৱৰীৰ ভায়েকক সৰিহ গোহাঞিক পঠালে। সেই সময়ত দিহিঙ্গীয়া গোহাঁই তিনিজনাক পাচিলে। সিবোৰ গৈ কোঁঠ দিব ধৰিছে। এনেতে চুঙ্গিয়ে আমাৰ মানুহৰ নিয়মে কাঠ-বাঁহ নিবৰ ছলে তাতে যাঠি, দা, লুকাই আনি আমাৰ বিস্তৰ মানুহ কাটিলে। পাচে সৰিহ গোহাঞে বোলে, মোলৈ আইকুঁৱৰীদেৱে কৈ আহিছে বোলে, সি চোৰ জাতি, তাক কিৰূপে ধৰিব, গুচি আহোক। এই ফন্দক সুবুদ্ধি সকলো আহিল। পাচে মহাৰাজা হাতীশালত বন্দীকৈ থৈ দাই ধৰিলে বোলে, সিহেঁতে মোৰ আজ্ঞা হলেহে আহিব পাই। আৰু ডাঙৰ কাৰ্য্য হলে কিৰূপে কৰিব? সৰিহ গোহাঁই বোলে, স্বৰ্গদেৱে যাক মূৰকৈ দিছে, তেঞে আহিল, তাতেহে আমিও আহিলোঁ। পাচে বুঢ়াগোহাঁইক ভাঙ্গি ঘৰলৈ খেদি সৰিহ গোহাঁইক বুঢ়াগোহাঁই পাতিলে। পাচ বৎসৰে দুহাজাৰ চুঙ্গি পাই ধৰি আনিলে। ১৮৩॥

**কছাৰী ৰজাৰ কন্যা ভিক্ষা।**—আতপাচে কছাৰী ৰজা মজুন্দাৰক পঠাই বুলি আহিল, বোলে, স্বৰ্গমহাৰাজাৰ পূৰ্ব্বাপৰৰ স্থাপিত-সাঞ্চিত। এখন খঙ্গ কৰিবাক যোগ্য নাহই। মহাৰাজা তাক তুলি সন্দেশ-পত্ৰ দি পঠাই দিলে। পত্ৰতো এই লিখিলে, বোলে, কছাৰী ৰজাক আমিহে পূৰ্ব্বাপৰে ৰজা পাতি থৈছোঁ। আৰু পাহৰিব নাপাই। এইৰূপে জনালতগৈ কছাৰী ৰজা পুনৰ্ব্বাৰ পত্ৰ-সন্দেশ দি মজুন্দাৰক পঠাই কৈ আহিল, বোলে, স্বৰ্গমহাৰাজা পূৰ্ব্বে থাপি-সাঁচি গৈছে। এখনো কন্যা দি থাপিব লাগে। মজুন্দাৰ আহি কলীয়াবৰ পালেহি। সেইবেলা জেষ্ঠ মাসত মহাৰাজা স্বৰ্গী হল, ১৫৭০ শকত। ভোগ্য ৭ বৎসৰ। নৰিয়া ৰাজাৰ দিনতেহে আৰোৱানৰ গিলিপ হল। ১৮৪॥

**স্বৰ্গদেৱ জয়ধ্বজসিংহ।**—পাচে জয়ধ্বজ মহাৰাজা হৈ কছাৰীৰ মজিন্দাৰক আনি বোলে, শ্ৰীহুত কাকত কেমনে চাম? এইবুলি তিনিজনা ডাঙ্গৰীয়াক তুলি বিদায় দিব দিলে। গোহাঁইবোৰে হাতী-শালত তাক তুলি বোলে, তোৰ মানুহ, ঘোৰা, সন্দেহ থৈ মহাৰাজাৰ নামে পত্ৰ আনগৈ। এইবুলি তাৰ লগে আমাৰ ৰাম, লালুক, দুইক পঠাই দিলে। সিয়ো গৈ মহাৰাজাৰ নামে পত্ৰ আনি পালতহি পত্ৰ চাই বোলে, হেড়ম্বেশ্বৰে কন্যা খুজি আহিছে, তাক মঞি দিম যদি মোৰ বচন কৰিব। মজুন্দাৰে বোলে,—ৰাজা যদি ৰাজাৰ ঠাইক বুলি যাব, কিয় নকৰিব? মহাৰাজা বোলে, ভাল, সামান্য লোকৰো কন্যা দৰা আহিহে নিয়ে। ৰজা যদি আহিব নোৱাৰে তাৰ ভাই-পো পঠাই দিব, তেবে কন্যা দিম। এইবুলি পত্ৰ-সন্দেশ দি পঠাই দিলে। সিয়ো গৈ তাৰ ৰজাত জনালে। কছাৰী ৰজা বোলে, মোৰ ভাই-বঙ্গহো নাই, লৰাটিয়ো চোট, কোন যাব? যদি স্বৰ্গমহাৰাজা পূৰ্ব্ব কথাক লৈ দিব, তালৈ কাকো নালাগে। এইবুলি মজুন্দাৰক পঠাই দিলে। সি আহি মহাৰাজাত জনালেহি। তাৰ ভাই-পো নাহিবৰ দেখি ৰাজাদেৱে টঙ্গচু বৰুৱাক শিখাই দাই ধৰিব দিলে। যিৰূপে শিখালে, সিৰূপে বুলিব নোৱাৰিলে। মহাৰাজা অসন্তোষ কৰি কটকীক খেদিব দিলে। টঙ্গচু বৰুৱাক ভাঙ্গি চেঙ্গধৰাক বৰুৱা পাতিলে। ১৫৭৩ শকত ভটীয়াপাৰত পুখুৰী খানিলে। ১৮৫ ॥

**মীৰজুমলাৰ অসম আক্ৰমণ।**—আতপাচে ১৫৮৩ শকৰ আঘণত বঙ্গলাৰ খানখানা নাবাব, দলল-খাঁ, ৰচিত-খাঁ প্ৰমুখ্যে সকলো আহি ৰঙ্গাগড়াত ৰহি ৰৰফুকনৰ ঠাইলৈ কটকী পঠাই কব দিলে, বোলে, গুৱাহাটি এৰি দিয়ক। ফুকনে বোলে, আমি প্ৰাণনাৰায়ণক মাৰিহে লৈছোঁ। যদি তাক মাৰিব, তেবে এৰি দিম। পাচে প্ৰাণনাৰায়ণক মাৰি কৈ পঠালে বোলে, এতিয়া এৰি দিয়ক। ফুকনে বোলে, বিনাযুদ্ধে কিয় এৰি দিম? খানখানা বোলে, কেমন মিছা কয়,

এইবুলি গুৱাহাটী ললেহি। ৰাজাশহুৰ প্ৰমুখ্যে ফুকনবোৰ আহি চামধৰাত ৰহিলহি। ৰাজাদেৱে বেজদলৈক যুদ্ধৰ সেনাপতি পাতি পঠাই দিলে। তাক দেখি ৰাজাশহুৰ ফুকনে মন এৰিলে। তাতপাচে বাঁহগড়ীয়া অৰ্জ্জুন গোহাঞি খনিকৰ বৰুৱাক বুঢ়াগোহাঞি পাতি পঠাই দিলে। সকলেয়ো চামধৰাত নাৱে-তৰে যুদ্ধ ধৰিলে। বঙ্গালো ভাগেহেন হল। এনেতে নগঞা ভোটাইৰ বাহৰ মানুহ এটাই দিজোয়েদি বাট দেখালে। এনেতে বাৰুকিয়া বৰগোহাঁইয়ে খাৰ-ঘৰত জুই লগালে। পাচে সেইপোনে বঙ্গাল আহিলহি। আমাৰ সকলো ভাগি উজাই আহিল। বুঢ়াগোহাঁয়ে কুকুৰাকটাত তিনিপৰ বেলি যুদ্ধ কৰিলে। বলে নোৱাৰি ভাগি আহিল। সেই সময়ত ৰজাদেৱ ভটিয়াই আহি বাৰুকটাতে আছিল। বঙ্গাল উজাবৰ বাৰ্ত্তা পাই তাৰপৰা আহি নগৰত ৰলহি। দলাল-খাঁ প্ৰমুখ্যে অনেক বঙ্গাল লুইতে উজাই আহিল। বুঢ়াগোহাঁঞে মূৰকটাত যুদ্ধ ধৰিলে। সেই যুদ্ধত উমৰাও দুটা পৰিল। বঙ্গালো ভাগেহেন হল। এনেতে আমাৰ নাহৰপতীয়া কাণ্ড দেখি অচমৰ আহিলা-পাতি টুটিল বুলি টানমনে ধৰিলে। বুঢ়াগোহাঁয়ে দোলা এৰি মানুহৰ পিঠিত উঠি ভাগি আহিল। খানখানা পাচে-পাচে খেদি আহি বাঁহবাৰীত ৰলহি। ১৮৬॥

**পোহাৰীৰ মুখে স্বৰ্গদেৱৰ বিকৰ্থনা।**—পাচে ১৫৮৩ শকৰ চৈত্ৰৰ ৯ দিন আছোতে, মঙ্গলবাৰে এপৰবেলি হলত, ৰাজাদেৱে নামৰুকলৈ যাওঁতে দ'লগুৰিৰ আলিত ডুমুনী পহাৰীয়ে বোলে, স্বৰ্গদেৱ, তুমি ৰঙ্গ-আনন্দকহে মন দিলা। এই পোন্ধৰে বৎসৰে যদি দিবলগা ঠাইত পোন্ধৰ চপৰা মাটি দিলাহতে তোমাৰ কিয় এনে অৱস্থা হব? আমাক ক'ত এৰি যোৱা? ৰাজাদেৱে পহাৰীৰ মুখত এইকথা শুনি মনত অসন্তোষ কৰি গৈ চৰাইদেৱৰ ঘৰ পাই স্বৰ্গদেৱলৈ সেৱা কৰি বোলে, "তুমি মোক ইবাৰ ৰক্ষা কৰি এই ঠাইলৈ আনিবা। যদি তেবে আৰ বিচাৰ কৰাবা। যাক যাক ভাল খুৱালো-পিন্ধালো,

তাৰ মুখত এইকথা নাপালো। এতিয়া আপদ কালত ডুমুনী পোহাৰীৰ মুখতহে পালোঁ। নাজানো, ইষ্টদেৱ তুমি কোন অৱস্থা কৰা।” ১৮৭ ॥

**নামৰূপত জয়ধ্বজসিংহ স্বৰ্গদেৱ।**—এইবুলি ৰাজাদেৱ বাঁহগড়ীয়া বুঢ়াগোহাঁইক চলাচল চাই বঙ্গালক যুদ্ধ কৰিবৰ নিমিত্তে থৈ নামৰূপলৈ গল। সেই সময়ত বাৰুকিয়া বৰগোহাঞি ৰাজাৰ লগত নগৈ দৈপতঙ্গৰ বাটে গৈ নগা গাৱঁত সোমাই থাকিল, আৰু বাঁহ-বৰীয়া বৰচেটিয়া চামধৰাৰ পৰা ভাগি কছাৰীলৈ সোমালে। ১৮৮ ॥

**স্বৰ্গদেৱৰ আক্ষেপ।**—বাহুলি ফুকনে বঙ্গালৰ লগ সোমাই অনেক দুৰ্গুণ আচৰিলে। পাচে বুঢ়াগোহাঁয়ে ঠায়ে-ঠায়ে বিস্তৰ বঙ্গালক দবা দি কাটিলে। তত্ৰাপি হোঁহকাব নোৱাৰিলে। বঙ্গালো বাকোবাৰীতে ঠানা দি ৰহিল। বুঢ়াগোহাঁঞি ৰাজাদেৱৰ লগ ললেগৈ। ৰাজাদেৱে বোলে, গোহাঁই, মোৰ লগ সকলে এৰিলে। গোহাঁয়ে বোলে, স্বৰ্গদেৱ, দেৱৰ বন্দী-বেটাই লগ নেৰে। তাৰ লৰা-তিৰতা লথুবথুখান নিয়ম কৰি থৈ পাচতে আহিছে। পাচে গোহাঁই মানুহ পঠাই য'ত যেনেকৈ আছিল সকলকো ৰাজাৰ লগলৈ নিয়ালে। ৰাজাদেৱে বোলে, গোহাঁই, মোক বিধাতা ঈশ্বৰে সকলো-ৰূপে বঞ্চিলে। গোহাঁয়ে বোলে, দেৱে আত অসন্তোষ নকৰিব। জয়-পৰাজয় সকলোদিনে আছে। সেই ঈশ্বৰৰ যেতিয়া অনুকূল হব তেতিয়া স্বৰ্গদেৱৰ তেজ-শক্তি এবেই বঙ্গালক মৰা যাব। ৰাজাদেৱে বোলে, গোহাঁই, তঞেৰে কথা হৈ যেন সন্তোষ হৈছো। আছোতেহে এইসকলত কোনো আখাৰ সোধো। এতেকেহে সকলোৰূপে বঞ্চিলে, বোলে। ১৮৯ ॥

**সন্ধিৰ পাচত মোগলৰ অসম ত্যাগ।**—আতপাচে বুঢ়াগোহাঁইক পঠাই নিৱন্ধক লৈ বঙ্গালক পঠাব দিলে। বঙ্গালে পাঞ্চলাখ ৰূপ নবৈ হাতীৰ নিবন্ধ কৰি বোলে, আকে দিয়োক, তেবে আমি যাঞো। বুঢ়াগোহাঁঞে বোলে, সিবোৰৰ ভয়তে লোকজনে ভাগি পৰ্ব্বত-

পাহাৰে সোমাই আছে। ৰাজাৰো ভণ্ডাৰ ধন-সৰ্ব্বস্ব সিবোৰে নিলে। এখন সিবোৰ যাউক, পাচত আমি বিচাৰ কৰি দিম। নবাবে বোলে, ভাল, এখন যদি দিব নোৱাৰে পাৎসালৈ ৰাজাৰ কন্যা এটা দিয়ক, ওলকৈ তিনিজনা ডাঙৰীয়াৰ তিনিপুত্ৰ দিয়ক, ৰাজমন্ত্ৰীৰ এক পুত্ৰ দিয়ক, তেবে আমি যাঞো। এইৰূপে মহাৰাজাৰ চৰণলৈ বুঢ়া-গোহাঁয়ে জনাই পাৎসালৈ ৰাজাৰ জী দিলে। গাভৰুৰ লগত যৌতক দাস-দাসী, হাতী, ঘোৰা, ৰূপ, সুবৰ্ণ অনেকো দিলে। ওল কৰি তিনিজনা ডাঙৰীয়াৰ তিনিপুত্ৰ, ৰাজমন্ত্ৰী ৰজাশহুৰৰ পুত্ৰ মৌপিয়াকো দিলে। পাচে এইসকলক লৈ বঙ্গালে ভটিয়াই গল। ৰাজাদেৱ ওলাই আহি বকথাত ৰহিলহি। সেই সময়ত বৰগোহাঞে ৰাজা-দেৱক সেৱা কৰিলেহি। ৰাজাদেৱে লগত নাযাবৰ হৈ আপোন-হাতে হেঙ্গদানেৰে গদিয়ালে। ১৫৮৫ শকৰ জেষ্ঠ মাসত মহাৰাজা স্বৰ্গী হল। ভোগ্য পোন্ধৰ বৎসৰ। ১৯০ ॥

**চক্ৰধ্বজসিংহ স্বৰ্গদেৱলৈ আওৰংজেবৰ উপহাৰ।**—চাৰিঙ্গীয়া বৰজনা ৰাজা হল। সেই সময়ত পাৎসা মহাৰাজালৈ দোৰবেগ ৰস্তমবেগ দুই কটকীক পঠাই চুৰপাও দি আহিল। আমাৰ গাভৰুৰ লগত যোৱা বাঁহবৰীয়া কটকীকো ওলোটাই আনিলে, আৰু দলল-খাঁৰ ঠাইৰ গদাই, ৰচিত-খাঁৰ ঠাইৰ জলিম মলিম সকলো উজাই আহি দেৱৰগাওঁ পালেহি। মহাৰাজা স্বৰ্গী হুব শুনি তৈতে ৰহি ৰচিত-খাঁত জনালেগৈ। বোলে স্বৰ্গীৰাজা মুৱা হল, চুৰপাও কাক দিয়া যাব? ৰচিত-খাঁয়ে বোলে, ৰাজাৰ সলনি যি ৰাজা হৈছে, সেই ৰাজাকে দিবি। এইকথা বাঁহবৰীয়া আহি ৰাজাদেৱত জনালেহি। ১৯১ ॥

**স্বাধীনচিতীয়া স্বৰ্গদেৱ চক্ৰধ্বজসিংহ।**—পাৎসাৰ চুৰপাও আনি দেৱৰগাৱঁতে ৰহিছেহি বুলি ৰাজাদেৱে শুনি মনত অসন্তোষ কৰি বোলে, মোৰ পুলিন-পুথাও ৰাজাসকলে পৰৰ অধীন হৈ যোৱা নাই। এতিয়াও মই বঙ্গালৰ বঁটা পিন্ধিব নোৱাৰোঁ। তাক তৰেপৰা ওলো-

টাই খেদোক গৈ। বাঁহগড়ীয়া গোহাঁয়ে বোলে, দেৱে যদি এই সময়ত এনেখাৰ কৰিব, আকৌ ভগাৰাজ্য ভাগিলহে। আপদত আচৰিব নলগাকো আচৰি দেশ-ৰাজ্যকহে ৰাখিব লাগে। এতেকে তাক আনি কোনো বস্তুজাত তাক দিয়া-থোৱা কৰি থবলগা ঠাইত সেই বস্তু থৈ তাক সন্তোষ কৰি পঠোৱালে, আমাৰহে ভাল দেখি। ৰাজাদেৱে বোলে, গোহাঁই উত্তমহে কৈছে, ভাল, তাক আনিব দে। পাচে গোহাঁয়ে আমাৰ মানুহ পঠাই দেৱৰগাৰঁৰে পৰা আগবাঢ়ি অনালে। গদায়ে জলিম মলিমে নজানেহেনকৈ আমাৰ কটকীক কথা ছুব দিলে। দোৰবেগ, ৰোস্তমবেগেৰে আমাৰ কটকীয়ে বোলে, আমাৰ দেশৰ ধাৰাণে যেইআখাৰ বোলো, তাক তহঁতে আচৰিবি। যদি নাচৰিবি মহাপ্ৰচণ্ড স্বৰ্গীমহাৰাজা তহঁতক এখেত কোনোখাৰ কৰি যদি পাৎসালৈ জনাই যায়, বঢ়া কথা কৰিলতহে এনে কৰিলোঁ, তেবে পাৎসা কোনো আখাৰ বুলিবনে কি? এতেকে দেশৰ ধাৰাণে কথা আচৰিবি। এইবুলি দুইকো ২০০ সোণ, ২০০০ ৰূপ দিলে। সিহঁতে বোলে, তোমাৰ যেনে অভিৰুচি তাকে কৰিম। পাচে বুঢ়াগোহাঁঞে কটকী তোলা ধাৰাণে সমাজ পাতি হোলোঙ্গাত ৰাজা-দেৱক বহুৱাই কটকীক অনালে। কটকীয়ে বোলে, স্বৰ্গীৰাজা দো-চাৰি পাও আগবাঢ়ি পাৎসাৰ চুৰপাও লব পাই। বুঢ়াগোহাঁঞে বোলে, বন্দী বঙ্গালে এনেকৈ বুলিব পাইনেকি? দৈৱবশত থাকি একবাৰ জিকিছে বুলি, আমাৰ দেশৰ ধাৰাণ কিয় এৰা যাব? পাতসাৰ চুৰপাও অনিয়মে লব নাপাই। তঞি আমাৰ মানুহৰ হাতত দে। পাচে মহাৰাজা নিয়মে পিন্ধিব। এইবুলি কুকুৰাচোৱাৰ হাতে অনাই পাচফালে নি ৰৰভণ্ডাৰত থলে। ১৯২॥

**আতন বুঢ়াগোহাঁইৰ উপদেশ।**—১৫৮৬ শকত ৰাজাদেৱে তিনিজনা ডাঙ্গৰীয়া প্ৰমুক্ষে সকলকো আনি বোলে, মোৰ পুথাউ-পুলিনে লোকৰ তলপ হৈ যোৱা নাই। এতিয়া মই লোকৰ তলপ হৈ থাকিব নোৱাৰোঁ। বঙ্গালক খেদি পূৰ্ব্বৰ থানা গুৱাহাটী লৈ

দেইঁক। বাঁহগড়ীয়া বুঢ়াগোহাঁয়ে বোলে,—"ৰাজা হলে শত্রুক মাৰি-কাটি আপোনাৰ সীমনাক ৰাখিব লাগে। তেবেসে যশ-ধৰ্ম্ম বৃদ্ধি হয়। এতেকে দেৱে উত্তমকেহে কৈছে। কিন্তু ৰাজ্যো ভাগিছে। এতিয়াহে দেৱে চপাই আনি পূৰ্ব্বৰ ঠায়ে-ঠায়ে পাতিছে। তাৰ চাউলকঠাকানিখান হৈছে নহৈছে তাকো বিচাৰ কৰিব লাগে। সকলো দ্ৰব্যত কৰি চাউলকঠাহে প্ৰধান। তাৰ বিকল হলে কোনো কাৰ্য্য সিদ্ধ নহয়। আৰু নাও-নাৱৰাখান, আহিলা-পাতি ভাগে-ভাগে যি দিবলগা এতিয়া দেৱে সুধিলে বুলিব, আছে, জোৰাই দিব পাৰিম। কাৰ্য্যৰ বেলা দিব নোৱাৰিব। তেতিয়া তাক কাটিলে-মাৰিলে কোনোখাৰ নহব। কোনো সময়ত নাও আহিলাপাতি সমস্তো পৰিবলৈ আছে। আৰু যদি দুই-চাৰি বৎসৰ লাগি থকা গল, এতিয়া ভণ্ডাৰত অধিকা-অধিক নহলে, তেতিয়া কিৰূপে জোৰাই দিয়া যাব? এতিয়া বিচাৰ কৰি নিয়ম নকৰিলে, সময়ত কাটিলে-মাৰিলে কাৰ্য্য নহব। আৰু কাণ্ডী পাইকে পৰলীয়া চাউল একঠা খাবৰ নিমিত্তে দুকড়া কড়িৰ চৰু এটি আনে। সকলো মুলি এবুৰি কড়িৰ বেহানি, সেয়ে হানি হয় বুলি, তলিত কাণত দুবাৰ-তিনিবাৰ টুকুৰিয়াই চাইহে আনে। আৰু চৰাএ গছত বাসা লৈ পোৱালি জগাই। কিছু শকত হলে, ইডালে-সিডালে লৈ ফুৰাই, উৰিব পাৰিলেহে মাটিলৈ নমাই। তাতো আপুনি আহাৰ কৰিব পাৰিলেহে লগ এৰে। এনেৰূপে প্ৰমাণ কৰি দেৱে যদি কাৰ্য্যত মন দিব তেবে শত্রুক মাৰি পূৰ্ব্ব সীমনাত ৰাজ্য ৰাখিব পাৰিব।" ১৯৩ ॥

**অসমৰ ৰণোদ্যম।**—পাচে ৰাজাদেৱে গোহাঁইৰ বাক্যক শলাগি লৈ ভাগে-ভাগে আজ্ঞা কৰিলে। বোলে দণ্ডি কৰি খেতি-কিৰিষিকো কৰাউক, চহৰতো দোৱাল-তেৱাল দুইবিধ মানুহ, গধূলি-গধূলি ধনু-কাণ্ডো মাৰিব। এই নিবন্ধ কৰি নিতান্তে ৰাজাদেৱে ওলাই কাণ্ডীকো কাণ্ডি মৰাই, হিলৈদাৰিকো হিলৈ মৰাই নাওশাল, খাবঘৰলৈকো অহা-যোৱা কৰি আহিলা-পাতি সমস্তকো নিয়ম কৰি

তিনিজনা ডাঙ্গৰীয়া প্ৰমুক্ষে সকলকো আনি বোলে, নিৰন্ধৰ হুব লগা বস্তু সকলো হৈছে। এতিয়া বঙ্গালক ধৰিব খোজোঁ, কি বোলাহাঁক। বাঁহগড়ীয়া বুঢ়াগোহাঁইয়ে বোলে, তাক এতিয়া ধৰিবহে লগা, তথাপি সৈন্য-মোহোলা কৰি চাব লাগে। শত্ৰুয়ে লখিব নোৱাৰেহেনকৈ। ৰাজাদেৱে বোলে, কোন প্ৰকাৰে মোহোলা কৰা যাব? গোহাঁয়ে বোলে, তেলিয়াদঙ্গা পুখুৰীৰ পৰা জাঁজীলৈ আলি-টিকো বন্ধা হোক। তাতে প্ৰমাণ কৰা যাওক। ১৯৪ ॥

**গুৱাহাটী কামৰূপ উদ্ধাৰ।**—পাচে ৰাজাদেৱে আলিক নিমিত্ত কৰি সৈন্যৰ মোহোলা লৈ ১৫৮৭ শকত তিনিজনা ডাঙ্গৰীয়া প্ৰমুক্ষে সকলকো বঙ্গালক খেদি গুৱাহাটী লবলৈ পঠালে। সিবোৰো মহাৰাজাক সেৱা কৰি ভটিয়াই গৈ ফুকনবোৰেৰে যুক্তি হৈ ৰাতি নাৱে-তৰে গৈ ইটাখুলি পাণ্ডু-শৰাইৰ বঙ্গালক কাটি-মাৰি খেদি নি মানাহা ললেগৈ। এই কথা ৰাজাদেৱে শুনি সন্তোষ হৈ সমস্তলৈকে বঁটা-প্ৰসাদ দি থানে-থানে ৰহিব দিলে। আতপাচে বুঢ়াগোহাঁয়ে লাচিত ফুকনেৰে যুক্তি হৈ মহাৰাজালৈ জনাই গুৱাহাটীৰ গড়টি বান্ধিলে। ১৫৯০ শকত মহাৰাজা স্বৰ্গী হল। ভোগ্য ৭ বৎসৰ। ১৯৫ ॥

**গুৱাহাটী ৰাখিবলৈ অসমীয়াৰ প্ৰতিজ্ঞা।**—মাজিয়োজনা ৰাজা হলত, পাৎসাৰ আজ্ঞাৰে ৰজা ৰামসিংহ আহি মানাহাত ৰহি লাচিত বৰফুকনৰ ঠাইক কটকী পঠাই বুলি আহিল, বোলে, মোক গুৱাহাটী এৰি দিয়োক। আৰু তিনিলাখ ৰূপীয়া দিম, শপতকো কৰি বোলো, তাতকৈ যদি আমি বাঢ়ো, মুকুতাত ধৰি বোলো, মহালক্ষ্মীয়ে এৰিব, তৰোৱালত ধৰি বোলো, মহাকালিকায়ে খাব, মাধবৰ গাত ধৰি বোলো, সেই ঈশ্বৰে দণ্ডিব, উপৰিপুৰুষো নৰকত পৰিব। এইকথা বৰফুকনে ফুকনবোৰেৰে সমালোচনা হৈ গুৱাহাটী এৰি দিবৰ মনে মহাৰাজালৈ জনাই পঠালে। ৰাজাদেৱে তিনিজনা ডাঙ্গৰীয়া প্ৰমুক্ষে বৰফুকন সকলতো সুধিলে। বাঁহগড়ীয়া বুঢ়াগোহাঁয়ে বোলে, যদি গুৱাহাটীৰ গড় এৰি দিয়া যাব, তেবে আমি গৰ্গাঞ্চকো

এৰি নামৰুকলৈকে যাব লগাহে হল। এতেকে আমি গুৱাহাটী এৰি দিব নোৱাৰো। আৰু ৰাজা ৰামসিংহৰ শপত পাৎসা ৰাখিবনেকি? ৰামসিংহক গুচাই আন নবাবক যেতিয়া বহাব তেতিয়া সেয়ে ৰাখিবনেকি? যদি পাৎসা এইৰূপে শপত কৰে তথাপি নেৰে। ৰাজাদেৱে গুৱাহাটী এৰিব নেদি বুঢ়াগোহাঁইক মুক্ত কৰি অনেককো ৰামসিংহৰ যুদ্ধলৈ পাঞ্চিলে। ১৯৬॥

**ৰামসিংহই গুৱাহাটী বিচাৰে।**-ৰামসিংহে এইকথা শুনি আগচকী মাৰি হাজোত থানা দি ৰহি বৰফুকনৰ ঠাইক পণ্ডিতৰাই কটকীক পঠাই এইখান বুলি আহিল, পূৰ্ব্বে আলিয়াৰ-খাঁ নবাবে যেমত ৰহিছিল, তেমত প্ৰীতি ৰাখি গুৱাহাটী এৰি দিয়ক। বৰফুকনে বোলে, পণ্ডিতৰাই, আমাৰ প্ৰীতি সহিত আলিয়াৰ-খাঁ নবাবেৰে যে নিৰ্ব্বন্ধগোট চলি আছিল, সি অদ্যাৱধি ভাসিয়া ৰহিছে। এখনো যদি ৰাজা ৰামসিংহে সেমত প্ৰীত্যনুবন্ধ কৰিতে চাহে যাবৎকাল পৰ্য্যন্ত যেমত ৰহে তেমত কৰিব। গুৱাহাট এৰিব নোৱাৰো। এই বুলি তাৰ লগে আমাৰ নিম, ৰামচৰণ, তুই কটকীক পত্ৰ-সন্দেশ দি পঠাই দিলে। ৰামসিংহে আমাৰ কটকীক তুলি বোলে, নিম, ৰামচৰণ, প্ৰীতি ৰাখিয়া তোমাৰ সঙ্গে পণ্ডিতৰাইক যে পঠাইছিলো কেমত হৈল? আমাৰ কটকীয়ে বোলে, পূৰ্ব্বাবধি যেমত আমাৰ সঙ্গে তেমত, তোমাৰ সঙ্গেহে বিষম দেখি। ৰামসিংহে বোলে, কেমত বিষম? আমাৰ কটকীয়ে বোলে, আগচকী যেখন মাৰিলা তেখন বিষম। ১৯৭॥

**অসমৰ বিচক্ষণ পাত্ৰ-মন্ত্ৰী।**—পাচে পণ্ডিতৰাইত ভিতৰত সুধিলে বোলে, পাত্ৰ-মন্ত্ৰীসকলৰ কাৰ কেনে আসয়? তাক কি দেখিলি? পণ্ডিতৰাএ বোলে, বৰপাত্ৰ-গোহাঁই, বৰগোহাঁই, বৰফুকন, বৰগোহাঁই-ফুকন ৰূপে-গুণে, তেজ-বয়সে, বলে-বুদ্ধিয়ে সকলোৰূপে সমৰ্থ। আৰু বুঢ়াগোহাঁই বয়সতো অল্প, গৌৰ, সুন্দৰ, ধীৰ, গহন, আসয়, সকলো কাৰ্য্যত চতুৰ, মন্ত্ৰণাত সকলো চলে। এইৰূপ শুনি

ৰামসিংহে বোলে, এমন বয়সত এমন বুদ্ধিহে। পণ্ডিতবায়ে বোলে, ৰবে চক্ৰী। ৰাজা বোলে, আৰ বয়সত কমনে তৰ্কিবহে। ভালা মন্ত্ৰী, সাৰ্থক মন্ত্ৰী জন্মিলাহে। ১৯৮ ॥

**আফুগুটিৰ টোপোলা আৰু বালিৰ চুঙ্গা।**—এই বুলি আমাৰ দুই কটকীৰ লগে পত্ৰ-সন্দেশ দি আৰু আফুগুটি বালি এইসকল দি পুনৰ্ব্বাৰ পণ্ডিতৰাইক পঠালে। ৰৰফুকনে তাক তুলি বোলে, তোৰ ৰাজা ৰামসিংহে আৰু কি কৈ আহিছে? সি বোলে, ফুকন ভাএ সমুখে চাৰি-দণ্ডমানে যুদ্ধ দিয়ক। যদি আহিলা-পাতিয়ে নোজোৰে কৈ আহক মই দিম। বুঢ়াগোহাঁইৰ আসয়ক লৈ ফুকনে বোলে, চাৰিদণ্ড বেলালৈ যুদ্ধ খুজি আহিছে। তালৈকে আহিলা যাচিছে। তোৰ ৰাজা অল্পমতিহে। পণ্ডিতৰাই, তই গৈ কৱি, যদি যুদ্ধক মন আছে চাৰি-পাঁচ বৎসৰলৈ কৈ আহিব। যদি সেইমানলৈ আহিলা-পাতিয়ে নোজোৰে আমালৈ কৈ আহিব, তেবে আমি দিম। এইবুলি তাৰ আফুগুটি পটাত বাটি পটা সমন্নিতে, আৰ বালি চুঙ্গাত ভৰি অনেক কটকেৰে বিদ্ধি দি পঠালে। ১৯৯ ॥

**ৰামসিংহৰ ভেদপত্ৰ।**—পুনৰ্ব্বাৰ তাৰ কটকীৰ মুখে শুনি বোলে, ভালা ৰাজা, ভালা দেশ, ভালা মন্ত্ৰী। আতপাচে চৰিয়ামুখে বাৰ্ত্তা পাই বুঢ়াগোহাঁঞে, লাচিত ফুকনে সকলো লগৰ মানুহে খেদি ৰাত্ৰে দুয়ো মন্ত্ৰণা কৰি পুৰালৈ গড়ত হিলৈদাৰি কাণ্ডী যি নিৱন্ধে থৰ লগা সেই নিয়মেদি পানী-যুদ্ধৰো আগশলখা গুচাই নাও-নাৱৰা তিয়াৰ কৰি থৈ এই নিবন্ধ কৰি বোলে, খেন-হিলৈ নামাৰেমানে যি একাঠি কাণ্ড, এটা গুলি মাৰিব, তাক কাটিম। এই নিৱন্ধ কৰি দখিণে হল ফুকন, উত্তৰে হল গোহাঞি। পাচে বঙ্গালে নাৱে-তৰে আহি ধৰিলেহি। সেই সময়তে এক মন্ত্ৰণা কৰি কাণ্ডৰ আগত পত্ৰ বান্ধি বুঢ়াগোহাঁইৰ ঠাইক মাৰি পঠালে, বোলে, ৰৰফুকনে প্ৰীতি কৰি যুদ্ধ এৰিলে। ৰৰফুকনৰ ঠাইতো এইৰূপে বোলে, বুঢ়াগোহাঁইয়ে প্ৰীতি কৰি যুদ্ধ এৰিলে।

গোহাঁয়ে ফুকনে এই মন্ত্ৰণা বুজি সমস্তকো নিজম হৈ সাৱধানে ৰহিব দিলে। ২০০ ॥

**শৰাইঘাটৰ ৰণ।**—পাচে বঙ্গালে অচমে মন এৰিলে বুলি নাৱে উজাই আহি গড়ৰ ভিতৰ সোমালহি। আমাৰ লোকে বোলে, দুই-চাৰিখান নাও বাহিৰ হল। তবেও গড়ত ধৰিলেহি। গোহাঞে বোলে, ধৰক, কোনেও কাণ্ড গুলি নামাৰিব। এইবুলি সাজ খাই কাপৰ লৈ শুভক্ষণত ওলাই খেন-হিলৈ মাৰি ইপাৰে-সিপাৰে নাৱে-তবে জুৰি ধৰিলে। বঙ্গাল মৰা-শৰে লুইতত জাঁজী প্ৰায়ে উঠি গল। বঙ্গাল ভাগি গৈ হাজোত ৰহি গড় ভাঙ্গিবলৈ মন্ত্ৰণা কৰি খাৰৈৰ তলে গাত খানি তল উলিয়াই খাৰ ভৰাই জুই লগাই ৪ বেঞে গড় ভাগিলে। পাণ্ডুয়েদি এইকথা গোহাঁয়ে জানি সাৱধানে আছিল। ততক্ষণে গোহাঞে ঢৰা মাৰি মাটি দি গড় বান্ধিলে। ৰামসিংহে সেইক্ৰমে খহাই নোৱাৰি বোলে, অচমৰ সমুখে যি আহিব তাৰ গালত হাড়ীৰ ঝাটে কোবাব। এইবুলি ভটিয়াই গল। ২০১ ॥

**বিদেশী বৈৰাগীৰ প্ৰভাৱ।**—আতপাচে ৰাজাদেৱে বৰাগী এটাৰ ভকত হৈ সকলকো ভকত কৰালে। পাচে মোয়ামৰাৰ, মকাজানৰ, শিলিখাতলৰ, চেচামুখৰ, এই চাৰিজন মহাজনক আনি হাতীশালত বন্দী কৰি থৈ বোলে, সিবোৰে কি মহিমা দেখাব পাৰে? তাৰা-সকালে বোলে, আমি একো মহিমা দেখাব নোৱাৰো, মহাপ্ৰভুৰ শ্ৰৱণ-কীৰ্ত্তন কৰি মহাৰাজাক আমি আশীৰ্ব্বাদ কৰি থাকো, আতবাজে কিছো নাজানো। ৰাজাদেৱে বোলে, মোৰ গুৰুৱে দেখো সকলকো জানে, এতেকে মোৰ গুৰুত শৰণ লোক। এনেতে মকাজানৰ সেৱক ডেবেৰাএ সেৱা কৰি বোলে, তোৰাসবৰ চৰণে ৰাখিবা, আৰ প্ৰতিকাৰ যিৰূপে হয় কৰা যাব। এইবুলি সকজনা ৰাজাৰে কথা হৈ ৰাতিসে ঘাইদুৱাৰে সোমাই বামুণ দুৱৰী বৰুৱাক কাটি গৈ বৰচ'ৰাত পেলন বৰবৰুৱাক কাটি ভিতৰ সোমাই জখলা ওভতাই ৰাজাদেৱক

মাৰি সকজনাক ৰাজা পাতি বৰবৰুৱা হল। ৰাজভোগ ২ বৎসৰ ৫ মাস। ২০২॥

**ডেবেৰা বৰবৰুৱাৰ অকাৰ্য্য।**—পাচে ডেবেৰায়ে স্বতন্ত্ৰ হৈ সৰুজনা ৰাজাক মাৰিলে, ১৫৯৬ শকত। ভোগ ১ বৎসৰ ৫ মাস। চতৰ ১০ দিন আছোতে বৃহস্পতিবাৰে চামগুৰীয়া কোঁৱৰ এজনাক আনি ৰাজা পাতি মৰঙ্গি বৰুৱাৰ জী আইকুঁৱৰীক শিখাব-বুজাবলৈ দি বোলে, তুমি গৃহবাহ নকৰিবা। পাচে সেই কুঁৱৰীয়েৰে ঘৰবাস কৰিবৰ জানি ১৫৯৭ শকৰ বৈশাখৰ দহদিন যাওঁতে মঙ্গলবাৰে চামগুৰীয়া ৰাজদেৱক আইকুঁৱৰীদেৱে সহিতে মাৰিলে। ভোগ ২০ দিন। সেইদিনে তিঙ্গখঙ্গীয়া কোঁৱৰ এজনাক আনি ৰাজা পাতিলে। পাচে ডেবেৰাই বৰঘাটত লাউডেকাক চেপি মাৰিলে। ২০৩॥

**শৰাইঘটীয়াৰ উজনি-যাত্ৰা।**—আৰু কলঞ্চুৰ বেতমেলাক খাতোৱাল চেটিয়াৰ লাউডেকাক পঠালে, গুৱাহাটীৰ পৰা লালুক বৰফুকনক আনিবলৈ। দুয়ো গৈ দোপৰদত এই কথা-বাৰ্ত্তা কলে। এনেতে গধূলি হলত ঘৰাঘৰি গল। পাচদিনা গধূলি বুঢ়াগোহাঁয়িৰ বঙ্গহৰ খামতউ পাচনি পালেগৈ। বুঢ়াগোহাঁইত সকলো কথা-বাৰ্ত্তা কলে, মোকো ফুকনক নিবলৈ পাচিছে। পাচে দেৱকো নিবহি হেন শুনিছোঁ, এতেকে দেৱে যদি আপোনাৰ হিতক চিন্তিব ফুকনক এৰি নিদিব। এই লাউডেকাকে পঠাই এই ঠাইৰেপৰা ঘোৰাকোঁৱৰ প্ৰমুক্ষে ফুকন হাজৰিকীয়া সকলকো নি মাৰিলে, এতেকে দেৱে যিৰূপ ভাল হব তাকে কৰিব। পাচে বৰফুকন প্ৰমুক্ষে ফুকন, ৰাজখোৱা, হাজৰিকীয়া সকলো বুঢ়াগোহাঁইৰ ঠাইক গৈ বোলে, "আমি সকলোৰূপে দেৱতে ভাৰসা কৰি পৰিছোহি। দেৱে ফুকনক এৰি নেদিব। আৰু ডেবেৰাএ স্বতন্ত্ৰে ৰাজা পাতি ৰাজা মাৰে। এতিয়াও ফুকনক নিয়াই মাৰিব। সিনো কোন মানুহ? ই কৰ্ম্ম মহাৰাজাৰহে। বন্দী ডেবেৰাই এনে কৰিব পায়নেকি? এতেকে

দেৱকে আগত লৈ সকলো উজাই গৈ তাক ধৰো।" এইবুলি ফুল বৰুৱাৰ পুতেক পানীফুকন, দুৱৰাৰ কিৰকিৰীয়া ফুকন, এই দুইক চাৰিটা ৰাজখোৱা সহিতে গুৱাহাটীত থৈ বুঢ়াগোহাঁই প্ৰমুখ্যে সকলো উজাই আহিল। ২০৪॥

ডেবেৰা বধ।—এইকথা শুনি ডেবেৰাই সকলকো নিয়ম কৰিলে, খৰিকটা দুৱাৰৰ পৰা দিখৌ কাষৰলৈ, দিখৌৰ উত্তৰপাৰে হাঁহচৰা খাটেদি পোনাই দাৰিকাত লগাই গোজ পুতি দুই-চাৰি চপৰা মাটি দি অস্ত্ৰ-শস্ত্ৰ দি মানুহকো নিয়ম কৰি থৈ ডেবেৰায়ো আমাৰ মানুহকো অস্ত্ৰ-শস্ত্ৰ দি ধৰি অনা বঙ্গালবোৰকো ঘোৰা দি লগত লৈ সাৱধানে ৰহিল মেচাঘৰৰ দুৱাৰত, বৰাখোৱা দুৱাৰত চেঙ্গমুন বৰগোহাঁইক, বাঁহগড়া দুৱাৰত আছুক বৰপাত্ৰ-গোহাঁইক। বুঢ়াগোহাঁই প্ৰমুখ্যে সকলো উজাই আহি নামডাঙ্গত ৰহিলহি। সেই ৰাতিয়ে ডেবেৰাৰ লগ এৰি সকলো পলাল। ডেবেৰাও পলাল। অস্ত্ৰে-শস্ত্ৰে বুঢ়াগোহাঁই প্ৰমুখ্যে সকলো উজাই আহি শাকবাৰিত ৰহিলহি। পাচে বিচাৰ কৰি দিলিহত ডেবেৰাক পাই গাহৰি সজাত ভৰাই বৰঘৰিণীয়েকক ওপৰত তুলি আনিলে। আৰু ফুকনৰ মেললৈকো নি সৰুঘৰিণীয়েকক কানত তুলি থৈছিলে। তাৰ লগৰ দুই হাজৰিকীয়া আনো ভাল মানুহ মাৰিলে। ভাই-পোক বিচাৰি আনি মাৰিলে। পাচে বুঢ়া-গোহাঁই প্ৰমুখ্যে সকলেও আলচি ১৫৫৭ শকত জেঠৰ ১০ দিন যাওঁতে দেওবাৰে তিঙ্গখঙ্গীয়া ৰাজাদেৱক ভাঙ্গিলে, ভোগ্য এক মাস। ২০৫॥

অৰ্জ্জুন দিহিঙ্গীয়া ৰজা।—পাচে দিহিঙ্গীয়া কোঁৱৰ এজনাক আনি ৰাজা পাতিলে বৰনাওশালত, তাতে ৬ মাহ আছিল। আষাঢ়ত কেন্দুগুৰীয়া চেঙ্গগোহাঁইক বৰপাত্ৰ পাতিলে। পাচে দ'লগুৰি নগৰত শিঙ্গৰীঘৰ সাজিলে। ৰাজাদেৱৰ লগত বুঢ়াগোহাঁইক থৈ গুৱাহটীয়া ফুকন ৰাজখোৱা সকলো ভটিয়াই গল। আঘোণত ৰাজাদেৱে শিঙ্গৰীঘৰ উঠি সিংহাসনত বহিল। সেইদিনে গুঞ্জিমেলা গোহাঞিৰ পুতেক লালুকক বৰগোহাঞি পাতিলে, কিৰকিৰীয়াক ৰবৰুৱা

পাতিলে, সকলকো যথাযোগ্য বঁটা-প্ৰসাদ দি সাতদিন ৰঙ্গ-আনন্দ কৰিলে। তিনিজনা ডাঙৰীয়াকো নিতান্তে পৰ দিয়াইছিলে। ১৫৯৭ শকৰ ফাগুনত আউবৰ ফলে। ২০৬॥

ৰজা আৰু বুঢ়াগোহাঁইৰ বিৰোধ।—১৫৯৮ শকৰ আহাৰত বাঁহগড়ীয়া গোহাঁয়ে, শুকুলাহুত্ত বুঢ়াগোহাঁইৰ পুতেক লাইফুকন, মোমাই-তামূলীৰ পুতেক ভাতধৰা, লাপেত ফুকন, টেপৰতলীয়া হেৰাপোৱাৰ পুতেক ৰাম ফুকন, কিৰ্কিৰীয়া বৰবৰুৱা প্ৰমুখ্যে আনো ফুকন ৰাজখোৱা সকলেও সমালোচন হৈ একপ্ৰহৰ ৰাত্ৰি যাওঁতে বুঢ়াগোহাঁইয়ে দোলাতে উঠি গড় ভিতৰ সোমালগৈ। বৰপাত্ৰ-গোহাঁইক পৰিয়াবহাতে দেখি ভাতধৰাকে ৰামফুকনে পঠাই বোলে, জোৱাইক মাতি আন। বৰপাত্ৰ-গোহাঁয়ে বোলে, গা বেয়া কৰিছে, যাব নোৱাৰো। এইবুলি নগল। বৰগোহাঁইক বৰদুৱাৰত থলে, লাইথপনা সলাল গোহাঁই, লাউ বৰচেটিয়া বৰুৱা ফুকন সমস্তো গৈ বৰচ'ৰাতে আছিল। বুঢ়াগোহাঞো দোলাতে আছিল। এনেতে ভাৰধৰাই আইকুঁৱৰীদেৱৰ দুৱাৰে সোমাই গৈ উজনিৰ বৰজখলা গুচালে। ৰাজাদেৱে হাতত দা বাক লৈ বৰচ'ৰাৰ খলালৈ ওলাই আহি দুই-চাৰি মানুহ কাটিব ধৰিলে। সাচঙৰ বঙহ লিগিৰা বৰাক বা-বিচনীত এঘা মাৰিলে। সি পলাই সাৰিল, নমৰিল। ৰাজাদেৱক দেখি বুঢ়াগোহাঁয়ে দোলাৰ পৰা নামি খলাতে আছিল। চ'ৰাৰ টুপত দোলা দেখি ৰাজাদেৱে মানুহ আছে বুলি এঘা মাৰিলে, দোলা-চৈ কাটিলে। বেতমেলাই চেঙপেটু জৰাধৰাক কাটি সোণাৰ তাউকিন লৈ পলাই গল। ২০৭॥

বুঢ়াগোহাঁইৰ নগৰ ত্যাগ।—বুঢ়াগোহাঁয়ে ৰাম ফুকনে পানী-জানে পলাই গৈ লেচাঙৰ গোটানাও এখানি লৈ দিলিহে ভটিয়াই গল। ৰাতিপুৱা হলত বৰগোহাঁইক বৰপাত্ৰ-গোহাঁইক আগলৈকে নি কথা-বাৰ্ত্তা হল, পলৰীয়াসকলকো চপাই আনিব দিলে। কিৰ্কিৰীয়া বৰুৱা প্ৰমুখ্যে আনো ফুকন হাজৰিকীয়া সমস্তকো চপাই আনি

পূৰ্ব্ববতে ৰাখিলে। পাচে ৰাজাদেৱে লক্ষ্মীনাৰাণ গোখাঞ্জি তাম তুলসী গীতা এইসকল বৰচ'ৰাতে থৈ সকলকো অনাই শপত কৰালে। আহোম নিয়মেও কৰালে, বৰঢাকতো ধৰাই কৰালে। বৰপাত্ৰ-গোহাঁয়ে বোলে, পূৰ্ব্বেও দোষ আচৰা নাই, পাচলৈকো নাচৰো, শপতো নকৰোঁ। ৰাজাদেৱে বোলে, যাৰ মন শুদ্ধ হুব, তাৰ কি শপত? এইবুলি যোগ্যানুসাৰে সকলকো বঁটা-প্ৰসাদ দি ভটিয়াই গৈ তেলীয়াদোঙ্গাৰ পুখুৰীপাৰতে ৰৈ তাৰেপৰা বৰগোহাঁই, বৰপাত্ৰ-গোহাঁই, সলাল বৰগোহাঁই, বৰচেটিয়া, বৰবৰুৱা বৰগোহাঁইৰ বঙ্গহৰ লালুকি ফুকন, বাঘচোৱাল বৰপাত্ৰ-গোহাঁইৰ ককায়েক লাইতউ ভিতৰুৱাল ফুকন, আনো ৰাজখোৱা হাজৰিকীয়া সকলকো আগকৈ গড়পুৰলৈ পঠালে। ২০৮ ॥

**উজনিত পুনৰ শৰাইঘটীয়া।**—সিসকলো গৈ ততে ৰহিল। সেইবেলা গুৱাহাটীৰ পৰা বুঢ়াগোহাঁইৰ লগত উজাই অহা ফ্ৰিমাৰ লালুক বৰফুকন, সলাল বৰগোহাঁইৰ পুতেক চেখাম, দিহিঙ্গীয়া লাপেত ফুকনৰ ভতিজাক থাম্লুৱা ডেকাফুকন, মিৰি-সন্দিকৈৰ বৰগোহাঁই-ফুকন, ৰাজাশহুৰৰ পুতেক মৌপিয়া, অভয়পুৰীয়া ৰাজ-খোৱা, বঙ্গাচিলাৰ পুতেক মেচা ৰাজখোৱা, লালুক ফুকনৰ বঙ্গহ হাড়কিনা ৰাজখোৱা, দৈয়ঙ্গীয়া, নামদৈয়ঙ্গীয়া ৰাজখোৱা, বৰ-অভয়-পুৰীয়া ৰাজখোৱা জবঙ্গ গোহাঁই, মাজু-অভয়পুৰীয়া ৰাজখোৱা ফগুনা, সৰুঅভয়পুৰীয়া ৰাজখোৱা, লানমুখুক বন্দৰ, লাপেত ফুকনৰ পুতেক আলুন পানীদিহিঙ্গীয়া ৰাজখোৱা, বুঢ়াগোহাঁই প্ৰমুখ্যে সকলো উজাই আহি লখৌত ৰহিলহি। তাৰপৰা আহি দেৱৰগাৱঁত ৰহিলহি। ২০৯ ॥

**বুঢ়াগোহাঁইক আনিবলৈ চেষ্টা।**—পাচে ৰাজাদেৱে ন-বৰাৰ পুতেক দোলাকাষৰীয়া বকৰাক গড়পুৰলৈ পঠাই বৰগোহাঁই, বৰপাত্ৰ-গোহাঁই, সলাল বৰগোহাঁই, বৰচেটিয়া গোহাঁই, এই চাৰিজনাত কৰ দিলে, বোলে, মোৰ অৰ্থে শপত কৰি ভাৰম্ভাৰগছি গা কৰি বুঢ়া-

গোহাঁইক আনোক গৈ। যদি গোহাঁইৰ কুকুৰাপাখিটো লবে, মোক বিশ্ববধ দোষে পায়। এইৰূপে মহাৰাজাৰ আজ্ঞা সিয়ো কৈছে। এনেতে বেঙ্গেনাআটিয়া ৰামকৃষ্ণ বাপু পাই গৈ বোলে, মহাৰাজাৰ আজ্ঞা তোমোৰা সবে মোৰ আগতে নাও মেলি যাব দিছে। আৰু তিনিখানি তিনিখানি নাওহে লগত নিব দিছে, বঢ়াকৈ নিব নেদিছে। এইকথা শুনি গোহাঁইবোৰে তেখনেই নাও মেলি ভটিয়াই গল। ৩ দণ্ড বেলি আছোতে দেৱৰগাওঁ পালেগৈ। ২১০ ॥

**অজ্জুৰ্ন ৰজাৰে সৈতে শৰাইঘটীয়াৰ ৰণ।**—পাচে দেৱঘৰৰ হাতীশালত বহি চাৰিজনা ডাঙ্গৰীয়া সহিতে বুঢ়াগোহাঁয়ে কথা-বাৰ্ত্তা হল। পাচে চাৰিজনা ডাঙ্গৰীয়া, মহাৰাজাৰ আজ্ঞা কলে বুঢ়াগোহাঁইত, বোলে মোৰ অৰ্থে তহঁতে ভাৰম্ভাৰগছি গা কৰিবি। যদি বুঢ়াগোহাঁইৰ ঘৰৰ কুকুৰাপাখিটো হানি হয়, আৰু গোহাঁইকো কোনোখান কৰোঁ, তেবে লৰা-তিৰতা, বেটি-বন্দী, তাৰ দোষ মোতে লাগে, ধৰ্ম্মতো ঘাটিম। বুঢ়াগোহাঁই বোলে, হয়, মহাৰাজাও বুলিছে, আপবোৰেও বুলিছে, মই যে ৰাজাদেৱৰ ডাঙ্গৰ অপৰাধী হৈছো, এনে অপৰাধক কিৰূপে ক্ষমা কৰিব। ভাল, আপবোৰে আজিলৈ বহাতে জিৰাই থাকোক, কালিগৈ যি হয় কথা-বাৰ্ত্তা হুম। এইবুলি সকলো ঘৰাঘৰি গল। সেই ৰাতিয়ে ফুকন, ৰাজখোৱা সমস্তেৰে যুক্তি হৈ মহাৰাজা বোলা আখাৰ এৰিলে। ৰঙ্গাচিলাৰ পুতেক মেচাক বুলিবলৈ নিৱন্ধ কৰি ঘৰাঘৰি গল। আনাদিনা চাৰিজনা ডাঙ্গৰীয়া বুঢ়াগোহাঁঞি প্ৰমুখ্যে সকলো এঠাই হৈ হাতীশালতে বহিল। কেঞে একো নৌবোলোতে মেচাই বোলে, বৰগোহাঁই, সলাল বৰগোহাঁই, দুজনা কলীয়াবৰলৈ যাওক। বৰপাত্ৰ-গোহাঁই আমাৰ লগতে যাওক। বৰপাত্ৰ-গোহাঁয়ে বোলে, আতে যদি কোনোখান কৰাহাক তথাপি যাব নোৱাৰো। বুঢ়াগোহাঁয়ে খঙ্গ কৰি বোলে, ইহঁত আমাৰ লগত থাকিব নালাগে, কলীয়াবৰত থাকোক গৈ। এইবুলি তিনিজনা ডাঙ্গৰীয়াক কলীয়াবৰলৈ পঠাই লাউ বৰচেটিয়াক দেৱৰ-

গাৰঁতে ৰখীয়া দি থৈ বুঢ়াগোহাঁই প্ৰমুখ্যে সকলো উজাই আহিল। ৰাজাদেৱো চিনাতলিত গড় আওতাই সাৱধানে বকৰা সমন্বিতে বহিল। তাতে দুয়োদলৰ যুদ্ধ লাগিল। ৰাজাদেৱ ভঙ্গ হৈ গড়-গাৰঁলৈ আহিল। ২১১ ॥

**অৰ্জ্জুন দিহিঙ্গীয়া ৰজা বধ।**—নামনিয়ালসকলে পাচে-পাচে খেদি আহি গৰ্গাঞ পালেহি। পাচে ভাতধৰাক ৰাখিব দি ঘৰাঘৰি গল। ভাতধৰায়ে ৰাজাদেৱক হিলৈয়েৰে খুন্দি মাৰিলে। আনাদিনা ফুকনবোৰ গৈ বুঢ়াগোহাঁইৰ চ'ৰাত বহিলত এইকথা গোহাঁয়ে শুনি বোলে, ভাতধৰাক চ'ৰাৰ পৰা নামি খলাত বহিব দেগৈ। এইবুলি ফুকনবোৰক চাঙ্গলৈ তুলি নিয়াই কথা-বাৰ্ত্তা হল। ভাতধৰাক নেনিলে। এই এক কাৰণ। আৰু ৰাজাদেৱৰ পুত্ৰ মাজুও গোহাঁইৰ চক্ষু কাঢ়ি নামৰুকলৈ দিলে। দীঘলা গোহাঁই পলাল, ধলা গোহাঁইক সৰুজনা গোহাঁইক মাৰিলে। ১৫৯৮ শকৰ শাওণৰ ১২ দিন যাওঁতে এইকথা। ভোগ্য এক বৎসৰ ২ মাহ ২ দিন। ২১২ ॥

**চুডৈফা পৰ্ব্বতীয়া ৰজা।**—শাওণৰ ১৫ দিন যাওঁতে পৰ্ব্বতীয়া ৰাজাদেৱক ৰাজা পাতিলে। বাঁহবৰীয়া ৰামকৃষ্ণ কটকীক পঠাই কলীয়াবৰৰ পৰা তিনিজনা ডাঙ্গৰীয়াক অনালে। পাচে গুঁয়িমেলাৰ পুতেক লালুক বৰগোহাঁই ভাঙ্গি মেচাঘৰীয়া জবঙ্গ ৰাজখোৱাক বৰগোহাঁই পাতিলে। লাউ বৰচেটিয়াক ভাঙ্গি জপৰজলক বৰচেটিয়া পাতিলে। আৰু কিৰ্কিবীয়া বকৰা যুদ্ধৰ পৰা পলাই ঘৰলৈ গল। পাচে মেচাক বৰবৰুৱা পাতিলে। বোকানগৰত ৰাহৰ সাজি ৰাজাদেৱ তাতে আছিল। ১৫৯৯ শকৰ ভাদৰ ৩০ দিন যাওঁতে শুক্ৰবাৰে চুণপোৰাত শিঙ্গৰীঘৰ উঠি সিংহাসনত বহি ৭ দিন ৰঙ্গ-আনন্দ কৰি যোগ্য-অনুৰূপে বঁটা-প্ৰসাদ দিলে। নাম ললে চুজিন্‌ফা [ চুডৈফা ]। পাচে ৰাজাদেৱত বুঢ়াগোহাঁইত শলগুৰীয়া সুদৰ্শন ঠাকুৰ আতাক গোচৰ দিলে বোলে, দিহিঙ্গীয়া ৰাজাৰ পুত্ৰ দীঘলা গোহাঁইক

পোহপাল দি থৈছে। টেপৰতলীয়া ফুকনক পঠাই ধৰি নি পাই মাৰিলে। ২১৩॥

চক্ৰপাণি বৰবৰুৱা।—সেই সময়ত মেচা বৰুৱাএ জাকৰুৱা বাৰীকুঁৱৰী দুজনাক ঘৰলৈ নিলে। কাতিৰ দহদিন যাওঁতে সোমবাৰে ফুকনবোৰে আলচি ৰাজাদেৱৰ ইঙ্গিতে সাজ খায়োতে মেচাক ধৰি বুঢ়াগোহাঁইৰ ঘৰলৈ নিলে। বুঢ়াগোহাঁয়ে বোলে, কি বদ-বদল কৰহাক! ফুকনবোৰে বোলে, ই ৰজাৰ কুঞ্ৰীকো নিএ, আমাকো নগণে, এতেকে আৰু বৰুৱা লব নোৱাৰোঁ। যদি আক বৰুৱা ৰাখে তেবে আমাক ঘৰলৈ খেদি পঠোৱা। গোহাঁয়ে বোলে, তইঁতে যে ভাল নেদেখ মহাৰাজালৈ মঞি জনাওঁ। এইবুলি ৰাজালৈ জনাই মেচাক ভাঙ্গি বৰহাজৰিকীয়া ফৈদৰ চক্ৰপাণিক বৰবৰুৱা পাতিলে। মেচা পলাই গুৱাহাটীলৈ গল। আঘণত ৰজাদেৱে মূৰকটায়েদি গৈ লোহিতৰ পাৰ হৈ কাহিনগৰত আঘোণ, পুহ, মাঘ, এই তিনিমাস মাছ-পহু মাৰি, ৰঙ্গ আনন্দ কৰি গৰ্গায়লৈ আহিল। ২১৪॥

স্বৰ্গদেৱক হত্যাৰ চেষ্টা।—১৬০০ শকৰ বৈশাঘত ৰাজাদেৱক চোৰে ঘালিলে, তথাপি মৃত্যু নহল। বামহাতৰ বুঢ়া আঙ্গুলি ছেদ হল। আৰু মুণ্ডত এঘা, হাততো এঘা, পিঠিতো এঘা, সোঁহাতৰ তলুৱাতো এঘা, এই পাঁচ ঠাইত ঘালিলে। পশুৰ্য়া দা-খান মৰঙ্গ ঘৰতে এৰি চোৰ পলাই গল। সেই সময়ত ৰাইডঙ্গীয়া ভণ্ডাৰৰ পোনেও, পৰ্ব্বতীয়া ভণ্ডাৰৰ পোনেও দুফালে, দুখান দুৱাৰ আছিল। চোৰে ঘালিবৰ পৰাহে গুচালে। আৰু চোৰে ঘালোতে মৰঙ্গিকে ৰামধন তামূলী ৰাজখোৱাকে ৰাজাদেৱে খঙ্গি হাতীশালত বন্দী কৰি থৈছিলে। পাচে মেলিলত দুয়ো শৰাইঘাটলৈ পলাই গল। এই এক কাৰণ। ২১৫ ॥

চিন্তামণি গড় নিৰ্ম্মাণ।—আৰু বুঢ়াগোহাঁয়ে ৰাজাদেৱক বোলে, পূৰ্ব্বে বঙ্গাল উঠিলত কোনো ঠাইক আগ্ৰহ কৰি শত্ৰুক সমুখ হবৰ ঠাই নাপালোঁ। এতেকে তুলসীজানৰ পৰ্ব্বতৰ পৰা দিহিঙ্গত লগাই

গড় এটা বান্ধিবলৈ মন কৰোঁ। সিয়ো দেৱৰো চেষ্টাতহে হুই। ৰাজাদেৱে বোলে ভাল, গোহাঁই বন্ধা। পাচে সেই গড় বান্ধি মন্ত্ৰতি [ চিন্তামণি গড় ] নাম থলে। এই এক কাৰণ। ২১৬॥

**বিনাযুদ্ধে মোগলক গুৱাহাটী সমৰ্পণ।**—পাচে লালুক বৰফুকনে ভায়েক মৰঙ্গী ভাতধৰা ছুয়েৰে আলচ কৰি বঙ্গালৰ মঞ্চুৰ-খাঁৰ ঠাইলৈ লিকচৌ গৰীয়া বকছ, বেঁতফটীয়া আহিনা মুদৈৰ পুতেক, এই ছুইক মঞ্চুৰ-খাঁৰ ঠাইলৈ হাতীদাঁত, আগৰকাষ্ঠ, পাট কাপোৰ, সোণা দি পঠালে। ছুয়ো গৈ নবাবত কলে, বোলে, বৰফুকনে আমাক পঠাই এইবুলি আহিছে, "উত্তৰে-দখিণে ছুশমান ঘোৰা, পানীৰে ছুকুবিমান নাও আহি শৰাইত দেখা দিয়োকহি। এতেকে আমি গড় এৰি উজাই যাম। কিন্তু মোক আচম ৰাজ্যৰ অধিকাৰী কৰিব।" এইকথা শুনি নবাবে এই ছুইৰ লগত তাৰ মানুহ এটা দি ঢকাত পাৎসাৰ বেটা আজমতৰাত গৈ কব দিলে। এইকথা শুনি আজমতৰায়ে বোলে, "ভাল, মঞ্জি কবুল কৰিলোঁ, অৱশ্যে মামুক অচম ৰাজ্যৰ অধিকাৰী কৰিম।" এইবুলি বামহাতৰ পঞ্জা দি চিৰপাও দি পঠালে। গড় এৰি দিবৰ নিমিত্তে চাৰিলাখ ৰূপকো দিম বুলিলে, সেই ছুই আহি আজমতৰা বোলা কথা ফুকনৰ তিনিও ভায়েকৰ আগত কলেহি। ফুকনে মানুহ পঠাই বঙ্গালক উজাই আহিব দিলে, মহাৰাজাৰ ঠাইলৈকো দিখৌমুখীয়া কটকীত কৈ বঙ্গাল আহিবৰ কথা জনাই পঠালে। সেই সময়ত চিন্তামণি গড় বান্ধিছে, সাঙ্গ নৌহই, এনেতে ৰাজাদেৱে গড় বন্ধা এৰিব দি তিনিজনা ডাঙ্গৰীয়া প্ৰমুক্তে সকলকো পাচিলে গুৱাহাটীলৈ। ১৬০০ শকৰ ফাগুন মাসত বঙ্গালে ভয় কৰি কোঠৰ ভিতৰ নোসোমাই দেখি ফুকনৰ ভায়েক মৰঙ্গিয়ে গাত মোলান কাপৰ লৈ চ'ৰা এখানত উঠি ভটিয়াই গৈ বঙ্গালৰ আগত সত্য শপত কৰি ডাঙৰৰূপে ভাৰসা দি গড়ৰ ভিতৰলৈ আনিলে। পাচে ফুকনবোৰে ৰাজখোৱা হাজৰিকীয়া সমস্তো উজাই আহি লাউভলিত ৰলহি। ২১৭॥

**বান্থলিৰ আক্ষেপ।**—ভগনৰ সময়ত যোৱা বান্থলি ফুকন উজাই আহি লালুক ফুকনত কলেহি, বোলে, "তইঁতে কি কাম কৰিলি! এই শৰাইঘাটৰ গড় দেৱৰো দুৰ্গম, আক কি বুলি এৰিলি? আপোনাৰ মৰ্য্যাদা আপুনি হৰুৱালি! চাৰিলাখ ৰূপ দিব খুজিলে, তাকো নললি, কিছু নহল।" এই বুলি একৰাতি থাকি ভটিয়াই গল। ২১৮॥

**আতন বুঢ়াগোহাঁই বন্দী।**—পাচে লালুক ফুকনে লাউতলিৰে পৰা পানীফুকন, মিৰি-সন্দিকৈৰ কাড়ী ডেকা কলঞ্চুৰ দিখৌমুখীয়া ৰাজখোৱা, মেচাঘৰীয়া বৰগোহাঁইৰ বংশৰ লেচাইকলীয়া, এই চাৰিক বঙ্গাললৈ ধৰি দি পঠালে। আৰু গৰ্গায়ৰ পৰা তিনিজনা ডাঙ্গৰীয়া প্ৰমুক্ষে সমস্তে ভটিয়াই গৈ তিনিজনা ডাঙ্গৰীয়া বিশ্বনাথতে ৰল। ফুকন ৰাজখোৱা গৈ দুইমুনিশিলাতে ৰল। সেইদিনা শৰাইঘটীয়া-বোৰো উজাই আহি তাতে ৰহিলহি। লালুক ফুকনে গৰ্গয়া ফুকন হাজৰিকীয়াক ধৰিলে। টেপৰতলীয়া ৰাম ফুকন, কলঞ্চুৰ বেতমেলা, এই দুইকো ৰাখি কুঁৱৈগয়া মৌ গোহাঁই-ফুকন, টেপৰতলীয়া সোণাৰি মুৰা, এই দুইক বঙ্গাললৈ ধৰি দি পঠালে। বিষমহেন দেখি বুঢ়া-গোহাঁয়ে বিশ্বনাথৰ পৰা লুইতৰ পাৰহৈ তাৰে উত্তৰে গৈ লেজুবাজত ৰামৰায়ৰ ঘৰত থাকিলগৈ। তাৰেপৰা ধৰি আনিলে। বৰপাত্ৰ-গোহাঁয়ে উজাই আহি কেন্দুগুৰিত থাকিলহি। বৰগোহাঁই আপোনাৰ মানুহেৰে ভটিয়াই কলীয়াবৰ গেল। সলাল বৰগোহাঁয়ো গল। পাচে বুঢ়াগোহাঞিক দুইমুনিশিলাতে বথিয়া দি ৰাখি থলে। বৰপাত্ৰ-গোহাঁইক দিজোত গড় বান্ধিব দিলে, বৰগোহাঁইক লোহিতৰ দক্ষিণে গড় চিকণাব দিলে। ১৬০১ শকৰ বহাগত দুজনা গোহাঞিক কলীয়াবৰলৈ অনাই বৰপাত্ৰ-গোহাঁইক দিখৌমুখীয়া মানুহ গুচালে। জেঠত কলঞ্চুৰ বেতমেলাক গাহৰি সঁজাত ভৰাই ৰাখিছিল। একদিনা বেতমেলা ফুকনকে, টেপৰতলীয়া ফুকনকে দোপদৰলৈ নি মেচাক ফেটাই বেতমেলাৰ মুণ্ডত পিক পেলোৱালে। পাচে দুইকো

চামধৰীয়া গাৰ্ব্বৰ কাষৰত কাটিলে। বেতমেলাৰ পুতেক চিকোণক বাইলুঙৰ হাটত হাত কাটিলে, সেই ৰাতিয়ে মৰিল। ২১৯ ॥

**লালুক বৰফুকনৰ প্ৰতিপত্তি।**—পাচে লালুক ফুকনে ভায়েক মৰঙ্গিক বৰবৰুৱা পাতিলে, পুতেক জগৰাক পানীফুকন পাতিলে। দিহিঙ্গীয়া লাপেতি ফুকনৰ পুতেক আলুনক ফুকন পাতিলে। লাম্মুখুৰ বন্দৰক ফুকন পাতিলে। সেই সময়ত বঙ্গাললৈ যিসকলক ধৰি দি পঠাইছিলে তাক নামাৰি বঙ্গালে ওলোটাই দি পঠালে। মৌ গোহাঞিক, সোণাৰিমুৱা গোহাঞিক, বামুণীপুতেকক, তিনিক ৰাখি আকবোৰক ঘৰলৈ পঠালে। মৰঙ্গি বৰবৰুৱাক, আলুন ফুকনক, মৌপিয়া, তিনিক মহাৰাজাৰ লগলৈ পঠালে। এইৰূপে পাঁচমাহ গল। ২২০ ॥

**লৰাৰজা ৰত্নধ্বজসিংহ।**—পাচে বৰগোহাঁইক বৰপাত্ৰগোহাঁইক কলীয়াবৰত থৈ ভায়েক ভাতধৰাক বৰফুকন পাতিলে। বুঢ়াগোহাঁইৰ ভতিজাক হাতীবৰুৱা চেঙ্গখাম গোহাঁই, আলো গোহাঁইৰ পুতেক দৈয়ঙ্গীয়া ৰাজখোৱা, সিসকলক ভাতধৰাৰ হাতত দি, কিৰ্কিৰীয়াক বন্দী কৰি লৈ লালুক ফুকন উজাই আহিল। সলাল বৰগোহাঁইক লগত আনিলে। ভাতধৰাই সিকলক বন্দী কৰা ঘৰ পহুজালেৰে মেৰাই ৰখীয়া দি থলে। লালুক ফুকন আহি শাকৰাৰী নাওশালত থৈ মেচা বৰবৰুৱাৰ কিৰ্কিৰীয়া ফুকনৰ দুইৰো চকু কাঢ়িলে। চামুগুৰীয়া কোঁৱৰ এটি আনি ১৬০১ শকৰ আঘোণৰ ৫ দিন যাওঁতে বৃহস্পতিবাৰে ৰাজা পাতিলে। আনাদিনা সেইজনা ৰাজাৰ হাতে পৰ্ব্বতীয়া ৰাজাদেৱক মৰালে। পৰ্ব্বতত ভোগ ৩ বৎসৰ ৩ মাহ ৫ দিন। ২২১ ॥

**আতন বুঢ়াগোহাঁই হত্যা।**—চামগুৰীয়া ৰাজাদেৱে প্ৰথমে লেচাঙ্গত বাহৰ লৰিলে। আতপাচে সোলাফুকনে ৰাজাৰ আজ্ঞা কৈ মেটেকাতলীয়া খোনা গোহাঁই চাউডাঙ্গৰ বৰুৱাক, বৰপাত্ৰৰ বংশৰ বানচেঙ্গীয়া খামচঙ্গ গোহাঁই চাউৰক শইকীয়া, এই দুইক

পঠাই কলীয়াবৰতে বুঢ়াগোহাঁইকে ককায়েক নাওবৈচা ফুকনকে ভতিজাককো মৰালে। পুতেক লনখাম ডেকাক উজাই আনি বাঁহগড়াৰ ঘৰতে মাৰিলে। দিলিহিয়া লাঙ্গি গোহাঁইক বুঢ়াগোহাঁই পাতিলে। আৰু মেটেকাৰ আলিকেকুৰিত ৰাজাদেৱক বাহৰ সজাই দি সোলাফুকন আপোনাৰ পূৰ্ব্বনিবাহ ঘৰতে থাকিল। পাচে দিহিঙ্গীয়া কাণ্ডী ডেকা, সোলাৰে বংশৰ আঁকা, এই দুইক ফুকন পাতি কলীয়াবৰলৈ পঠালে। ৰাজাদেৱে বৰগোহাঁইক বৰপাত্ৰ-গোহাঁইক উজাই আনিব দিলে। দুয়োজনা ডাঙ্গৰীয়া আহি ১৬০২ শকৰ বহাগত মেটেকাতে ৰাজাদেৱক লিখন কৰি সেৱা কৰিলেহি। ২২২ ॥

**লালুক বুঢ়াফুকন বধ।**—আতঁপাচে সোলাফুকনৰ ঠাইলৈ পাৎসাৰ বেটা আজমতৰাৰ হাতৰ পঞ্জা দি কাকত দি পঠালে, বোলে, "তোমাৰ ৰাজাক ধৰি দি পঠোৱা, তিনিজনা ডাঙ্গৰীয়াকো আৰু তোমাৰ যি দোচমন আছে, তাকো ধৰি দি পঠাবা। তোমাৰ ভাল-মন্দ যি হয় তাৰো লেখা দি পঠোৱা। এতেকে তোমাৰ সমস্তে কুশল হৈব। বিশেষত, তোমাকে অচমৰ ৰাজ্যৰ ৰাজা কৰিম। তোমাৰ কাক ভয় আছে?" এইবুলি কটকী পঠালে। সেই কটকীক ফুকনে তোলোতে ৰাজাৰ ভাণ্ডাৰৰ পৰা ৰাজাৰ ওপৰত তৰা চন্দৰ-তাপ তৰি ৰাজা পিন্ধা বস্ত্ৰ-অলঙ্কাৰ পিন্ধি, সেই চন্দৰতাপৰ তলত বহি মেটেকাৰ ঘৰত বঙ্গলৰ কটকী তুলিলে। আতপাচে তাৰে লগতে থকা বৰা-বককে আলচি ১৬০২ শকৰ আঘোণৰ ১০ দিন যাওঁতে মঙ্গলবাৰে ৰাতি নগঞা ভোটাইৰ হাতে খুঁচি মৰালে। সোলা বৰফুকনক আৰু ভাই-বঙ্গহো ভালেটি মাৰিলে। ২২৩ ॥

**মোগলৰ শৰণাগত ভাতধৰা।**—পাচে কলীয়াবৰৰ পৰা ভাতধৰা গুৱাহাটীত মঞ্জুৰ-খাঁৰ ঠাইলৈ গৈ বোলে, মোৰ ভাই-বন্ধুসকলকে আহমে মাৰিলে। এখন মঞি তোমাৰ কদমতলত শৰণাগত হৈছোহি, মোক ৰক্ষা কৰা। মোৰ লগত লোক-লস্কৰ কিছু দিয়া। মই

আহমক মাৰি নিসঞ্চ কৰি দিওঁ। মঞ্জুৰ-খাঁয়ে বোলে, পাৎসাজাদাৰ হুকুম নহলে লোকজন দিব নোৱাৰোঁ। ভালা, ফুকনজী, মঞি তোৰ লগে ভাল আখি দিয়োঁ। পাৎসাজাদাৰ ঠাই আপুনি যাই আৰ্দ্দাহ কৰ। এইবুলি ভাতধৰাৰ লগত আখি দি ঢকালৈ পঠালে। পাৎসাজাদাৰ ঠাই গৈ গলত কাপৰ বান্ধি অনেকৰূপে পাৰ্থনা কৰিলে। পাৎসাজাদাৰে বোলে, ভালা, তই এখন থাক, পাচে মই যি হয় বুলিম। ভাতধৰাও তাতে থাকিল। ২২৪ ॥

**স্বৰ্গদেৱ গদাধৰসিংহ।**—পাচে কলীয়াবৰীয়া ফুকনবোৰে আলচ কৰি বঙ্গালক গুৱাহাটীত ধৰোগৈ বুলি বুঢ়াগোহাঁইক, বৰুৱা, ফুকন, হাজৰিকীয়া, সকলকো কলীয়াবৰলৈ নিলে। বৰপাত্ৰ-গোহাঁই মৌপিয়া ফুকন এই দুই মাত্ৰ ৰাজাদেৱৰ লগত আছিল। পাচে কলীয়াবৰত সকলো যুক্তি হৈ ১৬০৩ শকৰ শাওণৰ ২০ দিন যাওোতে বৃহস্পতিবাৰে আঠাৰে দণ্ড বেলি হলত শ্ৰীশ্ৰীগদাধৰসিংহ মহাৰাজাক কলীয়াবৰত ৰাজা পাতিলে। ২৭ দিন যাওঁতে বৃহস্পতিবাৰে ৪ দণ্ড ৰাতি আছোতে উজাই আহি ক্ৰমে গৰ্গাও পালেহি। গড়ভিতৰৰ পদুম-পুখুৰীৰ পাৰত থাকি চামৰগুৰীয়া ৰাজাদেৱক পৰ্ব্বতত মাৰিলেনি। ভোগ্য এক বৎসৰ ৮ মাহ ১৫ দিন। ফাগুনৰ ২১ দিন যাওঁতে শনিবাৰে মহাৰাজাৰ পৰ্ব্বতৰ ঘৰত বজ্ৰপাত হল। ২২ দিন যাওঁতে দেওবাৰে মহাৰাজা শিঙ্গৰীঘৰ উঠিল। সোমবাৰে ৪ দণ্ড বেলি আছোতে সিংহপিৰাত বহিল। ২৪ দিন যাওঁতে মঙ্গলবাৰে ১০ দণ্ড বেলি হলত সিংহাসনত উঠিল, সেইদিনাএ গদাধৰ-সিংহ নাম ললে। সেই নাম মজুন্দাৰে স্নুবৰ্ণৰ কাপেৰে লেখি পাত্ৰ-মন্ত্ৰী সমস্তকে শুনালে। ২২৫ ॥

**ইটাখুলি যুদ্ধত মোগলৰ পৰাজয়।**—২৫ দিন যাওঁতে বুধবাৰে চুণপোৰাত মানুহ এটাক গৰুৱে নেজে মেৰাই ধৰিলে, পাচে লোকে এৰুৱালে। চৈত্ৰৰ ১৬ দিন যাওঁতে লো-ভণ্ডাৰীক ঘৰবেপৰা কিহবাই নিলে। ২৩ দিন যাওঁতে সোমবাৰে দুটা সূৰ্য্য ওলাইছিলে ৪ দণ্ড

বেলি হলত। ১৬০৪ শকৰ আহাৰৰ ২৭ দিন যাওঁতে সোমবাৰে ৰাজাদেৱে দাই পাই জবঙ্গ বৰগোহাঁইক মাৰিলে, আহিনা মুদৈৰ পুতেককো মাৰিলে। শাওণৰ ২ দিন যাওঁতে মঞ্জুৰ-খাঁক খেদি গুৱাহাটী ললে। বুঢ়াগোহাঁই, ৰৰবৰুৱা, ডেকাফুকন, এই তিনিক পাচিলে, ইবোৰো গৈ ১৮ দিন যাওঁতে বঙ্গালৰ আগচকী দুখান মাৰি ৩১ দিন যাওঁতে মঙ্গলবাৰে পানীযুদ্ধত বঙ্গালক ভঙ্গালে। ভাদৰ ১ দিন যাওঁতে বুধবাৰে ইটাখুলি শৰাইঘাট ললে। মঞ্জুৰ-খাঁ পলাল। ৰামসিংহৰ ভতিজাক দুটা পালে। ২২৬॥

**স্বৰ্গদেৱ গদাধৰসিংহৰ বিবিধ ধৰ্ম্ম।**—পুষৰ ৫ দিন যাওঁতে বুধবাৰে বৰদুৱাৰত মৌএ বাহ ললে। ২৭ দিন যাওঁতে বুধবাৰে ৰাজাদেৱে তিঙ্গখাঙ্গত পুখুৰি খানিলে। চ'তৰ ২৭ দিন যাওঁতে সোমবাৰে সন্দিকৈৰ নেওগে, বিহপৰুৱা ফুকনে, বাঁহবৰীয়া ৰামকৃষ্ণই কটকীত কৈ আহিল, ৰোলে, বন্দৰ বৰফুকনেৰে ফুল বৰুৱাৰ পুতেক পানীফুকনেৰে মন বিধাৰণ, এইকথা ৰাজাদেৱৰ পৰ্ব্বতৰ ঘৰত ৰামকৃষ্ণায়ে কলেহি। ৰাজাদেৱে দুইকো অনাই ১৬০৫ শকৰ বহাগৰ তিনিদিন যাওঁতে দেৱবাৰে ৪ দণ্ড বেলি আছোতে সেই দুইক ভাঙ্গি ঘৰলৈ খেদিলে। সন্দিকৈ নেওগক বৰফুকন পাতিলে। দিহিঙ্গীয়া বৰবৰুৱাৰ ভায়েকক পানীফুকন পাতিলে। বহাগৰ ১৯ দিন যাওঁতে মঙ্গলবাৰে গিদাগাঠিকে, বকল তামূলীকে, খৰঙ্গিকে মাৰিলে। জেঠৰ ২০ দিন যাওঁতে বুধবাৰে পাৎসাজাদাৰ ঠাইৰপৰা পলাই অহা ভাতধৰা, তাৰে পুতেক বৰাগী এটা ধৰি আনি হাতীশালত বন্দীকৈ থৈ মাৰিলে। আঘোণৰ ১৩ দিন যাওঁতে শনিবাৰে পাটঘৰ লবলৈ যতন কৰোঁতে দিনাদুয়েক নৰিয়া পৰিলে। ২০ দিন যাওঁতে শুক্ৰবাৰে ৰাজাদেৱে পাটঘৰ ললে। ফাগুনৰ ১১ দিন যাওঁতে শুক্ৰবাৰে তিঙ্গখাঙ্গত পুখুৰীৰ যজ্ঞভূমিত হাল বালে। ২১ দিন যাওঁতে সোমবাৰে পুখুৰী উৎসৰ্গালৈ আউনিঅটীয়া, বেঙ্গেনাঅটীয়া, কাটনিপৰীয়া, তিনিজনা মহাজনক অনাই পুখুৰীপাৰত সভা কৰাই ১২ দণ্ড বেলি আছোতে

নাগ পুতিলে। চ'তত বৰচুৱাৰত শিল ইটা লগাই বন্ধালে, একালে আমাৰ মানুহে, একালে বঙ্গালে। ১৬০৬ শকৰ জেঠৰ ১৩ দিন যাওঁতে দেওবাৰে বৰহোলোঙ্গত সিংহাসন বৰঢাক তুলিলে। ২২৭॥

**বিদ্ৰোহী দমন।**—১৬ দিন যাওঁতে বুধবাৰে সোন্দৰ গোহাঁইৰ নাতিয়েকে, উমাই লঠাৰ ভায়েকে, লো-ভণ্ডাৰীৰ নাতিয়েকে, এইহঁত দ্ৰোহ আচৰিব খুজিছে বুলি ৰাজাদেৱত ঢেকিয়াল বেতমলা শইকিয়ায়ে কলে। সোধপোচ কৰি দাই হেন দেখি মাৰিলে। ১৭ দিন যাওঁতে বৃহস্পতিবাৰে পোলোঙ্গা কোঁৱৰক মাৰিলে। ৩১ দিন যাওঁতে চক্ৰপাণি বৰবৰুৱাকে, জম্মিকে মাৰিলে। আহাৰৰ কুৰিদিন যাওঁতে বৃহস্পতিবাৰে চক্ৰপাণিৰ ভায়েককে পুতেককে মাৰিলে। আহিনৰ ৭ দিন যাওঁতে পানীফুকনে, বিহপকুৱা ফুকনে, লেচাৰ পুতেক নাম-ডঙ্গীয়া ফুকনে, বুঢ়াগোহাঁই-ফুকনে, বৰফুকনে ভাঙ্গি থৈ শিঙ্গৰিত চকী দিয়ালেহি। ৰাজাদেৱে এই বাৰ্ত্তা পাই হৰিধন পাচনিক......

...[ পুথিৰ ৪২ পাত সমাপ্ত। তাৰ পাচত ৪৩, ৪৪, ৪৫, ৪৬ নং এই চাৰিখিলা পাত নাই। এই চাৰিখিলা পাতত অনুমানে এইখিনি কথা আছিল,—নামনিৰ ফুকনসকলে বিদ্ৰোহৰ আয়োজন কৰাত গদাধৰসিংহ স্বৰ্গদেৱে বকতিয়ালৰ হৰিধন পাচনিক পঠাই সকলো কথাৰ বুজ ললে, পাচনিয়ে গৈ বিদ্ৰোহৰ কথাখিনি কলত স্বৰ্গদেৱে নিজে কলীয়াবৰলৈ গৈ তাতে কিছুদিন থাকি বিদ্ৰোহ দমন কৰে, আৰু অপৰাধী ফুকনসকলক ধৰি আনি যথাবিধি শাস্তি দিয়ে। তলৰ কথাখিনি ৪৭ নং পাতত আৰম্ভ হৈছে।—সম্পাদক। ] ২২৮॥

**কলীয়াবৰ বাহৰৰ নাম মনপুৰ।**.........হাতীত ফুকন ছ-টা আছিল। সেই সময়তে নামডঙ্গীয়া ফুকনৰ মানুহ বৰফুকনক আদিকৈ পাঞ্চো ফুকনক বাটি দিলে। তাৰে পৰা গুৱাহাটীত ফুকন পাঁচোটাহে হল। আৰু ছলো ফুকনে বৰফুকনৰ লগ নলবৰ শুনি ভাঙ্গি ঘৰলৈ খেদিলে। তাৰ সলনি লাহন ৰাজনেওগক ডেকাফুকন পাতিলে। পাচে ৰাজাদেৱে ৰঙ্গ-আনন্দ কৰি দিনাচেৰেক থাকি কলীয়াবৰৰ

বাহৰৰ মনপুৰ নাম দিলে, আৰু বৰফুকনক আদিকে পাঁচো ফুকনক বঁটা-প্ৰসাদ দি বিদাই দিলে। পাচে মহাৰাজা গৰ্গাৱলৈ উজাই আহিল। ২২৯॥

**দিহিঙ্গীয়া আলুন বৰবৰুৱাৰ বিষয় ভঙ্গ।**—১৬০৬ শকৰ ফাগুনত বৰফুকনে নামদঙ্গীয়া ফুকনক বিচাৰি পাই লোৱা লগাই বন্দী কৰি থৈ মহাৰাজালৈ জনাই পঠালে। পাচে ৰাজাদেৱে দেলাকাষৰীয়া বৰা, চাউডাঙ্গৰ বৰা, দা-ধৰা বৰা, এই তিনিক পঠাই নামদঙ্গীয়া ফুকনক অনাই চ'তৰ ৯ দিন যাওঁতে শনিবাৰে ৰজাহাটত টঙ্গনিয়াই মাৰি শালত দি থলে। ১৬০৭ শকৰ জেঠৰ ১ দিন যাওঁতে বৃহস্পতিবাৰে ৰাজাদেৱে ৰাজ্যক বাচ খুৱালে। বৰবৰুৱাৰ ভায়েক পানীফুকনৰপৰা ডাঙ্গৰ অসন্তোষ পালে। তাক মাৰিবাক মনে বৰবৰুৱাক ভাঙ্গিবলৈ মন কৰিলে। জেঠৰ ২৯ দিন যাওঁতে বৃহস্পতিবাৰে পুৱাৰ চৌপৰ মৰাত ওলাই আহি লুকলুকানৰ চ'ৰাত বহি কাণ্ডী বাৰুৰতী হিলৈদাৰী দি চাৰিঙ্গৰজাক চোণপোৰা দুৱাৰত থলে, দুৱৰাৰ দিহিঙ্গীয়া ফুকনক বৰদুৱাৰত থলে, কঠালবৰীয়া দোলাকাখৰীয়া বৰুৱাক মেঘাইদুৱাৰত থলে। পাচে ৰজাদেৱে খামুনৰ পুতেক চাউডাঙ্গৰ বৰুৱাক বৰবৰুৱাৰ ঘৰলৈ পঠালে, বোলে, কগৈ, মঞিও আজি বৰুৱাক ঘৰলৈ বিদাই দিলো। আৰু এফৈদ মানুহ লৈ যা, বৰুৱাৰ ঘৰৰ কুটাডাল পৰ্য্যন্তে বৰুৱাৰ ঘৰত দিবনি, কাণ্ড, বাৰু, হিলৈ, দা, তৰোৱাল যি আছে তাক নিনিব। আৰু বৰবৰুৱাৰ লগৰ দিহিঙ্গীয়া তিনি-শ কাণ্ডীক মোৰ এখেলেই পঠাগৈ। এইৰূপে শিখাই তাৰ লগত চাউডাঙ্গৰ বৰা, দোলাকাখৰীয়া বৰা, দা-ধৰা বৰা দি পঠাই দিলে। সিহঁতো গৈ বৰুৱাৰ লগৰ দিহিঙ্গীয়া কাণ্ডী তিনি-শ, শইকিয়া তিনিটা সহিতে চাউডাঙ্গ বৰা এটা দি পঠাই দিলে।

পাচে চাউডাঙ্গৰ বৰুৱাও বৰবৰুৱালৈ কৈ পঠালে, বোলে, ওলাই আহোক, দেৱতাৰ কথা শুনিব লাগে। এইৰূপে জনালত বৰুৱা বৰ ভয়যুক্ত হুই চাউডাঙ্গৰ বৰুৱালৈ কৈ পঠালে, বোলে, দেৱতা যদি

মোক কোনোখান কৰিব দিছে, কৈ আহোক, মঞ্জি সাৱধান হুব লাগে, মিছাকৈ নকব। যদি মিছা কয় ধৰ্ম্মত ঘাটিব। চাউডাঙ্গৰ বৰুৱা কৈ পঠালে বোলে, কিছু ভয় নকৰিব, দেহৰ কিছু নাই। যদি কোনোখান হুব, মই ধৰ্ম্মত ঘাটিম। এইকথা শুনি বৰবৰুৱা ওলাই আহি বোলে, মোকনো দেৱতাৰ কোন আজ্ঞা হুইছে? এইবুলি দেৱতাৰ আজ্ঞা শুনিবলৈ মাটিত আঠু পাৰিলে। চাউডাঙ্গৰ বৰুৱাও আঠু পাৰিলে। দেৱতাৰ আজ্ঞা কলে, বোলে, বৰুৱাক আজি মঞ্জি ঘৰলৈ বিদাই দিলো। আৰু এফৈদ মানুহ দিছে। ঘৰৰ যি বস্তু য'তে আছে সমস্তেখানি কঢ়িয়াই দিহিঙ্গৰ ঘৰত দিব দিছেনি, আহিলা-পাতি যি আছে তাক দি যাব দিছে। এইকথা শুনি বৰবৰুৱা চাউডাঙ্গৰ বৰুৱাত সুধিলে বোলে, মঞ্জি ভিতৰলৈ গৈ আহিব খোজো, যাব পাই নাপাই? চাউডাঙ্গৰ বৰুৱা বোলে, ভাল যাউক কিন্তু সতকাই আহিব। বৰুৱা ভিতৰ সোমাই গৈ কিছুমানপৰ থাকি ওলাই আহি ৰূপ এসেৰ, সোণৰ কেৰুয়েৰে কাপৰ এসাজ চাউডাঙ্গৰ বৰুৱাক দিলে। কেৰুকাপৰ লৈ ৰূপসেৰ ওলোটাই দিলে। আৰু বৰাহেঁতলৈকো চাৰিটকাকৈ ৰূপ, কাপোৰ একোসাজ দি ঘৰৰেপৰা দেৱতালৈ সেৱা কৰিলে।

পাচে বৰুৱা দিহিঙ্গৰ ঘৰলৈ ওলাই গল। চকীহাট পাইছেগৈ, এনেতে চাউডাঙ্গ বৰা এটা লৰি গৈ বৰুৱাৰ আগত গৈ ৰলগৈ। পাচে বৰুৱা কিছু ভয় হৈ সুধিলে, বোলে, চাউডাঙ্গৰ বৰা, কি হৈছে? সি বোলে, দেৱতাৰ আজ্ঞা হৈছে, বোলে বৰবৰুৱাৰ ক'লা ঘোৰাটো যে আছে তাতে উঠি বৰুৱা ঘৰলৈ যাউক। তাক ৰাখিব, মোৰ আগতে ঘোৰাত উঠিব দিছে। তাক ৰূপ পাঁচ টকা দিলে। পাচে ঘোৰা অনাই তাতে উঠি গল। ২৩০ ॥

**ভজা-বৰবৰুৱাৰ ৰাজভক্তি।**—জেঠৰ ৩০ দিন যাওঁতে শুক্রবাৰে লাহন ফুকনক বৰবৰুৱা পাতিলে। আৰু বৰবৰুৱাৰ ভায়েক পানী-দিহিঙ্গীয়া ৰাজখোৱাক ভাঙ্গি খামুনৰ পুতেক চাউডাঙ্গৰ বৰুৱাক

ৰাজখোৱা পাতিলে। লাওকলিখোৱাক পানীফুকন ভাঙ্গি তিঙ্গখঙ্গীয়া দোলাকাষৰীয়া বৰুৱাক পানীফুকন পাতিলে। ১৬০৭ শকৰ ভাদৰ ৪ দিন যাওঁতে চাৰিঙ্গৰজা পচা হেন কৈ সোণৰ কেৰুয়েৰে একোসাজ কাপৰ দি ভগা-বৰবৰুৱাৰ তলৈ এটা, ভায়েক ভগা-পানীফুকনৰ তলৈ এটা বিশ্বাসে পঠাই দিলে। বোলে, চাৰিঙ্গৰজাএ কেৰু-কাপৰ দি কৈ আহিছে, বোলে, "বৰুৱা মোৰ লগত সহায় ভজোক, মঞি ৰজা হোঁ।" এইকথা শুনি ভগা-বৰবৰুৱা সেই মানুহক ধৰি বান্ধি দেৱতাৰ ঠাইলৈ দি পঠাই বোলে, "স্বৰ্গদেৱৰ চৰণত মই বন্দী নিষ্কাম সেৱক; স্বৰ্গদেৱে যেইৰূপে থইছে, সেইৰূপে আছোঁ দেৱতাক চিন্তি। চাৰিঙ্গৰজা যে পাচিছে বুলি কৈছে, আকো দেৱতাহে বিচাৰ কৰোঁতা। আৰু স্বৰ্গদেৱে মঞি বন্দীক কাটিব মাৰিবলৈ ইমান যত্ন কৰিব নালাগে। পূৰ্ব্বেনো একাখাৰ বচন নুবুলি বন্দীক কিলেই খেদি পঠালে?" ভগা-পানীফুকনতো সেই ৰকমে কেৰু-কাপৰ দি কলে, বোলে, ভাল বঁটাকো পিন্ধিম, সহায়ো ভজিম, দেৱে মন কৰোক। সেই মানুহ আহি মহাৰাজত এইৰূপে কলেহি। পাচে ৰাজাদেৱে বোলে, বৰুৱাৰ মন শুদ্ধ। ২৩১ ॥

**পানীফুকন আদি বধ।**—এইবুলি পানীফুকনক ঘৰৰপৰা আনি হাতীশালত বন্দীকৈ থৈ ৰাজাদেৱে বোলে, পূৰ্ব্বেই মোক অনিষ্টক আচৰিলে, তেতিয়া আৰু মাৰিব লাগিল, নামাৰি ৰাখিলো। এতিয়াও দেখো আসয় সেইএহে। এইবুলি আহিনৰ তিনিদিন যাওঁতে সোমবাৰে ৰজাহাটত চেপি মাৰিলে। সেই শকৰে ফাগুনৰ ৮ দিন যাওঁতে শুক্ৰবাৰে ৰাজাদেৱে পৰ্ব্বতৰ ঘৰ উঠিল। কাতিৰ ২৯ দিন যাওঁতে দেওবাৰে ভগা মৰঙ্গি বৰবৰুৱাক ঘৰৰপৰা আনি মাৰিলে পূৰ্ব্বৰ দ্ৰোহক নিমিত্ত কৰি। ১৬০৮ শকৰ পুহত ৰাজাদেৱে টিয়কেদি গৈ দিচৈৰ কাষৰত বাহৰ কৰি হোলোঙ্গাপৰাত হাতী ধৰিলে। সেই শকতে টোকোলাইত বচা পাতিলে। ১৬০৯ শকৰ

পুহত কুঁৱৈগঞা মৌ বুঢ়াগোহাঁইক পঠাই ছুৱলীয়া মানুহ লগত দি চামধৰা গড় বন্ধালে। ১৬১০ শকৰ কাতিৰ দুদিন যাওঁতে শনিবাৰে ছয়দণ্ড বেলি হুলত ৰৰকলাত ঘৰ উঠিল। সেই কাতিতে উত্তৰ-কোলৰ বেবেজিয়া আনি টোকোলাইত পাতিলে। সেই শকৰ ফাগুনত সকলো সত্ৰৰ উদাসীনক ৰাখি স্ত্ৰীলাগ ভকতক গুচালে। ১৬০৯ শকৰ চৈত্ৰত ৰজাদেৱো নপৰীয়া পৰিল, পাচে সুস্থ হল। ১৬১২ শকৰ পুহৰ ১২ দিন যাওঁতে শুক্ৰবাৰে ২ দণ্ড নিশা আছোতে ৰাজাদেৱে যাত্ৰা কৰি সলালৈ গৈ ১০৮ শত ব্ৰাহ্মণৰ হাতে বিশ্বনাথত জপ-হোম কৰালে। কাত্যায়ন ভট্টাচাৰ্য্যে, মুকলিমূৰায়ে তিলে-কুশে উচৰ্গি এশ ব্ৰাহ্মণৰ আয়ু দিলে। মাঘৰ ৯ দিন যাওঁতে বুধবাৰে ৰজাদেৱ গৰ্গাৱলৈ উজাই আহিল। ১৬১৩ শকৰ বহাগত দিলিহাল দীঘলা ভগা-বুঢ়াগোহাঁইক ঘৰবন্দী এটাই গোচৰ দিলে বোলে, ভগা-বুঢ়াগোহাঁয়ে বৃত্তিয়ালৰ ফৈদীয়া বঙ্গহেৰে আলচি কোঁৱৰ এজনা পুহি লুকুৱাই থৈছে। আগেও এইকথা ৰাজাদেৱে শুনিছে গাভৰুৰ মুখে। জেঠৰ ৮ দিন যাওঁতে সুধি প্ৰমাণ পাই দীঘলা গোহাঁইক মাৰিলে। বঙ্গহৰো যিসকলত দোষ পালে সেইসকলক মাৰিলে বাঁহগড়াৰ কটাহানিত। ২৩২ ॥

**স্বৰ্গদেৱৰ জপ-হোম।**—আহিনৰ ২০ দিন যাওঁতে দুৰ্গোৎসৱৰ একাদশীত ভাত নাখাবৰ হৈ কাত্যায়নকে আদি কৰি পণ্ডিত ব্ৰাহ্মণসকলক বাঁহগড়াৰ বাজ কৰি ডিঙ্গিত কলহ আৰি গতিয়াই খেদিলে। ২০ দিন যাওঁতে বৃহস্পতিবাৰে সোলাফুকনৰ বঙ্গহ গোটাচাৰেকক পাই মাৰিলে। কাতিৰ ১৭ দিন যাওঁতে সোমবাৰে পৰ্ব্বতত দল বান্ধিবলৈ গাত খানিলে। ২৫ দিন যাওঁতে মঙ্গলবাৰে গাতত শিল পাৰিলে। আৰু সেই সময়তে কিহেবাই খাই হেন টক এটা উঠিল। আৰু সেই শকৰে শাওণত ৩ দিনৰ আগপাচ কৈ দুটা পানী হল। হোলোঙ্গৰ ৰৰজখলাৰ পাঁচোখোপ তল গৈছিল, তাৰ নাম থলে শকা-শাকিনী। ১৬১৪ শকৰ আহাৰৰ ১৩ দিন

যাওঁতে দেওবাৰে ৰাজাদেৱে লোহিতত সংকল্প কৰি জপ-হোম কৰাই ছাগ-হাঁহ বলি দি এশ বৎসৰ আয়ু খুজিলে। ২৩৩॥

**নগা দমন।**—২৩ দিন যাওঁতে নামচঙ্গীয়া নগাই আমাৰ ২৩টা মানুহ কাটিলে। ৰজাদেৱে এই কথা শুনি নগাক মাৰিবলৈ বঁটা-প্ৰসাদ দি ভাদৰ ২২ দিন যাওঁতে সোমবাৰে লোকজন লগত দি দুৱৰা দিহিঙ্গীয়া ফুকনক নামচাঙ্গৰ দুৱাৰে পঠালে। অভইপুৰীয়া চেটিয়া ভগা-বৰফুকনক ঘৰৰপৰা আনি লোকজন লগত দি বৰদুৱাৰে পঠালে। পাচে সিবোৰে গৈ নগাক মাৰি-কাটি বৰালে। নগা আহি মহাৰাজাৰ চৰণত সেৱা কৰিলেহি। লঠা খুনবাওক যমুনাকাখৰত কাটিলে। যিসকলৰ আসই শুদ্ধ, তাক বঁটা-প্ৰসাদ দি পঠাই দিলে। ২৩৪ ॥

**বৈষ্ণৱ মহন্তৰ নিৰ্য্যাতন।**—১৬১৫ শকত ভকতক ধৰিলে। তাৰ এইহে কাৰণ।—পূৰ্ব্বে ৰজাদেৱ পলাই ফুৰুতে দক্ষিণপাটৰ কলাবাৰী সত্ৰতে আছোতে ডেকা-গোসাঁয়েৰে একদিনা বোলা-বুলি লাগিল। ডেকা-গোসাঁয়ে বঢ়াকৈ বাক্য বুলিলে। সেই কথা মনতে আছিল। আৰু যেতিয়া কলীয়াবৰত ফুকনবোৰে ৰজা পাতিলে, এইকথা শুনি ফুকনবোৰত কৈ ৰজা গুচাবৰ নিমিত্তে কলাবাৰীৰ-পৰা নাৱে লুইতে ভটিয়াই গৈছে, ৰাজাদেৱ উজাই আহি বিশ্বনাথতে ৰহিছেহি। এনেতে নাও দেখি ৰাজাদেৱে সুধিলে, বোলে, কোন যায়? বুঢ়াপাচনিয়ে বোলে, নাৱক চাই দখিণপটীয়া ডেকা-গোসাঁই হেন দেখি। বোলে, কব দে মোক আশীৰ্ব্বাদ কৰি যাওক। মানুহে নাও মেলি গৈ কলত নাহিল। এই এক নিমিত্ত। আৰু বনমালী গোসাঁয়ে সুবৰ্ণৰ মূৰ্ত্তি এখান কৰিলে। এই কথা মনতে আছিল। পাচে বেজদলৈয়ে মহাৰাজাত গোচৰ দিলে বোলে, ভকতৰ ঘৰত ধন কিয়লেই লাগিছে? চাউলকঠাহে লাগে। তাকো সেৱক-শৰেণীয়াই দিছে। যদি স্বৰ্গদেৱৰ আজ্ঞা হই সেই ধন আনিব পাৰো। ৰজাদেৱে বোলে, মোৰো মনত আছে। ভাল, বৰুৱা, তঞি চাউডাঙ্গ

দি সেই ধন অনা, পাচে মঞি ভকতক যি বোলো বুলিম। এই আজ্ঞা পাই বেজদলৈয়ে কলা চাউডাঙ্গক দেৱতাৰ আজ্ঞা শিখাই-বুঝাই কণাচেকেৰাই, আছুবুলীয়া, এই দুইক লগত দি পাচিলে। সিহঁতো গৈ সকলো মহাজনসকলক অনেক লাঞ্ছনা কৰি ভাঁৰি-বান্ধি ধন আনিলে। দখিণপাটৰ সুবৰ্ণৰ মূৰ্ত্তিকো আনি ভাঙ্গি পৰ্ব্বতৰ দ'লৰ ঘট দিলে। পূৰ্ব্বৰ অপৰাধক লৈ দখিণপটীয়া' ৰাম গোসাঁইৰো চক্ষু কাঢ়িলে। আনো মহাজনসকলক স্থানৰপৰা উচ্ছন্ন কৰি নামৰূপত পাতিলে, টোকোলাইতো পাতিলে। নামৰূকলৈ নিয়াসকলক আছু-বুলীয়াক পঠাই ভাদৰ পূৰ্ণিমাত দণ্ড কৰালে। ২৩৫ ॥

**গদাধৰসিংহ স্বৰ্গদেৱৰ মৃত্যু।**—১৬১৬ শকৰ মাঘত ৰাজাদেৱে দিখৌৰ আগাৰিৰ বৰডুবিৰ কাখৰত পহু মাৰিবলৈ গৈ বৰশিলতে উঠি ৰঙ্গ চাইছিলে। সেই সময়ত পৰ্ব্বতৰপৰা পহু এটা ডেও মাৰি আহি বৰশিলত পৰিলহি। ৰজাদেৱৰ গা চঁকি তেতিয়াই জ্বৰ উঠিলত ঘৰলৈ আহিল। সেই জ্বৰে নেৰিলে। আৰু ডিঙ্গিতে গাৰ এটা হল, তাৰো ডাঙ্গৰ বেদনা হল। সেই বেদনাতে ফাগুনত মহাৰাজা স্বৰ্গী হল। ভোগ ১৫ বৎসৰ ৫ মাহ। ২৩৬ ॥

**স্বৰ্গদেৱ ৰুদ্ৰসিংহই ৰংপুৰ নগৰ পাতে।**—১৬১৬ শকৰ ফাগুনত ৰুদ্ৰসিংহ ৰজা হৈ শিঙ্গৰীঘৰ উঠি সিংহাসনত বসি সাত দিন ৰঙ্গ-আনন্দ কৰি পাত্ৰ-মন্ত্ৰী সমস্তকো যোগ্যানুসাৰে বঁটা বাহন দিলে। ১৬১৭ শকৰ আঘোণত ৰঙ্গপুৰত পুখুৰী খানিলে। ১৬১৯ শকত পুখুৰী উৰ্চ্গিলে। সকলো মহাজনসকলক আনি উত্তৰপাৰে ঈশ্বৰৰ মহাদেৱৰ দুই দৌল বন্ধালে। আৰু পুখুৰীৰ উত্তৰে বাহৰ কৰি ৰঙ্গপুৰ নাম থলে। ১৬২০ শকত দৌল উৰ্চ্গি কেশৰাই মূৰ্ত্তি স্থাপন কৰিলে। ২৩৭ ॥

**চাৰিংৰজাৰ দ্ৰোহ।**—আতপাচে লুচায়েক চাৰিঙ্গৰজা চঙ্গটকৰ কাখৰৰ চুঙ্গিৰ বৰুৱা সহিতে ৰাজদ্ৰোহ কৰিবলৈ মন দিলে। সেই সময়ত ৰাজাদেৱে চৰাইদেও কৰি পৰ্ব্বততে আছিল। চৰাই উকৰাই

নগৰলৈ আহোতে সেইখানিতে মাৰিবলৈ যুক্তি হৈ আছিল। এই বাৰ্ত্তা চাৰিঙ্গৰজাৰ হাঁহচোৱা ডোমে গৈ জনাইছে। ৰাজাদেৱো আহিবলৈ ওলাইছে, এই বাৰ্ত্তা পাই আলচেৰে মানুহ পঠাই চাৰিঙ্গ-ৰজাকো চুঙ্গিৰ বৰুৱাকো ধৰি বন্দী কৰিলে। আনাদিনা নগৰলৈ আহি চাৰিঙ্গৰজাক নামৰূপলৈ নিয়াই ঘিলা কাঢ়ি থব দিলে, চুঙ্গিৰ বৰুৱাক মাৰিলে। ২৩৮ ॥

**লেচাই নামৰূপীয়া গোহাঁইৰ দ্ৰোহ।**—আতপাচে সৰুজনা গোহাঁয়ে সন্দিকৈ ভিতৰুৱাল ফুকন, লানমখৰুৰ বন্দৰ নাওবৈচা ফুকন, বাইলুঙ্গ ডেকাফুকন, ভদৰুৱা হিলৈদাৰীৰ চৈখাম হাজৰিকীয়া, ঘোৰাচোৱাৰ লোচন বৰা, গতাগত কৰা, এইসকলেৰে যুক্তি হৈ ৰাজদ্ৰোহলৈ মন দিলে। এইকথা গোহাঁইৰ ফালৰ মেচাঘৰীয়া দামোদৰ ফুকনে চাঙ্গত ভৰিত পইজাৰ দিয়োতে মহাৰাজাত কলে। ৰাজাদেৱে প্ৰমাণত পাই সকলকো মাৰিবলৈ দিলে। তিনি ফুকনক ৰাখিবক মনে তিনিজনা ডাঙ্গৰীয়াক কুকুৰা যুজাবৰ চলে নিয়ালে। এই আসয়ক বুজি ডাঙ্গৰীয়াসকলে মাতিলে। তিনি ফুকনক ৰাখি ঘোৰাচোৱা বৰা, হিলৈদাৰী হাজৰিকীয়া, আনো দুই চাৰিক মাৰিলে। ফুকনবোৰক ভাঙ্গি ঘৰলৈ খেদিলে। সৰুজনা গোহাঁইক নামৰূকলৈ নিলে। লগৰ মানুহ দুই-চাৰিক কাটিলে। দুই-চাৰিক নাক-কাণ কাটি খেদিলে। পাচে চেৰেগুৱাল ঘনচাম পাচনিক পঠাই সৰুজনা গোহাঞিৰ চক্ষু কঢ়ালে। ২৩৯ ॥

**বিদেশৰ সাজপাৰ পিন্ধিবলৈ অশান্তি।**—আতপাচে বঙ্গালৰ হাতে ৰঙ্গপুৰত হেৱালিঘৰ সাজিলে। টেঙ্গাবাৰীত তলাতল ঘৰ সজালে। ৰঙ্গনাথ গোসাঁইৰ দ'ল বন্ধালে। ফাকুযাত্ৰাৰ দোল বন্ধালে। তাতে ফাকুযাত্ৰা কৰি ৰাজাদেৱে জামা পাগ-ইজাৰ পিন্ধিলে। সকলকো সেইৰূপে দিলে। মাতুৰিয়াল লাইথপনা বৰগোহাঁই, কুঁৰৈগঞা দৰবধৰা বুঢ়াগোহাঁই, কেন্দুগুৰীয়া কনচেঙ্গক বৰপাত্ৰ-গোহাঁই এই তিনিজনা ডাঙ্গৰীয়া বোলে, আপোনাৰ দেশৰ ধাৰাণ এৰি কেনে

বঙ্গালৰ ধাৰাণে বঁটা পিন্ধিম? এইবুলি ওলোটাই দিলে। পাচে কুনমিনেৰে আহিল, পিন্ধিলে। বুঢ়াগোহাঁয়ে মহাৰজালৈ প্ৰাৰ্থি খুজি গলত জামা পাগ-ইজাৰো দিলে। আৰু নামদাঙত শিলসাকো বন্ধালে। আৰু ঠাকুৰীয়া মহাজনসকলক ব্ৰাহ্মণক শৰণ লগাবলৈ নিষেধ কৰিলে। ২৪০ ॥

**কছাৰীৰে সৈতে ৰণ।**—আতপাচে কছাৰীৰ জয়সিংহ ৰজা কটকী পঠাই পত্ৰ-সন্দেশ দি কৈ আহিল বোলে, পূৰ্ব্বৰ আমাৰ মহঙ্গ সীমা কৰি ৰাজ্য, স্বৰ্গমহাৰাজা মোক এৰি দিয়োক। ৰাজাদেৱে তাক তুলি বিধাৰণ দেখি বোলে, বন্দী কছাৰীয়ে এনে কথা কব পাইনিকি? এনেতে বৰগোহাঁয়ে আমাৰ কটকীহঁতক বোলে, কি চাইছ, গতাই নে। পাচে হোলোঙ্গৰপৰা গতিয়ালে, তাৰ ডিঙ্গিৰ মণিয়োঁ ছিগি পৰিল, পত্ৰকো ফালিলে। পাচে ৰাজাদেৱে তিনিজনা ডাঙ্গৰীয়া সহিতে বৰুৱা, ফুকন সমস্তেৰে আলচ কৰি ভটিয়াই গৈ বিশ্বনাথত ৰহি তাৰেপৰা মৰঙ্গিৰ নগাচঁকীৰ বাটে পাচিলে কুঁৱৈগঞা দৰবধৰা বুঢ়াগোহাঞিও। মৰঙ্গিখোৱা বাহবৰীয়া বৰচেটিয়া গোহাঞিক দিলে চাউল-কড়িওৱাকৈ। দিহিঙ্গীয়া আলুন বৰবৰুৱাৰ পুতেক ডেকাবৰবৰুৱা ছুইক মুক্ষ কৰি আনো ফুকন ৰাজখোৱা সকলকো পঠালে। কপিলীৰ বাটে শৰাইঘটীয়া ফুলবৰুৱাৰ পানীফুকনক মুক্ষ কৰি আনো ফুকন, ৰাজখোৱা সমস্তকে পঠালে। এইৰূপে ছুয়ো বাটে গৈ ডেমেৰা মাইবাঙ্গ পালেগৈ। কছাৰী ৰজা পলাই গৈ জয়ন্তাত সোমাল। জয়ন্তা ৰজালৈ কৈ পঠালে বোলে, কছাৰীৰ ৰজা সোমাইছেগৈ, তাক দিয়াহক। জয়ন্তা ৰাজা বোলে, শৰণাগতক এৰি দিব নোৱাৰো। এনেতে মাইবাঙ্গত বৰবৰুৱা নৰিয়া পৰিবৰ শুনি সমস্তকো ওলাই আহিব দিলে। সমস্তো ওলাই আহোতে গেলেমু কোঠত বৰুৱা মৰিল। পাচে সমস্তো ওলাই আহি কছাৰীৰ হাতী, ঘোৰা, মানুহ, আনো বস্তু-দ্ৰব্য যি পালে সমস্তকো নি মহাৰাজাৰ চৰণত বিশ্বনাথত সেৱা কৰিলেহি। সেইবেলা

ভগনত যোৱা বাঁহৰবৰীয়া বৰচেটিয়াৰ দুই পুতেককো পাই আনি যোগালেহি। ৰাজাদেৱে সন্দিকৈ বৰফুকনৰ পুতেক ভিতৰুৱাল ফুকনক বৰুৱা পাতি উজাই আহিল। ২৪১ ॥

**জয়ন্তা ৰজা বন্দী।**—এক বৎসৰৰ পাচত পুনৰ্ব্বাৰ ভটিয়াই গৈ মিচাত বাহৰ কৰি ৰাহ কপিলীৰ বাটে বৰবৰুৱা প্ৰমুক্ষে গৰ্গয়া সকলকো পাচিলে, গোভাৰ বাটে শৰাইঘটীয়া বৰফুকন প্ৰমুক্ষে সকলকো পাচিলে। এইৰূপে সমস্তো গৈ জয়ন্তাপুৰ পালেগৈ। জয়ন্তাৰ ৰাজা ৰামসিংহে বৰবৰুৱাৰ ঠাইত বৰিলহি। কছাৰী ৰজাকো পাই দুৱৰাৰ ভিতৰুৱাল ফুকনৰ হাতত দি মহাৰাজাৰ ঠাইলৈ দি পঠালে। আগেই কছাৰী ৰজা বৰবৰুৱাত কলে, বোলে, তোমালোকে জয়ন্তা ৰজাক উপায় কৰি মহাৰাজাৰ ঠাইলৈ দি পঠৱাহাক। যদি এনেখান নকৰিবা, ৰজাকো সৰুকোঁৱৰে নিবহি। তোমালোকেও গা সাৰিবলৈ টান হব, আৰু তোমালোকক ছলকৈ নি নগৰ স্বুমুৱাবলৈ মন দিছে। তাৰ কথাৰে নাযাবাহা। এইকথা শুনি বৰবৰুৱা বৰফুকনে যুক্তি হৈ জয়ন্তা ৰজাক আনি পুহিব লাগে বুলি ছলকৈ আনি বন্দী কৰিলে। জয়ন্তা ৰজা বোলে, মই স্ত্ৰী-মৰণে মৰিলো। বিজয়ৰাম কটকীয়ে: বোলে, মই পূৰ্ব্বে কলো, অচমৰ তলে-পুতল, আসই বুজিবলৈ টান, তেতিয়া মোৰ কথা নললা, এতিয়া বিজয়ৰামে কি কৰিব? বুঢ়াৰ হাতত চেঙ্গেলি পৰিলে কমনে এৰাইতে পাৰি? পাচে বৰুৱা ফুকনেয়ো যুক্তি হৈ মন্ত্ৰণা কৰি বোলে, মহাৰজাক দৰ্শন কৰাবলৈ জয়ন্তা ৰজাক পৰশুলৈ নিম, এইবুলি সেইদিনাই গৰ্গয়া মিৰি-সন্দিকৈৰ দিহিঙ্গীয়া ফুকনকে শৰাইঘটীয়া বুঢ়াগোহাঁই-ফুকনকে লগত নি গোভাৰ বাটে জয়ন্তা ৰজাক দি পঠালে।

সৰুকোঁৱৰেও সাৱধান হৈ আছিল। ৰজাক নিবৰ শুনি পাচে-পাচে খেদি আহি সাতকোঁঠ কাটি আহি ৰজাক নাপাই উলটি গল। আৰু জয়ন্তী দেবীক আনিবলৈ লোকজন লগত দি দেবীঘৰীয়া বৰকৃষ্ণ ঠাকুৰক পাঞ্চিলে। জয়ন্তী দেবীক আনোতে সৰুকোঁৱৰে বাটভেটি

ধৰি অন্য মানুহক কাটি দেবীক দিলে। কৃষ্ণ ঠাকুৰ গছত উঠিল। তাক কড়াই মাটিলৈ পেলাই কাটিলে। পাচে দুয়ো ফুকনে জয়ন্তা ৰজাক লৈ গোভা পালেহি। এনেতে সাতকোঠ কাটিবৰ শুনি দিহিঙ্গীয়া ফুকনৰ হাতত জয়ন্তা ৰজাক দি মহাৰাজাৰ আজ্ঞা নোহোৱাকৈ বুঢ়াগোহাঁই-ফুকনক খেদি গৈ বাট মুকলি কৰি ৰাজ্যৰ লগ ললেগৈ। কোঠ কাটিলতে বাট মৰিছিলে। বুঢ়াগোহাঁইকো পূৰ্ব্বে চাউল-কড়িয়োৱা মানুহক নিয়ম কৰি দিবৰ নিমিত্তে পাচিলে। তেওঁ ওলাই আহিল। মহাৰজা সাতকোঠ কাটিবৰ শুনি অসন্তোষ কৰি পুনৰ্ব্বাৰ বুঢ়াগোহাঁইক পাচিলে, বোলে সমস্তেও গৈ সৰুকোঁৱৰক বিচাৰি ধৰোক। পাচে সকলো এঠাই হুই সৰুকোঁৱৰক পুৰুষাৰ্থ কৰিয়ো বিচাৰি নাপালে, মহাৰাজালৈ জনাই আহিল। ৰাজাদেৱে সকলকো ওলাই আহিব দিলে, সমস্তো ওলাই আহিল। ২৪২ ॥

**ৰংপুৰত কছাৰী আৰু জয়ন্তা ৰজা।**—আতপাচে মহাৰজা উজাই আহি ৰংপুৰত থাকি কছাৰী ৰজাক জয়ন্তা ৰজাক ফাকুযাত্ৰা কৰি ৰঙ্গ দেখালে। সেই সময়তে জয়ন্তা কছাৰী দুয়ো ৰজা মহাৰজাক সেৱা কৰিলে। পাচে থকা ঠাই জানখনাতে জয়ন্তা ৰজা মৰিল। মহাৰজা খৰি দিয়াই কৰ্ম্ম কৰালে। দুবছৰৰ পাছত ৰাজাদেৱে ভটিয়াই গৈ সৰিহতলিত থাকি বৰকোঁৱৰক ৰজা পাতিলে। বৎচৰি পাল-সেৱা কৰিম হেন নিৰন্ধক ললে। বাঁহবৰীয়া কৃষ্ণই কটকীক পঠাই জয়ন্তাত থোৱালে। আৰু বৰুৱা ফুকন সমস্তকো পাচিলে সৰুকোঁৱৰক ধৰিবলৈ। তাক নাপাই উলটি আহিল। ২৪৩ ॥

**বৰনদীৰ মুখত ফাকুযাত্ৰা উৎসৱ।**—আতপাচে বাঁহগড়াৰ দুয়ো দুৱাৰৰ শিলৰ ঘট ৰাতি কিহবাই ভাঙ্গিলে, সেই ৰাতিয়ে তিঙ্গখাঙ্গৰ দ'লৰো ঘট ভাঙ্গিলে, পৰ্ব্বতৰো অঙ্গদ'লৰ ঘট ভাঙ্গিলে। আতপাচে মহাৰজা ভটিয়াই গৈ বৰনদী মুখত ৰহি ফাকুযাত্ৰা কৰি অনেক দান-দখিণা কৰি মাধৱ গোসাঁইক সেৱা কৰি উজাই ৰঙ্গপুৰলৈ আহিল। ২৪৪ ॥

**নাচনিয়াৰৰ ঘৰত চোৰ।**—আতপাচে মহাৰাজা ঢকাক মাৰিবক মনে বহাগত ভটিয়াই গৈ শৰাইঘাটত পৰীক্ষিত ৰজাৰ গড়ৰ কোলত বাহৰ কৰি ৰহিল। তাতে একদিনা ৰাজাৰ ৰৰঘৰৰ কাৰেঙ্গৰ ফালে নাচনিয়াৰৰ ঘৰত চাঙ্গতলীয়া হাৰী এটা সোমাইছিল, ওলাই যাওঁতে পৰীয়া মানুহে দেখি বোলে, সেইটো কোন? এতেকতে বৰ হুহি লাগিল। ৰাজাদেৱে উচাব খাই উঠি হাতত দা লৈ থিয় হৈ বাটঘৰৰপৰা চেৰেঙ্গুৱাল ঘনচাম পাচনি বৰাক মতাই নি বোলে, ঘনচাম তঞ্চি চা, চাওঁ কি হৈছে। সিয়ো গৈ সমস্তকে নিজম কৰি সুধিলে বোলে, তইঁতৰ কি হল, কি দেখিলি? সিহঁতে বোলে, এইপোনে মানুহ এটা গল, তাক দেখি হুহি লাগিল। পাচে আৰিয়া লগাই চালে। আগে বৃষ্টি হৈছিলে, দেখে তাতে খোজ পৰি গৈছে, সেই খোজ ফেটা। সকলতে সুধিলে, বোলে, কোন আহিছিলি ক। সকলেয়ো বোলে, আমি নাই যোৱা। এইৰূপে জনালত ৰাজাদেৱে বোলে, ভৰি ফেটা মানুহ কোন আছে তাক চাই খোজেৰে প্ৰমাণ কৰি চা। পাচনি বৰাই বিচাৰ কৰি চাই হাৰীৰ ভিতৰত পাই আনি খোজত প্ৰমাণ কৰি প্ৰমাণত পাই ৰজাদেৱে জনালে, তাক বন্দী কৰি থব দিলে। ৰাতি পুৱালত অনেক প্ৰকাৰে সোধপোচ কৰি কথাহেন জানি গোটাতিনিএকক পৰীক্ষিত ৰজাৰ গড়ৰ কাষৰত কুঠাৰেৰে বুকু ফালি মাৰিলে। আৰুবোৰৰ নাক-কাণ কাটি বাজলৈ উলিয়াই বৰুৱা হাৰীক ভিতৰ সুমালে। ২৪৫ ॥

**দীৰ্ঘেশ্বৰী পৰ্ব্বতত স্বৰ্গদেৱৰ মৃগয়া।**—তাতে আৰু একদিনা ৰজাদেৱে দীৰ্ঘেচাৰী পৰ্ব্বতত পহু মাৰিবলৈ যাওঁতে বাটত ম'হ এটা আহি হাতী-ঘোৰাৰ কাড়ী বাৰুৱতীৰ পালী ভাঙ্গি মানুহ এটা মাৰি দোলাকাখৰীয়াৰো পালী ভাঙ্গি ৰজাদেৱেৰে দুজনা গোহাঁইদেৱেৰে দোলাৰ মাজত সোমালহি। আগেই মানুহ এটা মাৰি উত্তৰৰ পৰা দখিণলৈ দীৰ্ঘেচাৰী পৰ্ব্বতৰ কাখৰে সেই ম'হ আহিল। পহুকটাই

যাঠি এপাত লৈ খোচ মাৰিলে। লৰ মাৰি দীৰ্ঘেচাৰীত উঠিলগৈ। পাচে ৰজাদেৱৰ গৈ খাজিখোৱা সোমাই কিছুমান পৰ থাকি ওলাই গৈ দীৰ্ঘেচাৰীৰ পহুচোঙ্গৰ টঙ্গিত উঠি পহু মাৰিছে, এনেতে বহুত বান্দৰ আহি টঙ্গিঘৰৰ ওপৰত উঠিলহি, চন্দ্ৰতাপতো উঠিল, একোৰূপে খেদিব নোৱাৰিলে। ৰজাদেও টঙ্গিৰপৰা নামি গুলিয়াই মাৰিব দিলে। পাচে আহোঁতে কানাইবৰখিবোৱা গড়ত প্ৰবলচিঙ্গ হাতীৰ আগে দোলাকাখৰীয়া এটা জাওঁপুৰ দি ধৰিলে, তাৰ দাঁতৰ মাঝত সোমাল, দান্ত গাত নবহিল। এৰাই লৰ মাৰোতে চাব দি ধৰি মূৰৰ চেলেঙ্গ কাপোৰখান আনি চোবাই খাই উন্মত্ত হৈ গড়ৰপৰা বাগৰি তললৈ মুণ্ডকৈ খাৱৈত পৰিল। পুখুৰীপৰীয়া বুঢ়াগোহাঁই সেইবেলা তাৰ মাউত, তেওঁ হুইঁকি তাৰ মূৰতে ৰল, নপৰিল। পাচে ৰাজাদেৱে তাৰ লগত হাতী দুটা আৰু মানুহো ৰখীয়া দি বুলিলে, হাতী ভাল নহয়মানে নতুলিব। এইবুলি আহিল। ২৪৬ ॥

**মোগল ৰাজ্য আক্ৰমণৰ উত্তম।**—আৰু পূৰ্ব্বে ৰাজাদেৱে ঢকা মাৰিবলৈ ভাদৰ দিনত লাইথপনা গোহাঞিৰ পুতেক বৰগোহাঁই, কুঁৰৈগয়া ফুকন-বুঢ়াগোহাঁই, কেন্দুগুৰীয়া ডেকা বৰপাত্ৰ-গোহাঁই, এই তিনিজনা ডাঙ্গৰীয়া প্ৰমুক্ষে বৰুৱা ফুকন সমস্তেতো সুধিলে বোলে, "মঞি ঢকা সীমাকৈ ৰঙ্গাগঢ়াৰ পৰা এই ৰাজ্যখানি মাৰিবলৈ মন কৰো, তোমালোকে কি বোলা?" কেন্দুগুৰীয়া বৰপাত্ৰ-গোহাঁয়ে মহাৰাজাৰ কথাতে ভৰ দি বোলে, "স্বৰ্গদেৱে উত্তমহে সুধিছে। কৰতীয়া গঙ্গা সীমা কৰি আমাৰেহে ৰাজ্য। আমি মন-কাণ নেদিবৰ দ্বাৰাইহে শত্ৰুৱে লৈছে। ৰাজা হলে পৰশত্ৰুক মাৰি আপুনাৰ সীমানা ৰাখি ৰাজ্য লৱনেসে যোগ্য। আৰু নাও-নাৱৰা আহিলা-পাতি বহুতো হুইছে। স্বৰ্গদেৱৰ আজ্ঞা হলে, তাক মৰা যাব।" কুঁৰৈগঁয়া ফুকন বুঢ়াগোহাঁয়ে বোলে, "স্বৰ্গদেৱে উত্তমহে সুধিছে, বৰপাত্ৰ-গোহাঁয়ে উত্তমহে কৈছে। স্বৰ্গদেৱৰ পূৰ্ব্বে পুঁলিন ৰাজাদেৱে তেজশক্তিৰ [illegible] ৰঙ্গামাটি চৰাই কৰতোৱা গঙ্গাত খাগু

পখালি গৈছে। তেতিয়া তাক আচুল হেন দেখি গুৱাহাটীত থানা কৰি মানাহা সীমাকৈ গৈছে। জয়ধ্বজ ৰাজাদেৱৰ দিনত এনে আহিলা-পাতি বহুত আছিল, তত্ৰাপি নাম হল ভগনীয়া ৰাজা। অস্ত্ৰ-শস্ত্ৰ আাহলা-পাতি সমস্তো জড়। স্বৰ্গদেৱৰ বন্দী-বেটাহে চেতন, সেয়ে চলালেহে চলে। তাৰো বলাবল বুজিব লাগে, শত্ৰুৰো বলাবল বুঝিব লাগে। জয়-পৰাজয় দুয়ো আছে। আকৌ বিশেষৰূপে বুজিহে বাঢ়িবলৈ ভাল হেন দেখি। তত্ৰাপি স্বৰ্গদেৱে যি বুলিব সেইয়েহে হব।" ৰাজাদেৱে খঙ্গ কৰি বোলে, "সৰ্ব্বকালে গোহাঁই-বোৰৰ এনেহে কথা", এই বুলি বিদায় দিলে। পাচত বৰুৱা ফুকন সমস্তে বোলে, "স্বৰ্গদেৱ, গোহাঁইবোৰক নালাগে, আমাক আজ্ঞা কৰোক, ঢকা সীমা কৰি আমি মাৰোগৈ।" ২৪৭ ॥

**ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৃত্যু।**—পাচে ৰাজাদেৱে বৰদুৱাৰ মুখৰপৰা লুইতলৈ আলিৰ দুইফালে খলা চিকনাই ৰাজ্যক পুহিলে। ৰাজাদেৱে ওলাই গৈ আলিৰ দুয়োফালে সকলো প্ৰজাৰ আনন্দক ঠাইঘৰ এটি কৰিছিলে। তাতে বহি গৈ সকলো ৰাজ্যে আশীৰ্ব্বাদ কৰিলে, তাতে ৰজাদেৱৰ গা বেয়া কৰিলে, ঘৰলৈ আহিল। সেইদিনাৰেপৰা নৰৰিয়া টান হৈয়েহে গল। আৰু নগৰ বহল কৰিবৰ মনে হেৱালি পৰ্ব্বত খানি খহোৱালে, ৰাতি সপোন দেখালে বোলে, বিধতাৰ নিৰ্ম্মাণ পৰ্ব্বত, তাক যে খহালি এতেকেহে নৰৰিয়া পৰিাল। পাচে পুৰ্ব্বৱতে পৰ্ব্বত বন্ধাই গছ-লতা এইসকলো ৰুলে, অনেক দান-দখিণাকো কৰিলে, তত্ৰাপি সুস্থ নহল। নৰৰিয়া পৰিবৰপৰা আঠদিনৰ মূৰত দেৱবাৰে এপৰ বেলি আছোতে শ্ৰীশ্ৰীৰুদ্ৰসিংহ মহাৰাজা স্বৰ্গী হল। ১৬৩৩ [ ১৬৩৬ ] শকৰ ভাদ্ৰৰ মাসত। ভোগ্য ১১ [ ১৮ ] বছৰ ৬ মাহ। ২৪৮ ॥

**স্বৰ্গদেৱ শিৱসিংহ।**—সেইবেলাই বৰজনা গোহাঁইক ৰৰচ'ৰাতে হেঙ্গলাঙ্গত বহুৱাই তিনিজনা ডাঙ্গৰীয়া প্ৰমুক্তে বৰুৱা ফুকন সকলেও সেৱা কৰি ৰজা পাতিলে। পাতৰ বৰফুকনত সংশয়ে সেইৰাতি

সকলেও অস্ত্রে-শস্ত্রে সাৱধান হৈ বৰচ'ৰাতে ৰজাদেৱক আৱৰি উজাগৰে আছিল। আৰু বৰত্নৱাৰত আছিল দুৱৰা ভিতৰুৱাল ফুকন, পানীদুৱাৰত মিৰি-সন্দিকৈৰ দিহিঙ্গীয়া ফুকন। ২৪৯ ॥

**নাচনিয়াৰ ছোৱালীৰ মৃত্যুদণ্ড।**—আনাদিনা উজাই আহিবলৈ যুক্তি হল। এনেতে ৰাজাদেৱৰ লগত যাবলৈ ওলোৱা তিনিজনী নাচনিয়াৰ ছোৱালী, তাৰ এজনী অশুচি হল, এতেকে চাৰিদিন সেই নিয়মে থাকিল। শুক্রবাৰে মৰাজনা ৰজাদেৱক নাৱত তুলি ঘনচাম পাচনি বৰাক পঠাই সেই তিনি ছোৱালীক চেপি মাৰি ঠেঙ্গতলতে দিলে। ২৫০ ॥

**শিৱসিংহ স্বৰ্গদেৱৰ শিঙ্গৰীঘৰ আৰোহণ।**—পাচে কুঁৱৰীগঁয়া ফুকন-বুঢ়াগোহাঁই, ওপৰজনাৰ পুতেক বৰচেটিয়া গোহাঞি দুজনাক মূৰকৈ দি উজাই পঠালে। পাচে ৰাজাদেৱে বৰফুকনক বন্দী কৰি লৈ উজাই আহি ৰঙ্গপুৰলৈ আহিল। মৰাজনা ৰজাদেৱক চুণপোৰাত থলেনি। তাতে একপক্ষৰ মূৰত আহিনত ফুকন-বুঢ়াগোহাঁইৰ মৃত্যু হল। কাতিত ৰাজাদেৱৰ মৈদাম বান্ধিলে। আঘোণত কৰ্ম্ম কৰিলে পৰ্ণদাহ কৰি। সমস্তে মহাজনসৱক আনি সভা কৰি দান-দখিণা কৰিলে। ফাগুনত শিঙ্গৰীঘৰ উঠি সিংহাসনত বসিল। নাম ললে শিৱসিংহ। সাতদিন ৰঙ্গ-আনন্দ কৰি তিনিজনা ডাঙ্গৰীয়া প্রমুক্ষে সকলকো বঁটা-প্রসাদ যোগ্যানুৰূপে দিলে। আতপাচে বহাগত আওবৰ কৰলে। ২৫১ ॥

**নাচনিয়াৰ ফুলমতী।**—লাখটকীয়া কোচৰ ঝীয়ৰী ৰাজাদেৱৰ ধাই আছিল। সেই ধাইকো চাঙ্গত তুলিলে। আৰু চিনাতলীয়া নটৰ ঝীয়ৰী, নাম ফুলমতী, নাচনিয়াৰ আছিল। তেওঁকে বৰকুঁৱৰী পাতি বৰৰজা নাম দিলে, ছত্রো দিলে, হস্তীতো তুলিলে, ভায়েকক বৰপাত্র পাতিলে। দদায়েক এটাক তিপমীয়া ফুকন পাতিলে, এটাক ঢেকিয়াল বৰুৱা পাতিলে। আহমৰো পূৰ্ব্ব ধাৰাণ গুচাই মৰাক পোৰালে, আৰু ঠাকুৰীয়া মহাজনসকলক আনি আউনিআটিত

গড়মূৰত সেৱা কৰাই শ্ৰীমূৰ্ত্তি ভাগৱত শালগ্ৰাম দেউৰি ভাগৱতী দি পূজা সেৱা কৰিব দিলে। আৰু অনেক অপকাৰ কৰিলে। এই এক দোষ। আৰু ফুলবাৰীক এৰি সমস্তো দেৱালয়ৰ মূৰ্ত্তিসকল অনাই সোণাৰিজানৰ বাহৰত থাকি লুইতত সেই মূৰ্ত্তিসকলক পেলোৱালে। পাচে শিলৰ পিতলৰ প্ৰতিমা কৰাই স্থানে স্থানে দিলে। এই এক দোষ। আৰু নামদাঙৰ কোলত পুখুৰী খানি দ'ল বান্ধি নাম থলে গৌৰীসাগৰ। পাচে সেই দোষে যুক্তি হৈ অনেক ললাট ভুঞ্জি মৰিল। ২৫২ ॥

**দ্ৰৌপদী পৰ্ব্বতীয়া কুঁৱৰী।**—আতপাচে তেওঁৰে সৰু ভনীয়েকক দিছিল মিৰি-সন্দিকৈৰ সলাল বৰগোহাঁইত। তেওঁৰে ফালৰ ছুটা লৰা হল। এনেতে ৰজাদেৱে কাঢ়ি আনি পৰ্ব্বতীয়া কুঁৱৰী পাতিলে, এখেতো লৰা এটা হল, তিপাম ৰজা পাতিলে। আগৰ ছুটাৰ এটাক বৰগোহাঁই, এটাক শদিয়াখোৱা পাতিলে। আৰু কলঙ্ঘুপৰীয়া গোহাঞিবোৰৰ গাৱঁৰ কাখৰত পুখুৰী এটা খানি দ'ল বান্ধি মঠ-মণ্ডপ কৰি উৎসৰ্গি নাম থলে শিৱসাগৰ। আতপাচে উত্তৰে চিনাতলি বাহৰ কৰি তালৈকে ৰজাদেৱো সহিতে গৈ মাছপছু মাৰি ৰঙ্গ কৰিলে। তাতে শূল ধৰি পৰ্ব্বতীয়া আইকুঁৱৰী মৰিল। শ আনি পৰ্ব্বতত মৈদাম বন্ধালে। চিনাতলি বাহৰত যি ঠাইখানিত মৰিল তাতো দ'ল বন্ধালে। ২৫৩ ॥

**পুখুৰীপৰীয়া বুঢ়াগোহাঁই।**—সেই সময়তে ৰাইলুঙীয়া ডেকাজনা বুঢ়াগোহাঞি কাতিত মৰিল। আঘোণৰ ৯ দিন যাওঁতে দেওবাৰে শিৱসিংহ মহাৰজা চৰাইদেৱৰ ঘৰতে খুনমুঙ্গ কৰিবলৈ গৈ পুখুৰী-পৰীয়া বৰা মাউত-গোহাঁইক ৰজাদেও থকা ঘৰৰ ভিতৰলৈ সুমাই নি গোহাঞিৰ মূৰত মহাৰজাৰ চৰণ দি আশীৰ্ব্বাদ কৰি বোলে, "তোক মই গোহাঁই পাতিলো, মোৰ আশীৰ্ব্বাদে চিৰজীৱী হৈ থাকিবি। বৃদ্ধ অৱস্থা হৈ আঠুতে মূৰ লাগোক।" এইবুলি তামোল এমুঠি দিলে। আৰু কাপৰ ছুসাজ দি বোলে, এসাজ কাপৰ পিন্ধি কথা

শুনি গোহাঁই হবি, যাওঁতে এসাজ পিন্ধি ঘৰলৈ যাবি। এইবুলি ওলাই গৈ চ'ৰাৰ টুপত থাকিব দিলে। পাচে মজিন্দাৰক অনাই শিখাই গোহাঁই পাতিব দিলে। মজিন্দাৰো গৈ চ'ৰাৰ টুপতে মহাৰাজাৰ আজ্ঞা শুনাই গোহাঁই পাতি বোলে, গোহাঁই তোমাক দেৱতা এইখান বুলিছে, বোলে, "আগে যেনেকৈ মোত আপাহ লগালে, সেই আপাহক পাইহে গোহাঁই পাতিছোঁ। পাচলৈকো যদি কোনো আপাহ পাম, তেবে গোহাঁইৰ যি চাউলকানি হল পো-নাতিলৈকো ৰহিব।" পাচে গোহাঁয়ে বোলে, "স্বৰ্গদেৱে যি বুলিছে, আপাহ পাইহে গোহাঁই পাতিছে, মই স্বৰ্গদেৱৰ চৰণত কোনোৰূপে আপাহ কৰিছো ই নহয়, কিন্তু সেৱাৰ লব্ধ ঈশ্বৰ সেৱাতে সন্তোষ হৈ আপোনাৰ গুণকে প্ৰকাশ কৰেহতে, তেহে মোৰপৰা কোনো আখাৰ নহয়। আৰু যি বুলিছে পাচলৈকো আপাহ পাব লাগে, সিয়ো মোৰপৰা নহয়। মাতৃৰ গৰ্ভত থাকোঁতে বালকক ঈশ্বৰে অনুগ্ৰহ কৰি শিখাবোধ দি জন্ম কৰাই সেই ঈশ্বৰে। স্বৰ্গদেৱে যদি শিখাই-বুজাই লৈ কোনো কাৰ্য্য-কামত আপাহ পাই, তেবেসে মোৰো চাউলকানি হুব, পো-নাতিলৈকো ৰহিব। মোৰপৰা কোনো-ৰূপে নহয়।" পুতেককো লড়িগোহাঞি পাতি ছুটা ঘোৰা দি বোলে, আতে উঠি দুয়ো বাপেক-পুতেক ঘৰলৈ যাউক। ২৫৪॥

**আঁকৰীগাভৰু সৰ্ব্বেশ্বৰী বৰকুঁৱৰী।**—আতপাচে মাহুৰিয়াল লাইথপনা বৰগোহাঁইৰ পুতেক ভগাজনা সলাল বৰগোহাঁইৰ জীয়েক আঁকৰীগাভৰুক কালুগঁয়া বৰপাতৰে নিছিলে। তেওঁকে আনি মহাৰাজা বৰকুঁৱৰী পাতিলে। ১৬৬১ শকত। ২৫৫॥

**শিৱসিংহ স্বৰ্গদেৱৰ মৃত্যু।**—১৬৬৫ শকৰ পুষত নেজলগা তৰা এটা ওলাইছিলে। পুষ, মাঘ, ফাগুন, তিনি মাস আছিল। ১৬৬৬ শকৰ আঘোণৰ ১০ দিন যাওঁতে শুক্ৰবাৰে চাৰিদণ্ড ৰাতি আছোতে শিৱসিংহ মহাৰাজা স্বৰ্গী হল। ২৫৬॥

**উগ্ৰসিংহ ভিপাম ৰজাৰ সিংহাসনলৈ উত্তম।**—চাৰিঙ্গৰজা,

বাটঘৰীয়া গোহাঁই, ভোবোলা গোহাঁই, কালশিলা গোহাঁই, এই চাৰি ভায়েক কোলতে আছিল। পুতেক তিপাম ৰজা অন্তৰ্জলৰ গাঁতত পানী দি ভৰিৰ বুঢ়াআঙ্গুলিত ধৰি আছিল। পুখুৰীপৰীয়া বুঢ়া-গোহাঞি, কালুগঞা বৰপাত্ৰ-গোহাঞি, মাহুৰিয়াল সলাল মৌ তেওঁৰে ভায়েক বিৰাই ন-ফুকন, দদায়েক কথাসোধা ফুকন, বকথিয়াল ৰূপচন্দ্ৰ বৰবৰুৱা, লানমুখৰ ভিতৰুৱাল ফুকন, ছুৰবা বৰফুকনৰ পুতেক অভইপুৰীয়া ফুকন, আনো দুই-চাৰি চমুৱা বৰুৱা এইসকলো মহাৰাজাৰ কোলতে আছিল। মিৰি-সন্দিকৈৰ দিহিঙ্গীয়া ফুকন মাজৰ দুৱাৰত আছিল। হাতীবৰুৱা ডেকাফুকন চ'ৰাৰ উজনি টুপতে আছিল। বকথিয়াল ৰাজনেওগ চ'ৰাৰ মাঝতে আছিল।

এনেতে কালুগঞা বৰপাত্ৰ-গোহাঁই, দিহিঙ্গীয়া বৰগোহাঁই, দিহিঙ্গীয়া নাওবৈচা ফুকন, এই তিনিয়ে তিপাম ৰজাৰ ফাল হৈ ভিতৰুৱাল মানুহ লিগিৰা প্ৰমুক্ষে সমস্তে এঠাই হৈ তিপাম ৰজাক ৰজা পাতিবলৈ মন্দিলে। মহাৰাজা স্বৰ্গী হলতে তিপাম ৰজা ৰজাদেৱৰ ভৰি এৰি উঠি আহি গা ধুই দা, বাৰু, বৰচা, যাঠি, কাণ্ড, ধনু লোৱাই ওলা বুলি সাষ্টম হল। এনেতে পুখুৰীপৰীয়া বুঢ়াগোহাঁই বকথিয়াল বৰবৰুৱায়ে তিপাম ৰজাক বুলিলে বোলে, "ৰজাৰ ভাই ৰজা আছে, ৰজাৰ পো ৰজা আছ। তইঁতে ৰজা নুহই কোনোবা হুবনিকি? লিগিৰা লৰাৰে যে সাষ্টম হৈ ওলাইছা, ক'তবা ৰণ হৈছেনেকি? তিনিজনা ডাঙ্গৰীয়া, বৰুৱা ফুকন সমস্তে পাতিলেহে ৰজা হুব পাই। লিগিৰাপোৱালিয়ে পাতিব পাইনিকি?" বুঢ়াগোহাঁয়ে চাৰিঙ্গৰজাক বুলিলে, কি চাইছ, তিপাম ৰজাৰ হাতত ধৰ। এই বুলিলতে হাতত ধৰিলে। চাৰিঙ্গৰজাৰ হাতত দা আছিল। তিপাম ৰজা দা গুচা বুলি আজোৰ মাৰিলে। বুঢ়াগোহাঁয়ে বোলে, মোৰো সৰু দাখানি দে। বুঢ়াগোহাঁয়ে বোলে, যি দা দিবি তাৰ পেটৰ লৰাকো চিৰি কাটিম। এই বুলি চাৰিও ভায়েকক তিপাম ৰজা সহিতে উলিয়াই আনিলতে মিচাঙ্গত ভিতৰুৱালমখায়ে ভেঁটি

ধৰিলে। এনেতে বুঢ়াগোহাঁয়ে বৰুৱাক বোলে, কি চাইছ? কাটিলেচোঁ। এনেতে চাংমাই লিগিৰা লাইধনে দা এখান আনি দিলে। সেই দা হাতত লৈ টোৱালতে ভাগিল। ওলাই আহি বাটঘৰ পালেহি। তাতো তেনেকৈ ভেঁটি ধৰিলে। ২৫৭ ॥

**প্ৰমত্তসিংহ ৰজালৈ বুঢ়াগোহাঁইৰ উপদেশ।**—সেইৰূপে সিহঁতকো বোলামতাকৈ ভঙ্গাই দোলাকাখৰীয়া চ'ৰা পালেহি। তাতো লুখুৰাখনৰ চাৰিকুৰি বাৰুৱতীয়েৰে তাৰে ভিতৰৰ দিহিঙ্গীয়া নগা লিগিৰায়ে ধৰিলে। তাকো সেইৰূপে ভঙ্গাই আনি বৰচ'ৰা তুলি বুঢ়াগোহাঁয়ে, বৰবৰুৱায়ে বুলিলে, "চাৰিঙ্গৰজা তোমাক আমি ৰজা পাতিলোঁ।" এইবুলি বুঢ়াগোহাঁয়ে হাতত ধৰি হেঙ্গলাঙ্গত তুলি বোলে, ৰজাৰ ভাই ৰজা হল, বৰুৱা ফুকন প্ৰমুক্ষে সকলো ৰাজ্যে সেৱা কৰ। পাচে সকলেও সেৱা কৰিলে, বুঢ়াগোহাঁয়ে ৰজাদেৱক বুলিলে, "তোমাক মহাপ্ৰভু ৰাজপদক দিলে। সন্তক পালন, দুষ্টক দণ্ডি, প্ৰাণীৰ সুখ-দুখ বিচাৰ, তোমাৰ ইহে ধৰ্ম্ম। আৰু ডাঙ্গৰ বৃক্ষৰ আশ্ৰয়ত যেনেকৈ তাপ আদিক নাপাই ককাই ৰজাদেৱৰ আশ্ৰয়তে তেনেকৈ দেৱকো দেশৰ প্ৰজাৰ দোষেগুণে নাপাইছিলে। আজি ধৰি পৰমেশ্বৰে দোষ-গুণৰ আশ্ৰয় কৰালে। যি কাৰ্য্যৰপৰা দোষ হই, যি কাৰ্য্যৰপৰা গুণ হই, আকো স্বৰ্গদেৱে নিয়ম কৰিব লাগে। আৰু তোমাৰ তিনিটি ভাই আছে, ইবোৰকো পুত্ৰৱতে প্ৰতিপালন কৰিব লাগে। ইবোৰেও পিতৃবোধে সেৱা কৰিব লাগে। পাচলৈকো বৰ-সৰু ক্ৰমে প্ৰৱৰ্ত্তিব লাগে। আৰু তিপাম ৰজাকো নেৰিবা। পুত্ৰৱতে স্নেহ দায়া কৰিবা।" এইবুলি বুঢ়াগোহাঁই শ ধুৱাই কাপোৰ জাপিবলৈ চাঙ্গলৈ উঠি গল। মাঘৰ ২০ দিন যাওঁতে দেওবাৰে শিৱসিংহ ৰজাক বুঢ়াগোহাঁয়ে পৰ্ব্বতত নি মাটি দিলে। ২৫৮ ॥

**ৰাজদ্ৰোহীৰ দণ্ড বিধান।**—যাতো ৰাজদ্ৰোহক মন কৰিলে, এতেকেহে কালুগঁয়া বৰপাত্ৰক ভাঙ্গি কেন্দুগুৰীয়া বৰপাত্ৰৰ পুতেকক

বৰপাত্ৰ পাতিলে। দিহিঙ্গীয়া বৰগোহাঁইক ভাঙ্গি লাইথপনা বৰগোহাঁঞিৰ পুতেক খামচং গোহাঁইক বৰগোহাঁই পাতিলে। আতবাজে ঢেকিয়াল বৰুৱা, তাৰে পুতেক লড়িগোহাঁই, তিপমীয়া ফুকন, লিগিৰা বিৰহ নগা, আনো বাৰুৱতী প্ৰমুক্ষে সকলো লোৱা লগাই হাতীশালত বন্দী কৰি থলে। ফাগুনত মহাৰাজাৰ কৰ্ম্ম কৰিলে। সকলো মহাজনসবক অনাই হৰিসেৱা কৰাই অনেক দান-দখিণা কৰিলে। চৈত্ৰৰ দ্ৰোহীসকলক সোধপোচ কৰি অল্প দাই যিসবক পালে, তাক দণ্ড কৰি ঘৰলৈ খেদিলে। তিপমীয়া ফুকনক, ঢেকিয়াল বৰুৱাক, তাৰে পুতেক নগা, আনো দুৰাচাৰিক নাক-কাণ কাটি দণ্ড কৰি তেজিত পাতিলেনি। ২৫৯ ॥

**প্ৰমত্তসিংহ স্বৰ্গদেৱৰ শিঙ্গৰীঘৰ আৰোহণ।**—১৬৬৭ শকৰ আহাৰৰ তিনিদিন আছোতে শুক্ৰবাৰে পুৱাতে শিঙ্গৰীঘৰ উঠিল। দুপৰ চাৰিডাঁৰ মৰাত তিনিজনা ডাঙ্গৰীয়া গৈ ৰজাসেৱা কৰি তিফাইত মাটি দি ওলাই আহিল। পাচে ৰজাদেৱে মিঠাবগৰী হাতীক পৰ্ম্মাই মাউতক আনিব দি টঙ্গি বন্ধাই তাঙ্গকাকৰেপৰা উঠি চেং আনিবলৈ গল। চেংঘৰতো হাতীৰপৰা চাঙ্গলৈ উঠি ডিঙ্গিত চেং লৈ সেইৰূপে আহি তাঙ্গকাকে নামি গৈ খাইলতৰ কোঠাত আঁৰকাপৰ তৰি তাৰ ভিতৰতে ডিঙ্গিত চেং লৈ বহি আছিল। আঁৰকাপৰৰ বাজে উত্তৰা-দখিণাকৈ সিংহপীৰাত পাতিছিলে, তাতে উঠিবলৈ সিংহপছুৰ খুৰাৰে উত্তৰফালে চাপৰ-ওখ ক্ৰমে তিনিখানি পীৰা পাতিছিলে। তিনিৰ ওপৰতে তিনিখানি তলচা। সেই সিংহপীৰাত উঠুতে বুঢ়াগোহাঞে সোঁহাতৰ ফালৰ পূবৰ খুৰাত, বৰগোহাঁয়ে ধৰিছিলে পচিমৰ খুৰাত, বৰপাত্ৰই বৰবৰুৱাই দখিণ দুই খুৰাত। সিংহপীৰাত এক সিংহৰ ঠগাৰ নিয়মে। তাৰ ওপৰত সিংহপশু লগোৱা টঙ্গিপীৰা পাৰিছিলে। সেই টঙ্গিপীৰাতে পচিমৰ ফালে সাপ এটা কৰিছিল। ৰজাদেৱে ডিঙ্গিত চেং লৈ দখিণৰ মুখে বুঢ়াগোহাঞিৰ মূৰত হাত দি সেই সিংহপীৰাত উঠি পূবলৈ মুখে পছিমলৈ পিঠি দি সেই সাপতে আউজি

বহিল। বাইলুঙ্গে বাখাম কৰিলে, ন-জাই হিলৈ মাৰিলে, বৰঢাক আদি কৰি সমস্তো বাদ্য বজালে।

সেই সময়ত ৰজাদেৱে তিনিজনা ডাঙ্গৰীয়া, বৰবৰুৱা, আহম ভণ্ডাৰ বৰুৱা, বাইলুঙ্গ তিনিটা, আতবাজে কেও নাই। নামোতে বুঢ়াগোহাঞিৰ মূৰত হাতদি নামিল। দেওধাইবোৰে সোমাই গৈ বাখাম কৰিলে, ৰজাদেৱে আঁৰকাপৰৰ ভিতৰত চেং থৈ আহি টুপত নড়াপীৰাত বহিলহি। তাতে ভণ্ডাৰী বৰুৱাবোৰে তামোল, পাণ, চাউল, হাঁহকণী, কাপৰ লৈ লিখন কৰিলে। আঁৰকাপৰ দাঙ্গিলত তিনিজনা ডাঙ্গৰীয়া প্ৰমুক্ষে বৰুৱা ফুকন সমস্তেও ন-বাৰ সেৱা কৰিলে। সকলো ওলাই আহিল। ডাঙ্গৰীয়াসকল চটাইচৰাতে বহিলহি। হোলোঙ্গত সকলেও সাজ খালে। আতবাজে তুড়াঁৰ বেলি, আছোতে ন-খুপীয়া সিংহাসনত বসিল। তাতে তিনিজনা ডাঙ্গৰীয়া লিখন কৰি বৰুৱা ফুকন সমন্বিতে সাতবাৰ সেৱা কৰিলে।

সিংহাসনৰপৰা নামি হোলোঙ্গৰ উজনিফালে মথৰিৰ কাখৰত নড়াপীৰা পাৰি তাতে উঠি থিয় হুই যাঠিয়েৰে খুচি শুকুলা ম'হ এটা মাৰিলে, তিনিজনা ডাঙ্গৰীয়াও ক'লা ম'হ এটা মাৰিলে। সাতোদিন এইক্ৰমে মাৰি ৰঙ্গ-আনন্দ কৰিলে। চেঙ্গকো অনা নিয়মে আঠদিনৰ দিনা নি দেওঘৰত থৈ আহোতে দোলাৰে আহিল। ডাঙ্গৰীয়া সকলো চটাইচ'ৰাতে নিয়মে বহি আছিল। সেই সময়তে ৰঙ্গ-আনন্দ চাবৰ অৰ্থে জয়ন্তা কছাৰীৰ কটকীক মহাৰাজা বৰুৱা সহিতে সমালোচন হৈ আনিব দিলে। পাচে তিনিজনা ডাঙ্গৰীয়াত সুধিলে। বৰগোহাঁই বৰপাত্ৰ বোলে, এনে সভালৈ আনিব লগা। বুঢ়াগোহাঁয়ে বোলে, জয়ন্তা কছাৰী তুখান ৰাজ্য স্বৰ্গদেৱৰ পুথাও-পুলিনৰ থাপিত-সাঁচিত। স্বৰ্গদেৱৰ বুপা ৰজা সিহঁতৰ অপৰাধ পাই তুয়ো ৰাজ্য মাৰি তাৰ পাত্ৰ-মন্ত্ৰী সমন্বিতে ৰাজাক ধৰি আনিলে। সেয়ে যি নিৱন্ধ কৰি গল কছাৰী তাতে ৰহিল, জয়ন্তা নৰহিল। সেই অপৰাধতে ১৪ বৎসৰ বন্দী কৰি থৱা হৈছে। কছাৰীক সভা দেখাব লাগে।

জয়ন্তাক দেখাবলৈ ভাল নহয়হেন দেখি। যদি দেখুৱা হল, এই ১৪ বৎসৰ বন্দী কৰি থবৰ প্ৰয়োজন নহল। তথাপি আনি সভা দেখালে। ৰজাদেৱৰ লিখনত বৰফুলাম কাপোৰ কুনমিনে সহিতে সাজকাপোৰ এশৰাই, সোণ পাঁচটকাৰ টেমি এটা, তিনি টকাৰ বৰৈ দিয়া কেৰু একজোৰ, দুই টকাৰ কলক এজোৰ, ২৮ ৰূপৰ বটা এটা, দুই টকাৰ কলক এজোৰ, গাহৰি দুটা, কুকুৰা দুইজোৰ, ৰাজহাঁহ দুইজোৰ, বন্দী-বেটী দুটা, মতা ম'হ ২টা, খীৰতী গৰু ১ হাল।

পাঁচ দিনৰ মূৰত মঙ্গলবাৰে ২ পৰ ৪ ডাঁৰ মৰাত তিনিজনা ডাঙ্গৰীয়া গৈ টুপৰপৰা সেৱা কৰিলে। বৰগোহাঁইৰ ঝী বৰজনা আইকুঁৱৰীদেৱক ঘৰৰ মাজতে বহিছিলে। গাইপতি ৩০ শৰাইয়েৰে বৰফুলাম কাপৰেৰে সাজকাপৰ একো শৰাই, সোণ ৫ টকাৰ টেমি হাৰকলক ২, ২৪ ৰূপৰ বটা এটা, কলক ২, বেটী ১, ম'হ এজনী, খীৰতী গৰু ১ হাল, গাহৰি ২, হাঁহ ১ জোৰ, কুকুৰ ২ জোৰ দি সেৱা কৰিলে। মাঘত আওবৰ ৰুলে। ২৬০ ॥

**স্বৰ্গদেৱৰ চ'ৰাত ৰাণীৰ ৰূপ কটকী।**—১৬৬৭ শকৰ ফাগুনত বুঢ়াগোহাঁয়ে ৰাণীৰজাৰ ৰূপক তুলিলে। বিদ্যানিবাস কটকীয়ে ভেটালে। পাচে বুঢ়াগোহাঁয়ে বোলে, বিদ্যানিবাস, ৰাণীৰ ৰূপত সোধ, সি যেখন আছে স্বৰ্গমহাৰাজাৰ বন্দী-বেটা থলপৰ্ব্বতৰ সকলৰো কুশল? ই আহিবৰ বা কতদিন হল, পথত আহোঁতে বা ভয়-সংশই কি পালে? বিদ্যানিবাসে সুধিলত ৰাণীৰ ৰূপে বোলে, আমি যেতিয়া আহোঁ স্বৰ্গমহাৰাজাৰ বন্দী-বেটা থলপৰ্ব্বত সকলৰো কুশল, আমি আহিবৰ অহা-থকাই পাচ পক্ষ হৈল। পথে-ঘাটেও ভয়-সংশয় নেপালোঁ। গোহাঁয়ে বোলে, স্বৰ্গমহাৰাজৰ বন্দী-বেটা থলপৰ্ব্বতৰ ইহতে সমন্বিতে যে কুশলে থাকিব আমাৰো অভিমত এইয়েহে। ৰাণীৰ ৰূপে বোলে, গাৰো মিকিৰ আমি, পৰ্ব্বতৰ মাজত থাকো, বাটৰ জেঙ্গ পথৰ কুকুৰ বুলি গৰু হাড়টো দিছিল। সেয়ে গুচিছে। আমাৰো বল টুটিল। তাকে পাই খাবৰ

নিমিত্তে সিহঁতে মোক পঠাই দিছে। আমি দেৱতা ঈশ্বৰক কিকৈ লাগ পাম, তিনিজনা ডাঙ্গৰীয়াৰপৰাহে হয়। গোহাঁয়ে বোলে, বিছানিবাস, ৰাণী ৰূপৃত ক, প্ৰভু ৰামচন্দ্ৰত বনৰ বানৰে ভক্তিৰূপে প্ৰাৰ্থনা কৰিলত তাৰো বাঞ্ছিত সিদ্ধ হৈছে। গাৰো মিকিৰ ইহঁতো তাৰেহে লগৰ মানুহ। স্বৰ্গমহাৰাজায়ো ৰামচন্দ্ৰ······( এইখিনিতে পুথিৰ অন্ত পৰিল, আৰু পাত নাই।—সম্পাদক। ) ২৬১ ॥

---

মাজুলীৰ শ্ৰীশ্ৰীবেঙ্গেনাআটি সত্ৰৰ অধিকাৰৰপৰা পোৱা বুৰঞ্জী পুথি।

# চতুৰ্থখন বুৰঞ্জী

## ওপৰজনা দিহিঙ্গীয়া ৰজাৰপৰা গৌৰীনাথসিংহ স্বৰ্গদেৱলৈকে

**ওপৰজনা দিহিঙ্গীয়া ৰজা।**—দিহিঙ্গীয়া ৰজাদেৱৰ শক লাক্লি তামৌ। আহোম নাম চুহুম্‌মুঙ্গ। ৰজা হুই তুই বৎসৰৰ পাচত চুটিয়াক যুজিছে। তাৰ ৰাজ্য মাৰি বহুত দ্ৰব্য পাইছে। এই আপাহতে ফুলুঙ্গ-খামপেঙ্গ বুঢাগোহাঁইক ৰাজমন্ত্ৰী গুচাই ফ্ৰাচেঙ্গ মুঙ্গক ৰাজমন্ত্ৰী পাতিছে। এই ফ্ৰাচেঙ্গমুঙ্গ গোহাঞেই চুটিয়া ৰজাৰ কেকোৰাদোলা-মাৰিকে ওপৰলৈ পোনাই তাৰ তলত পটী লগাই কেকোৰাদোলা কৰি স্বৰ্গদেৱকো দিলে, তিনিজনা ডাঙ্গৰীয়াও ললে। তলচাতো ৰঙ্গা হালধীয়া ক'লা কেপ দি স্বৰ্গদেৱকো দিলে, ডাঙ্গৰীয়া তিনিজনাও ললে। আৰু চকী হাট ঘাট ফাটৰ নিৰ্ব্বন্ধ কৰিলে, হিলৈচৰা পালে, আৰোয়ান ললে। বাৰে-বৎসৰ থাকি আইতনীয়া নৰাক মাৰিছে। তুই বৎসৰ থাকি দেৱৰ-গাঞো মৰঙ্গি মাৰিছে, কছাৰী মাৰিছে। তুই বৎসৰ থাকি উত্তৰকোলৰ বাৰে-ভূঞাক ধৰিছে। ভূঞাহতক জিনি বচোয়াল টঙ্গালি জমনড়া মমচাট কৌপতীয়া জাপি ললে। এক বৎসৰ থাকি সলাত গড় বান্ধিছে। এক বৎসৰ থাকি বটা টেমনি মাৰিছে। তিনি বৎসৰ থাকি তুৰ্ব্বকক যুজিছে। সেই তুৰ্ব্বকৰ যুদ্ধত আমাৰ গৰ্গঞা ৰজা, যুবৰাজা, দেৱৰাজা, তিনিজনা কোঞৰ দিহিঙ্গীয়া ৰজাৰ পুতেক সেই কোঞৰালি কালত সেই ৰাজাৰ আজ্ঞাৰেই তুৰ্ব্বকক যুজিছেগৈ। সেই যুদ্ধত ফ্ৰাচেঙ্গমুঙ্গ বৰগোহাঞি পৰিছে, ঘৈণীয়েক গাভৰুও পৰিছে।

তেওঁৰ পাচত যিজনাক বৰগোহাঞি পাতিলে তেওঁৰ নাম থাও-মুঙ্গকিলিংথাম, তেওঁ যুদ্ধতে পৰিল। চাঞচুংলুঙ্গ কুঙ্গৰিঙ্গ পৰিল।

সেই যুদ্ধত একুৰি স্নুণীয়া হেঙ্গদান পৰিল। পাচে কংচেঙ্গ বৰপাত্ৰ গোহাঞি আমাৰ লোকজনক লৈ বুৰীতে থৈ তাৰ লগ সোমাই ছলছন্দ কৈ তাৰ পাচভেঁটা দি অনেক লোকজন কাটি ভঙ্গালে। তাৰ ঘোঁৰা পালে ৮০০, হাতী পালে ৫। পাচে যুদ্ধ হাৰি আমাৰ স্বৰ্গনাৰায়ণ ৰজালৈ ওলভাৰ কন্যা দিছে। এই আপাহতে কংচেঙ্গক ৰাজমন্ত্ৰী পাতিছে।

আৰপৰে বিশ্বসিংহে আলচি মিত্ৰতাৰে বৰি বশ হল। আৰপৰে গৌড় পাৎশাৰে মিত্ৰতা কৰি কৰতিয়াত দ'ল বান্ধি তামৰ পত্ৰ কৰি হুহকি থাকি মানাহাত সীমা কৰিলে। কন্যাৰ লগত হাতী ছুটা, ঘোঁৰা ১৫, বেটী-বন্দী সোণৰ বিস্তৰ অলঙ্কাৰ দিছে। সেইৰূপে ওল দি আমাত বৰিলত পাত্ৰ-মন্ত্ৰী বৰা-বৰুক সমন্বিতে গৰ্গঞা ৰজাদেৱ আমাৰ দেশলৈ আহিল। সেই যুদ্ধ পুহত লাগিল, জেঠত ভাগিল। সেই কন্যাৰ নিমিত্তে দিহিঙ্গীয়া ৰাজাৰে গৰ্গঞা ৰজাৰে ছুয়ো বাপেক-পুতেকৰ বিৰোধ জন্মিল। যুজলৈ যি লোকজন বৰা-বৰুক গৈছিল সকলোএ গৰ্গঞা ৰজাৰ লগ ললে। সেইখনিকে জাঠিপোটা বোলে। সেই সময়ত নবড়া......[ দিহিঙ্গীয়া ৰজাৰ পাচত গৰ্গঞা ৰজা, পাচে খোৰাৰজা। এওঁলোকৰ বিষয়ে বৰ্ত্তমান পুথিত কথা নাই। —**সম্পাদক**। ] ২৬২ ॥

**স্বৰ্গদেৱ প্ৰতাপসিংহ**।—তেঞোৰে [ খোৰাৰজাৰ ] পুতেক প্ৰতাপসিংহ বুঢ়াৰজা হল। ৰজা ছুই চয়নীয়া নগাক মাৰিছে। কাঁড়ীক পীড়ন কৰি ৰূপ কড়ি কাপৰ দিছে। ডাগি পাতি ফুকন ৰাজখোৱা চমুৱা মেলভগীয়া ফুকন বৰুৱা পাতিছে। ৰজাৰো সিংহ-পৰাক্ৰম গতি। আতপাচে ডফলা মাৰি আনিছে। মিৰি মিচিমিকো মাৰিছে। পাচে কতদিন অন্তৰে যি কিছু পলৰীয়া অৱশেষ আছিলে ৰজাসেৱা কৰি খুত মাগি ললে দোপোণকৈ। ৰজাকো ডাঙ্গৰ আপাহ দি থাকে। আবৰ-বিবৰকো ধৰি আনি দিএ। চাৰিওমেৰৰ লোক কম্পমান হ'ল। এই সময়ত তনখাম বৰগোহাঞিৰ মৰণান্তে থামপাট

বৰগোহাঞি ৰাজমন্ত্ৰী। এই গোহাঁই ৰণত পৰাত কিছুদিন ৰাজমন্ত্ৰী নৌৰূপে আছিল, পৰে থকবক বুঢ়াগোহাঞিক পাতিলে মন্ত্ৰী। আঠ-চুকীয়া হিন্দু আখৰৰ ৰূপৰ মোহৰ মাৰিছে। ডিমৰুৱাৰ মঙ্গল ৰাজা ধৰিছে। তিনি বৎসৰ থাকি কছাৰী যুজিছে। সেই যুদ্ধত লোক-জন সহিতে বৰগোহাঞো সোন্দৰ গোহাঞো পৰিল। যাতো সোন্দৰ গোহাঞে আপোনাৰ ঘৰৰ ৰজাৰ দিকিৰপৰা বিপৰি বাৰ্ত্তা শুনি কাৰ্য্যত মন নিদিলে এতেকেহে কছাৰীএ কোঠ মাৰিব পাৰিলে। ৫ বৎসৰ থাকি চৈয়নাত গড় বান্ধিছে। দুবৎসৰ হাতী ধৰি শিকাই-বুজাই ভালকৈ লৈছে। ৩ জনা ডাঙ্গৰীয়াক দুটা দুটা দিছে। চাৰিঘৰ গণকক মাখুন্দী এটা এটা দিছে। দুই বৎসৰ থাকি ভড়লীত বঙ্গালক যুঁজিছে। তাক মাৰি-কাটি তাৰ অনেক অস্ত্ৰ-শস্ত্ৰ পাইছে।

এই জনাৰ দিনতে চাওপেত বুঢ়াগোহাঞে বুধিৰ বলে পঢ়িৰ ওপৰৰ কেঁকোৰামাৰি গুচাই পোনচালিমাৰি দি পঢ়িচাঙ্গী কৰি ফুকন-হঁতক দিলে, আৰু বঙ্গালৰ যুদ্ধৰ এক বৎসৰৰ পাচত চামধৰাত গড় বান্ধিছে। এক বৎসৰ থাকি হাজোৰ যুদ্ধলৈ থকবক বুঢ়াগোহাঞিক ৰাজমন্ত্ৰী পাতি পঠোৱাত তেওঁ যুদ্ধতে পৰিছে। ডাঙ্গৰীয়া ৰণত পৰাত আমাৰ সৈন্য পদাতি উজাই আহি চামধৰাত যুদ্ধ ধৰিলে। সেই যুদ্ধত নবাব মুদি ছেখ ফৰিদক ধৰি আনিলে। সেই দুই নবাবক ধৰি একবৎসৰ থাকি তুলসীজানত গড় বান্ধিলে। একবৎসৰ থাকি লুইতত পূজা কৰাইছে। একবৎসৰ থাকি ৰাজ্য পুহিছে। সেই বৎসৰেই গণক বামুণ বিচাৰি আনি দান-দক্ষিণা কৰিছে। একবৎসৰ থাকি বাহগড়া গড় বান্ধিছে। এই আপাহতে শুকটি তামূলী তিপমীয়া ৰাজখোৱাক বৰবৰুৱা পাতিছে। আৰু ৰণপলৰীয়া মানুহ চপাই বঙ্গালৰ ৰণত ৰখা আপাহতে লাঙ্গী পানীসিয়াক বৰফুকন পাতিলে। এইজনাৰ দিনতে ১৫৪২ শকত ভঁৰালী চেটিয়াৰ হতোৱা দেৱৰগাঞৰ দ'ল বন্ধাই বামুণ গণক শূদ্ৰ সেবাইত নিৰ্ব্বন্ধকৈ দিলে। এইজনাৰ দিনতে নবীনকৈ বৰমানুহ পতা গুইমেলা মোলান বৰগোহাঞি ১,

মৰাণৰ লাকু বৰপাত্ৰ ১, এঞোকে পৰে থকবকৰ মূৰে ৰাজমন্ত্ৰী পাতিলে। নাৰাঙ্গা হৈ মোমাইতামুলী বৰবৰুৱা মৰাত বুঢ়াগোহাঞিৰ ফৈদৰ হাতীপোৱালিক বৰবৰুৱা পাতিলে। বাৰভূঞাই গোচৰ দিয়াত ভণ্ডাৰী চেটিয়াক মাৰি তাৰে তামোলকটা ৰৌমৰীয়া গণকক তাৰ মূৰে বৰভণ্ডাৰৰ বৰুৱা পাতি তাৰ হতোৱা হাট ফাট ঘাট সোণোৱাল মূদৈ ইয়াৰো ধনৰ নিৰ্ব্বন্ধ কৰালে। আৰু ৰাইলুঙ্গত গড় বান্ধিছে। দুই বৎসৰ থাকি মিচিৰ বাপুক মৰা বাবে যজ্ঞ কৰি ব্ৰাহ্মণ গণকক দান-দক্ষিণা কৰিছে। মেচাগড়ৰ পুখুৰী খান্দিছে। সেই বৎসৰেই বৰজনা গোহাঞি মৰিছে। একবৎসৰ থাকি দেশ-দেশান্তৰলৈ কটকী চলাই স্বৰ্গৰাজাৰ প্ৰচণ্ড প্ৰতাপ শুনি বৰিল! এনেতে ৰাজা নৰিয়া পৰিল। ৰাজভোগ ৩৯ বৎসৰ, শ্ৰাৱণ মাহ দহ দিন গতে মৃত্যু। ২৬৩ ॥

**স্বৰ্গদেৱ জয়াদিত্য ভগাৰজা।**—এওঁৰে পুতেক ভগাৰজা হল। ৰজা হৈ শলগুৰিলৈ আলি বন্ধালে। হাতীপোৱালিৰ পুতেক লাহোক বৰবৰুৱা পাতিলে। পাচে এক দুষ্টালী কাম কৰাত এওঁক তিনিজনা ডাঙ্গৰীয়াই ভাঙ্গিলে। ৰাজভোগ ১ বৎসৰ। ২৬৪ ॥

**স্বৰ্গদেৱ চুবক্ফা নৰিয়া ৰজা।**—ভগনীয়া ৰজাৰ ভায়েক নৰিয়া ৰজা হুই ৩ বৎসৰ থাকি চুঙ্গিক মাৰিছে। পাচে লাকু বৰপাত্ৰৰ পুতেকক বৰবৰুৱা লাহোক মাৰি সৰুবুঢ়াক ৰাজমন্ত্ৰী পাতিছে। টুংচুক সন্দিকাইক বৰবৰুৱা পাতিলে। বানচাঙ্গক টমাক বৰপাত্ৰ পাতিছে। একবৎসৰ পাচত ৰজাক মাৰি পুতেক ৰজা হল। এওঁৰ দিনতে আৰোৱানত বগা গিলিপ। ৰাজভোগ চাৰি বৎসৰ। ২৬৫ ॥

**স্বৰ্গদেৱ জয়ধ্বজসিংহ।**—পুতেক ভগনীয়া ৰজা হুই সৰিয়হ বুঢ়াগোহাঞিক মাৰিছে। চাহিয়াত গড় বান্ধিছে। মাছখোৱাত গড় বান্ধিছে। ৫ বৎসৰ পাচত ভটিয়াপাৰৰ পুখুৰী খানিছে। আলিও বান্ধিছে। তামৰ ফলি মহজৰ এওঁৰ দিনৰপৰা। ৬ বৎসৰ থাকি ঢেকেৰিৰ ৰাজ্য মাৰি আনিছে। সৰুবুঢ়া

ৰবগোহাঁইক মাৰি লাঙ্গিচঙ্গক গোহাঁই পাতিলে। ৰাজাশহুৰক ৰাজমন্ত্ৰী পাতিছে। একবৎসৰ থাকি আমাৰ ৰাজ্য ভাগিছে। যবন আমাৰ ৰাজ্যত একবৎসৰ আছিল। নবাব আহিছিল মীৰ্জ্জামূলা। আমাৰ ৰাজাৰ জীকে মোক্ষ কৰি তিনিজনা ডাঙ্গৰীয়াৰ লৰা, ৰজা-শহুৰৰ লৰা, এইসকলৰ লৰাক ওল দিছে। ৰজাৰ জীৰ লগত সোণ-ৰূপ অলঙ্কাৰ বন্দী-বেটী বহুত দিলে ২০০,০০০ টকাৰ। সেইজনা আইদেৱ বাৎসাৰ মূক্ষ পটেশ্বৰী হল। এইসকলক ওল পাই আমাৰ ৰাজ্যৰপৰা ওলটি গল। এই সময়তে আপাহ পাই গণকৰ মউৰ পাচনীক মজুন্দাৰ বৰুৱা পাতিলে। বঙ্গালৰ লগত আমাৰ বুঢ়া-গোহাঁঞিৰ ভতিজাক ৰামৰাই গোহাঞি মৰিল, বাৰুকিয়াল বৰ-গোহাঞিৰ পুতেক ঢলা গোহাঞি মৰিল, কেন্দুগুৰীয়া বৰপাত্ৰৰ পুতেকো মৰিল। ৰজাশহুৰৰ পুতেক মৌপিয়া জীয়াই থাকিল। ৰাজভোগ ১৫ বৎসৰ। ২৬৬ ॥

**স্বৰ্গদেৱ চক্ৰধ্বজসিংহ**।—চাৰিঙ্গীয়া বৰজনা চক্ৰধ্বজসিংহ ৰাজা হল। ৰজা হুই ৰাজাশহুৰক মাৰি ৰাজমন্ত্ৰী বাঁহগড়ীয়া বুঢ়াগোহাঁইক পাতিছে। ১ বৎসৰ থাকি বঙ্গালক যুঁজিছে। সেই যুদ্ধত চৈন্ত চেনা, চৈন্ত পিৰোজ, তুই নবাবক ধৰি আনিছে। পাচে তেলীয়া-ডোঙ্গাৰ পৰা জাঁজীমুখলৈ আলি বান্ধিছে। ৰাতি জোৰ লগাই বাট পোনাই খনাত পুখুৰী খানিছে। পাচে শৰাইঘাটৰ গড় বাঁহগড়ীয়া বুঢ়াগোহাঞিএ ২ তোয়া বন্ধাইছে। কলীয়াবৰত ৰাঙ্গলীগড় বান্ধিছে। সেই সময়ত মোমাই-তামূলী বৰবৰুৱাৰ পুতেক লাচিত বৰফুকনে গড় বান্ধিবৰ একবৎসৰৰ পাচত ৰাজা ৰামসিংহৰ যুদ্ধ হৈছে। সেই সময়তে বৰজনা দেৱতাৰ গা বহি মৃত্যু হৈছে। ৰাজভোগ ৭ বৎসৰ।

**স্বৰ্গদেৱ উদয়াদিত্যসিংহ**।—তেওঁৰে ভায়েক মাজুজনা ৰাজা হল। এঞো উদয়াদিত্যসিংহ নাম ললে। ৰজা হৈ ৰামসিংহৰ যুদ্ধ জিকিছে। ডফলা যুজিছে। সেই যুজলৈ ঘোঁৰাকোঞৰ বৰ-

বৰুৱাকে মোক্ষ কৰি অনেক লোকজন দিছিল। বৰবৰুৱাৰ তুৰ্দ্দশাৰ নিমিত্তে ডফলা জিনিব নোৱাৰিলে। সেই যুদ্ধত খগা হাজৰিকা পৰিল, খণ্ডাগোম হাজৰিকাও পৰিল, লেচিয়া হাজৰিকা পৰিল। বৰুৱা গামৰ তুই ভাএকে জিনিলে। মেচাঘৰৰপৰা আলি বান্ধি পোনালে। বাঁহগড়াৰ সিংহতুৱাৰ কৰিছে। এওঁৰ দিনতে ঢেকেৰি এটা বৰাগী হৈ খেতৰ মন্ত্ৰ জানি অদৃশ্য কব পাৰিছিলে। পাচে ৰাজাই বৰতুৱাৰৰ মুখতে বাৰী এখনি কৰি থৈছিল, তাকে বৰাগীবাৰী বোলে। সেই বৰাগীতে ভকত হ'ল। শূদ্ৰ মহাজন আৰু আহোমৰ লৰাক ভকত কৰাবলৈ ধৰাত ৰতনপুৰীয়া দক্ষিণপটীয়া তুয়ো হাজাৰৰ হাজৰিকা ডেবেৰা, তাৰ মহাজন গজলাৰ অধিকাৰ, তেওঁক ধৰাই অনাত ডেবেৰাই জখলা ওভতাই ধৰি পৰ্ব্বতলৈ দিলে। ৰাজভোগ ৩॥ আচাৰি বৎসৰ। ২৬৮॥

**স্বৰ্গদেৱ ৰামধ্বজসিংহ।**—তেওঁকে মাৰি ভাএক সৰুজনা ৰজা হল। ৰজা হৈ ডেৰবৎসৰ আছিল। এনেতে ডেবেৰাৰ ভাগিনীএক চেংমুনে ডেবেৰা সহিতে আলচি মৰাণ তিপমীয়া গোহাঞিক বাৰুকিয়াল বৰগোহায়ে ৰজা পাতিব ধৰিছে বুলি লগাই বৰগোহাঞিক মৰাই চেংমুন বৰগোহাঞি হ'ল। আৰু ৰজাদেৱ নৰিয়া পৰিলতে ডেবেৰাই আপুনি স্বয়ঙ্গে টুংচু সন্দিকৈৰ বাপেক-পুতেকক মাৰিলে। নৰাকোঁৱৰ তুলীয়া বৰুৱাৰ তুই বাপেক-পুতেকক মাৰিলে। ঘোঁৰা-কোঞৰ বৰবৰুৱাৰ তুই ভায়েককো মাৰিছে। সোলাফুকনৰ পুতেক লাওক মাৰিছে। সেই সময়ত আনো বৰা-বৰুক বিস্তৰ মাৰিছে। ৰজা হুবলৈ আহোঁতে বৰতুৱাৰত পচাশিমলু গোহাঞি আছিল, তুৱাৰত শলখা মাৰি, এৰি নিদিলে। পাচে ৰজাই হাতীএৰে তুৱাৰ ভাঙ্গিহে গড়ৰ ভিতৰ সোমালহি। "মোক কিয় তুৱাৰ এৰি নিদিলি" বুলি তুৱাৰতে কাটিলে। এওঁৰ দিনৰপৰা ওলাওতে সোমাওতে দবা মাৰে। ৰাজভোগ ডেৰ বৎসৰ। ২৬৯॥

**চামগুৰীয়া ৰজা।**—পাচে চামগুৰীয়া কোঞৰক ৰাজা পাতি

ডেবেৰাই সেৱা কৰিলে। এওঁ কুৰিদিন ৰজা হৈ আছিল। মোমাই-তামূলী বৰবৰুৱাৰ জীয়েক ভগনীয়া ৰজাদেৱৰ তামূলী কোঞৰী আছিল, তেওঁকে ৰবকুঁৱৰী পাতিছিলে। তেঞে কলে,—"ডেবেৰা থাকিলে আমাকো ধৰিব।" এনেকৈ কোৱাত ডেবেৰাক ধৰিবলৈ শিমলুগুৰীয়া নাওবৈচা ফুকনেৰে ফাকামৰ কোখৰত বাইলুঙ্গ মাতেৰে কথা হোৱাত ঠাইসাৰীএ ভু পাই ডেবেৰাত কোৱাত চামুগুৰীয়া ৰাজাক মাৰি কুঁৱৰীকো চেপি দি চামুগুৰীত মৈদাম বান্ধি থোৱালে। ভোগ কুৰিদিন। ২৭০ ॥

**গোবৰ ৰজা।**—পাচে তুংখুঙ্গীয়া গোবৰ কোঞৰক ৰাজা পাতি চিকণ গোহাঞিৰ বাৰী ভনীয়েকক কুঁৱৰী পাতি দিলে। এইকথাকে শৰাইঘটীয়াহঁতে শুনি বুঢ়াগোহাঞিক কলে,—"দেৱে আমাক ৰাখক। ডেবেৰাই সকলকে মাৰিলে, আমাকো মাৰিব। দেৱকে আমি ৰাজা পাতি সেৱা কৰোঁ।" ডাঙ্গৰীয়া বোলে,—"ই অকথা, মহৰ পিড়া নলৰ কানমাৰিএ নসয়, বামুণৰ লগুণ শূদ্ৰে কেনেকৈ বব? তথাচ মোৰ একেসঙ্গী ভকত নামৰূপীয়া গোহাঞিদেৱৰ পুতেক অৰ্জ্জুন গোহাঞি, তেওঁকে সেৱা কৰাহক।" এইবুলি সোলা সহিতে উজাই আহি ডেবেৰাক ধৰি খাবলৈ নিদি মাৰিলে। গোবৰ কোঞৰকো পৰ্ব্বতলৈ নি পঞ্চতক পোৱালে। ভোগ ডেৰমাহ। ২৭১ ॥

**অৰ্জ্জুন দিহিঙ্গীয়া ৰজা।**—এওঁৰ পাচত সৰুদিহিঙ্গীয়া ৰজা হল। এক বৎসৰ থাকি বিৰোধ লাগিল। শাকবাৰী নাওশালৰ বাহত চৰাই থাকে কানকুৰীয়া, বগ, কণামুচৰি। তাকে গুলিয়াবলৈ পুতেক তিপাম চাৰিঙ্গ গোহাঁইদেৱ দুজনা যাই। বাটত লগ পাই বুঢ়াগোহাঁইক বাট এৰি নিদিলে। এইকথাকে খাতোয়াল চেটিয়াত কৈ জনোৱাত ৰাজাই গোহাঁইদেৱসকলক সুধিব খোজাত খাতোয়াল চেটিয়াই গোহাঁইদেৱসকলত কলেগৈ,—"বুঢ়াগোহাঞে তহঁতক মাৰি-বলৈ কৈ পঠাইছে।" এইকথা শুনি কান্দি-কাটি স্বৰ্গদেৱত সোধাত দেৱতা বোলে,—"মিছা, তহঁতক শিকাবলৈহে কৈছে।" তেওঁ

গোহাঞিদেৱেসকলে সুবুজি ডাঙ্গৰীয়াক চেটিয়াপাত্ৰ চ'ৰাতে শুই থাকোতে মাৰিবলৈ ধৰাত খাতোয়াল চেটিয়াই ডাঙ্গৰীয়াত কোৱাত প্ৰকাৰতে ডাঙ্গৰীয়া সাৰি ঘৰলৈ গলগৈ। পাচে বেতমেলা ফুকন, কলচু ফুকন, টেপৰতলীয়া ফুকন, ককায়েক নাওবৈচা ফুকন, এইহঁতৰে আলচি ৰজাক ৰাত্ৰি ধৰিবলৈ আহিল। নগৰ সোমালেহি। স্বৰ্গদেৱে ডাঙ্গৰীয়াৰ লগৰ বহুত মানুহ আপুনি তৰোৱাল ধৰি কাটিলে। পাচে ক'লা ঘোঁৰা এটিত উঠি ডাঙ্গৰীয়া বাঁহগড়ালৈ গল। তালৈকে স্বৰ্গদেৱে ভাল ব্ৰাহ্মণ, মৰামৰাৰ মহন্ত, কাটনিপাৰাৰ মহন্ত, কাত্যায়ন ভট্টাচাৰ্য্য এইসকলক পঠাই মতাতো নাহিল।

পাচে জোঁৱায়েক বৰপাত্ৰ গোহাঞি, গুইমেলা বৰগোহাঞি, লাই-থেপেনা সলাল গোহাঞি, ইবোৰক পঠাই অনেক সই-শপত খালে—"ডাঙ্গৰীয়া ভয় নকৰিব। ডাঙ্গৰীয়াক কলা ঘোঁৰাটিত উঠি থাকিবৰ মই দেখিও অপঘাত নকৰিলোঁ ভক্তদ্ৰোহে পাই বুলি। মোত ভয় নাই, কুকুৰা পাখি এটাও ডাঙ্গৰীয়াৰ হানি নহই।" পাচে ডাঙ্গৰীয়া বোলে,—"সাধ্বী স্ত্ৰী এবাৰ বেশ্যা হলে পৈএকে ভাল দেখেনে? মোৰ দৈবে যি কৰে।" এই বুলি সলাল গোহাঞিক কলীয়াবৰলৈ পঠালে। বৰগোহাঞি বৰপাত্ৰ গোহাঞিক লগতে থাকিব দিলে। পাচে বৰপাত্ৰ গোহাঞিয়ে বোলে,—"আপৰ মই পুত্ৰ। লগত থাকিলেও হুই, নিলগত থাকিলেও হুই। মোক শৰাইঘাটলৈকে দিয়ক। ভৰা নাওত এবাৰ তল গলে ডুওবাৰ তল যাই। মই তাত থাকোঁগৈ।" এইবুলি গুৱাহাটীলৈ গল। পাচে ডাঙ্গৰীয়া হুহকি আহি দেৱৰগাঞত বৈ সোলাফুকনলৈ কৈ পঠালে,—"মোক ফুকনে নেৰিব, উজাই আহক।" এইকথা শুনি বৰফুকনে বুঢ়াগোহাঞিৰে হিত চিন্তি উজাই আহি লগ ললেহি। পাচে স্বৰ্গদেৱে এইকথা শুনি কিৰকিৰিয়া বৰবৰুৱাৰে আলচি চিনাতলিতে যুদ্ধ কৰিলেহি। সেই যুদ্ধত বহুত লোকজন পৰিবৰ দেখি স্বৰ্গদেৱে বোলে,—"ৰাজক মাৰিবলৈ বুঢ়াগোহাঞি অহা নাই,

মোক মাৰিবলৈহে আহিছে। তহঁত ৰাজ মাৰিব নালাগে, ৰণ এৰ।” এনে বোলাতে ৰণ এৰিলে। পাচে ক’লা ঘোৰা এটিত উঠি দহুটি মানুহেৰে ৰাজা আহি গড়গাওঁ নগৰ সোমাই ডিঙ্গিত ৰত্নাৱলী পুথি এখনি লৈ আছিল। সৰুগোহাঞিদেৱ কোলাতে আছিল। গোহাঞিদেৱসকলে ৰণ এৰি উজাই গৈ বকতা পাইছিলগৈ। এনেতে বুঢ়াগোহাঞে কলচু ফুকনৰ ভাৰধৰা ফুকনক ভিতৰলৈ পঠোৱাত কেকোৰা সন্দিকৈৰ দুই জীয়েক বৰকুঞৰী পৰ্ব্বতীয়া কুঞৰাক দুই ফুকনে অকথা কৰি স্বৰ্গদেৱৰ কোলাৰপৰা সৰুগোহাঞিক গুচাই ডিঙ্গিৰ পুথিও গুচাই চকু কাঢ়িলে, পাচে কপালত শিল মাৰি আপুনি প্ৰাণ বিয়োগ কৰিলে। গোহাঞিদেৱ দুজনাক ধৰি হিলৈৰে খুন্দি দাত সৰাই চকুকাঢ়ি বিহ দি মাৰিলে। ভোগ ১॥ বৎসৰ। ২৭২ ॥

**স্বৰ্গদেৱ চুডৈফা পৰ্ব্বতীয়া ৰজা।**—এঞোৰে পাচত পৰ্ব্বতীয়া ৰজা হল। ৰজা হৈ দিজৈত শিলাসাকো বন্ধালে। আৰু ৰাজা পতা বাবে বুঢ়াগোহাঞিক সোণৰ বটা, বাটি, পিৱলা, খিলিকদাৰ, পাল, পৰ্ব্বতত খাত, হাতী-ঘোঁৰা, বেটী-বন্দী, ঘৈণীলৈকো কেকোৰাদোলা। পাচে ডাঙ্গৰীয়াই সেৱা কৰি সকলো ওভোতাই দিলে, কিন্তু বেটি-বন্দী মাটি ৰাখিলে। আৰু তিনি বিহুত ডাঙ্গৰীয়াসকলে স্বৰ্গদেৱৰ দুইজনা আইকুঁৱৰীদেৱক সেৱা কৰে। চ’তৰ বিহুত বৰজনা আইকুঞৰীদেৱক সেৱা কৰিবলৈ যোৱাত “বুপাৰ সেৱা কেনেকৈ লম” বুলি উঠি লৰ মাৰিলে। পাচে ডাঙ্গৰীয়া সকল উভতি আহিল। এই কথাকে ডাঙ্গৰীয়া ভালেৰেহে স্বৰ্গদেৱলৈ জনালে। ৰজা বোলে,—“দ্ৰুহীয়াৰ জীয়ৰী, উঠিনো কেলৈ লৰ মাৰিলি ?” পাচে বৰকুঞৰীয়ে ডাঙ্গৰীয়ালৈ কলে,—“বুপাই ভাল গোচৰ দিলে, দ্ৰুহীয়া বুলি গালি পাৰিছে।” ডাঙ্গৰীয়া বোলে,—“মোৰ কপালে কৰিছে!” এই বুলি থাকি আনেকাদিনা সেৱা কৰিবলৈ যোৱাত আইকুঞৰীদেৱে আগতে ৰত্নাৱলী পুথি এখনি থৈছিলে। পাচে তিনিজনা ডাঙ্গৰীয়া সেৱা কৰি গুচি আহিল।

বুঢ়াগোহাঞি ডাঙ্গৰীয়াৰ ত'ত ফুকনহঁতে সাজ খায়গৈ। মেচা হৰবৰুৱাএ সাজ খাবলৈ নাযাই। "জীএক পৰ্ব্বতীয়া কুঁৱৰী খাটনীয়াৰ দেখিহে মোৰ এখেলৈ বৰবৰুৱা নাহে। পাচে ডাঙ্গৰীয়াত কলচু ফুকন গোবিন্দ, টেপৰতলীয়া ফুকন ৰাম, দিলিহাল ভিতৰুৱাল ফুকন বেতমেলা, ইহঁতে কলে,—"মেচাই আমাৰ গুৰুঘৰক নিন্দা কৰে।" পাচে ডাঙ্গৰীয়াই মউৰ মজুন্দাৰৰ হতোৱা স্বৰ্গদেৱত জনালে,—"মেচা বৰবৰুৱাই আমাক ঠাকুৰীয়া ভকত বুলি হাহে। আৰু সৰুজনা চাৰিঙ্গীয়া ৰাজাৰ কুঞ্জৰী, মাজুজনা দেৱতাৰ কুঁৱৰী, দেওধাইৰ জীএক এইসকলৰে গৃহবাস কৰি থাকে। ইয়াক বৰবৰুৱা ভাঙ্গক।" এইবুলি জনাই মেচাক বৰবৰুৱা ভাঙ্গি শলগুৰীয়া ৰাজ-খোৱা চক্ৰপাণিক বৰবৰুৱা পাতিলে। লফাবাৰীলৈ খেদিলে।

পাচে মেচাৰ জীয়েক পৰ্ব্বতীয়া কুৱঁৰী তেওঁ খাটনীয়াৰ ৰজাক ৰাতিয়ে-দিনে লগাই থাকে। ৰজাৰ পেট ক্ৰমে ডাঙ্গৰীয়ালৈ বিষম হল। এই কথাকে ভু পাই কলচি ফুকন গোবিন্দ, টেপৰতলীয়া ফুকন ৰাম, ভিতৰুৱাল ফুকন বেতমেলা, এইহঁতে বোলে,—"আমাৰ দশাৰে সৰুদিহিঙ্গীয়া ৰজাও পুতেকৰ হতোৱা কটাব খোজাত তেওঁকে গুচুৱা হল। পৰ্ব্বতীয়াৰো পেট ভাল নহয়। এওঁক গুচালেহে আমি ৰক্ষা পৰিম।" এইবুলি ডাঙ্গৰীয়াত কোৱাত একোৰূপে ভৰভাৰ নললত ঐ তিনি ফুকনে আলচি কলচু ডেকাফুকনৰ লগৰ তামোলকটাৰ হতোৱা ৰাতি তিনিপৰীয়াত ঘৈয়ালে। ৰজাই ডিঙ্গিত হাত দি শুই আছিল। ডিঙ্গিত কোব নপৰি হাতৰ আঙ্গুলি এটা কাটিলে। পাচে বুঢ়াগোহাঁইদেৱে বৰচ'ৰাত বাহ সোধাত কলচু ফুকনে কলে,—"দেৱ, মই শুনিছো মেচা বৰ-বৰুৱাই জীএকক এখেলৈ তেওঁৰ লগৰ যদু তামূলীক পঠাইছিলে, সেয়েহে কাটিলে।" পাচে এই কথাকে আইকুঁৱৰীদেৱে ভু পাই আগেএ বাপেকলৈ মানুহ পঠোয়াত পাচে বৰবৰুৱাই ডোমালি নাও এখনিত আগে পাছে দুটা তোমকৈ জালৰ তলত সোমাই

ভটিয়াই গৈ সোলাৰ লগ ললেগৈ। ই ঠাইত ডাঙ্গৰীয়াই সোধাত যদু তামূলীএ গাত নললে। তেও তাক কুঠাৰেৰে ফালিলে। দুৱৰী বৰুৱা যদুএ ৰাতি দুৱাৰ মেলি দিছ বুলি তাকো কাটিলে, যদু হাজৰিকাকো কাটিলে, আৰু ১০।১২টা কাটিলে।

এনে সময়তে জয়ন্তাৰ কছাৰীৰ কটকী অহাত বুঢ়াগোহাঞিদেৱে তুলিছে। মউৰ মজুন্দাৰে কাকত মাতিছে। আৰপৰে বাদসাহৰ বেটা আজমতৰা ঢকাত আছিলে, মঞ্চুৰ-খাঁ নবাব সহিতে। তালৈকে সোলাই মানুহ পঠাই বিনাযুদ্ধে গুৱাহাটী এৰি দি উজাই আহি লাওতলি পোৱাত দদায়েক বাহুলি ঢেকাফুকনে বঙ্গালৰ লগৰপৰা আহি লতাশিলতে নাৱত উঠি বহুত গৰিহা বচন বুলিলে, "তুমি ৰৰবৰুৱাৰ পুতেক হৈ বিনাযুদ্ধে দেশ এৰ, তোৰ কথা মই বাৎসাত কৈছো,—"মোৰ ভতিজা বৰ যোদ্ধাৰু ক্ষেত্ৰিৱও। এতিয়া তোমাক ওফন্দাই খাবৰ মূৰ মৰিল।" এনেকৈ বাহুলি ফুকনে কোৱাতো সোলাই শৰাইঘাট এৰি দি উজাই আহিল। পাচে বুঢ়াগোহাঞে বোলে,—"স্বৰ্গদেৱলৈ নজনাএ বৰফুকনে বিনাযুদ্ধে গুৱাহাটী এৰি দিলে। ই কথা ভাল নহয়। মাজতে গড় এটা বান্ধি গা ৰব লাগে।" আতে চক্ৰপাণি বৰবৰুৱাও ভৰ দিলে। কৌপতীয়া বৰভণ্ডাৰ বৰুৱাই বোলে,—"দেৱ, যদি সিবোৰৰ মন বিষম আমাৰো মন বিষম।" পাচে জঁাজী নদী পাৰ হৈ বুঢ়াগোহাঞি বৰবৰুৱা দুয়ো হজ পাতি দি গড় বন্ধাইছিলে। সময়ে সময়ে ৰজাও চাই যায়হি। এই গড়ৰ কথা শুনি সোলাই মিছাকৈএ কৈ পঠালে,—"বঙ্গালৰে কথা হুইছো" বুলি। বিনাযুদ্ধে শৰাইঘাটৰ গড় এৰি দিলে। মহাৰজাৰো ঠাইকো জনাই পঠালে, বোলে, "বঙ্গাল আহিছে।"

পাচে বাঁহগড়ীয়া বুঢ়াগোহাঞিকে মোক্ষ কৰি বেতমেলা ফুকন, টেপৰতলীয়া ফুকন, মৌ গোহাঞি-ফুকন, লোকজন সহিতে ইসকলক পাঞ্চিলে। ভটিয়াই গৈ লোকজন সহিতে সলাত ৰলগৈ। সোলাও লোকসহিতে শৰাইঘাট এৰি উজাই আহিল। পাচে বৰফুকনে বুঢ়া-

গোহাঞিদেৱলৈ কৈ পঠালে,—"ডাঙৰীয়া তাতে থাকক। ফুকন-হঁতক আহলা সাহতে মানুহখনি মোৰ লগলৈ পঠাই দিয়ক।" পাচে ডাঙৰীয়াই পূৰ্ব্বৰ সত্যক লৈ কলচু ফুকন, টেপৰতলীয়া ফুকন, বেতমেলা ফুকন, ইবোৰক সোলাৰ লগলৈ পঠাই দিলে। ইবোৰ কলীয়াবৰত সোলাৰ লগ ললতগৈ তিনি ফুকনক ভিতৰত কথা হওঁ বুলি সুমুৱাই নি বন্দী কৰিলে, লগৰ মানুহকো কাঢ়ি ৰাখিলে। পাচে কলচু ফুকনে বাহুত কামুৰি বোলে,—"ডাঙৰীয়াৰ কথাৰে স্ত্ৰীমৰণে মৰিলো! সোলাৰ মূৰ মাটিত পেলাবলৈ নাপালোঁ!" পাচে ডাঙৰীয়া এই বাৰ্ত্তা পাই পলাই আপোন ষিলতীয়া গোজলঙ্গীয়া বামুণ শইকীয়াৰ ঘৰৰ ধানৰ ভঁৰাৰত সোমাই আছিল। পাচে সোলা বৰফুকনে ডাঙৰীয়াকো বিচাৰি অনাই বুঢ়াগোহাঞিৰ বাপেক-পুতেককো, টেপৰতলীয়াৰ বাপেক-পুতেককো, বেতমেলা ফুকনৰ বাপেক-পুতেককো, বুঢ়াগোহাঞিৰ ককায়েক নাওবৈচা ফুকনৰ বাপেক-পুতেককো মাৰিলে।

এই বুঢ়াগোহাঞিৰ মৰণান্তে দিলিহাল দীঘলা ফুকনক বুঢ়া-গোহাঞি পাতি জকাইচুকীয়া মানুহ হাজাৰো দিলে। পাচে উজাই আহি ৰজাকনো কোনে কাটিলে ইয়াৰ বিচাৰ কৰি কলচু ফুকনৰ তামোলকটাক পাই তাক কুঠাৰেৰে ফালি তাৰ লগৰ একুৰি যোলেটা মানুহ মাৰি ৰজাক পূৰ্ব্বৱতে থাপিলে। চামধৰাতে ধৰ কৰি কলীয়া-বৰতে শৰাইঘাট পাতি ৰলগৈ। কিৰকিৰিয়া ভগা বৰবৰুৱাক গুৱাহাটীয়া ডেকাফুকন পাতি উত্তৰপাৰে চামধৰা গড়ত থৈছিল।

সোলাই ইঠাইতে স্বয়ঙ্গে প্ৰবৰ্ত্তে। ৰজাই কোনো কথা কলে ভালকৈ নামানে। পাচে ৰজাই পৰম্পৰে শুনিলে,—"আঙ্গুলী ডোমেই কাটিলে কি হাৰীয়েই কাটিলে তান চিন্ন নায়। অশুচি ৰাজা, মইহে ৰাজা পাতি ৰাখিছোঁ।" পাচে সন্দিকৈৰ দুলীয়া বৰুৱাক ৰজাই মাতি নি বহু শপত দি সোণৰ খাৰু কেৰুএৰে কাপৰ এসাজ দি কিৰকিৰিয়া বৰবৰুৱালৈ কৈ পঠালে,—"মই বটা-প্ৰসাদ দিছোঁ,

সোলাক ধৰক। মই তেওঁকে বৰফুকন পাতিম।” পাচে দুলীয়া বৰুৱাই বটা লৈএ সোলালৈ আগেএ কৈ পঠালে,—“তেওঁক মাৰিবলৈ ভগা-বৰবৰুৱালৈ বটা দি পঠাইছে।” পাচে কিৰকিৰিয়া ডেকাফুকনক বটা দিলত তেওঁ বটা নাৰাখিলে, ওভোতাই দিলে, পাচে দুলীয়া বৰুৱাই দক্ষিণপাৰে গৈ সোলাফুকনক কলেগৈ, সোলাই ডেকাফুকনলৈ সুধি পঠোৱাত ৰাজ-বিশ্বাস দেখি মিছা মাতিলে। এই আপাহতে দুলীয়া বৰবৰুৱাক ফুকন পাতিলে।

পাচে সোলাই গোহাঞি-পানীফুকনক কলীয়াবৰত থৈ উজাই আহি সোণাই নৈ পোৱাত ৰজাদেৱে ভু পাই আমাৰ ফুকন বৰুৱাৰে পানীপালত যুদ্ধ কৰাত বহুত সৈন্য পৰিল। সিংহদুৱাৰৰ ফালেও যুদ্ধ হৈছিলে। পাচে সোলা প্ৰধান হৈ অহাত যুদ্ধ জিকিল। পাচে ৰজাক উলিয়াই আনিবলৈ ভাএক ভাৰধৰা ফুকন, আৰু নিচাওএকৰ পুতেক ৰামধন নাওবৈচা ফুকন, এই দুই গৈ ৰজাৰ আগৰপৰা সোণৰ বটা আনিবলৈ ধৰাত ‘লুখুৰাখনৰ লৰা’ বুলি বহুত গালি পাৰি সোণৰ বটাতো গোৰ মাৰি সিহঁতৰ গালৈ দিলে। পাচে পৰ্ব্বতলৈ নিওতে কাড়ীৰ কোচৰ চাউল এমুঠি খুজি নি থুতকুৰীয়াই পেলাই বুলিলে,—“এই দেশত দুৰ্ভিক্ষ হুব।” পাচত ৰজাক ভাতৰ লগত গৰল দি মাৰিলে। ভোগ ৩॥ বৎসৰ। ২৭৩ ॥

**স্বৰ্গদেৱ ৰত্নধ্বজসিংহ লৰাৰজা।**—পাচে চামগুৰীয়া সৰুটিক ৰজা পাতি মেচা কিৰকিৰিয়াৰ চকু কাঢ়িলে। চক্ৰপাণিক গুচাই ভাএক মৰঙ্গিক বৰবৰুৱা পাতিলে। ভায়েক ভাতধৰাক বৰফুকন পাতিলে। আপুনি ৰাজমন্ত্ৰী হৈ স্বয়ঙ্গে কাম কৰে। সৰুটি ৰজাই নগৰ ললে মেটেকাত। পাচে সোলাই প্ৰধান হৈ সকলকে ভঙ্গা-পতা কৰে। ৰাজমন্ত্ৰী বাৰবো কাম সোলাইহে কৰে। দীঘলা গোহাঞিৰ লগত জকাইচুকীয়া মানুহহে আছিল।

একদিন সোলাৰ চাঙৰ তলত ভালুক এটা সোমালত হিলৈঘৰীয়া মোলোনাত সোধাত বেৰা বুলি কোৱাত বোলে, ইয়াৰ চিকিৎসা কি?

মোলোনাই বোলে,—"বেথাৰ মানুহ এটা আইলৈ বদলি দিব লাগে।" পাচে ফুকনত ঘৈণীয়ে সোধাত বোলে,—"মোৰ সলনি বেথাৰ মানুহ এটা দিব লাগে।" পাচে বোলে,—"কাক দিবা?" "মাধ বা ভোটাইৰ এটাক দিব লাগে।" এই কথাকে সিহঁতে শুনি ফুকনক শুই থাকোতেই কাটিলে। পাচে ভায়েক ভাৰধৰা পলাই বঙ্গাল সোমালগৈ। বন্দৰ ৰাজখোৱাক বৰফুকন পাতি কলীয়াবৰলৈ পঠালে। দিহিঙ্গীয়া ৰাজখোৱাক বৰবৰুৱা পাতিলে। পুনৰ ভাৰধৰাৰ বাপেক-পুতেক দুইকো কাটিলে। আৰু বুঢ়াগোহাঞে ৰাজমন্ত্ৰীৰ কাম কৰিলে। আৰু ইঠাইৰপৰা মিঠা টেঙ্গা কলীয়াবৰীয়া ফুকনহঁতলৈ দিয়াত ফুকনহঁতৰ সমানে বৰগোহাঞিলৈ ভাগ নিয়াত লানমখ্ৰুৰ পুথাও ফুকনক বৰগোহাঞে কিলোৱাত ফুকনহঁতে বৰগোহাঞি ভাঙ্গি লাইথেপেনা সলাল গোহাঞিক বৰগোহাঞি পাতি ৰজালৈ জনাই পঠালে। বঙ্গালৰপৰা পুনৰ ভাৰধৰা পলাই আহলত বাপেক-পুতেকক মাৰিলে। এনেতে লৰাৰজাৰ অমঙ্গল হল। দোলাৰ ঢেকৰ ছিগিল, গৰুৰ পেটত ম'হপোৱালি জন্মিল। এওঁক মাৰি গদাধৰসিংহ দেৱতা ৰজা হল। ভোগ ২॥ বৎসৰ। ২৭৪॥

**স্বৰ্গদেৱ গদাধৰসিংহ।**—বুঢ়াৰজা এবছৰ থাকি বঙ্গালক যুজিছে। সেই যুদ্ধত তাৰ মঞ্চুৰ-খাঁ যুদ্ধ হাৰি পলাল, তাক নাপালে। তাৰ লোকজন হাতী ঘোঁৰা উট বলধি টকা মাল বহুত পালে। ভুটিয়া পাইকে কাওণ-দুকাওণকৈ ৰূপ পালে। বঙ্গালক মাৰি একবছৰ থাকি বিহপৰুৱা ফুকন, দিহিঙ্গীয়া বৰবৰুৱাৰ ভায়েক পানীফুকন, নামডঙ্গীয়া ফুকন, চেঙ্গলাই ফুকন, এইসকলক মাৰিলে, যাতো এই-সকলে বিৰোধ আচৰিলে। আৰু দীঘলা বুঢ়াগোহাঞিক মাৰি ৰাজমন্ত্ৰী লাইথেপেনাক পাতিছে। বৰকথা মতা বাবে শেন ভগা-বৰগোহাঁইক মাৰিছে। ভুংখাঙ্গত ৰহদৈ পুখুৰী খানিছে। তাতপাচে পৰ্ব্বতত গোটা দল বান্ধিছে।

তাৰপৰে মহন্তসকলৰ ঠাকুৰীয়া শূদ্ৰবোৰক নামৰূপত নি অপঘাত

কৰিছে। ব্ৰাহ্মণীয়াসকলক টকলাইত পাতিছে। তুংখাঙ্গলৈ যোৱা বাটত শিলাশাকো বান্ধিলে। তুয়ো কাখৰে দ'ল বান্ধিছে। আৰু ব্ৰাহ্মণ গণক কায়স্থ কলিতা এই চাৰি জাতিক এৰি সকলকে এটা চৰু কৰো বুলি বৰচৰাৰ খোলাত চাউডাঙ্গৰ হতোৱা ভাত ৰন্ধাই খুৱালে। আৰু দক্ষিণপটীয়া চোট বনমালীদেৱক নানান দুৰ্গতি কৰিলে। ভকতসকলকো বহুত শাস্তি কৰালে। আৰু সন্দিকৈ বৰফুকনৰ হতোৱা উমানন্দত দ'ল বন্ধাই মানু সাতগাঞো দিলে। ৰূপাই দা ধৰাই গোচৰ দিয়াত আজাম ফকিৰৰ চকু কাঢ়িছে, পাচত তাৰ মাহত্য ওলালত মাটি-মানুহ দি ফকিৰক মাতিছে। বৰকলাত নগৰ কৰিছে, ১৬০৮ শক। সাপমেলা যোগীয়ে গোচৰ দিয়াত বেজদলৈ ৰঙ্গাচকুৱা বৰভণ্ডাৰ বৰুৱাৰ লগৰ গড়-কাখৰীয়া হাট-ধন খোৱা বুলি দেৱলৈ দিলে। নিতাই বৰবৰুৱাকো দিলে। ৰঙ্গাচকুৱা বৰুৱাহে সাৰিল। ৰাজভোগ ১৪ বৎসৰ। ২৭৫ ॥

**স্বৰ্গদেৱ ৰুদ্ৰসিংহ।**—এওঁৰে বৰপুত্ৰ ৰুদ্ৰসিংহ দেৱতা ৰজা হল। ৰজা হৈ একবৎসৰ থাকি তেজিত গড় বান্ধিছে, ডিমৌত পুখুৰী খানিছে, ফাগুনত উচৰ্গিছে। নামডাঙ্গত শিলাশাকো বান্ধিছে। সেই বৎসৰে দ'লো বান্ধিছে জয়সাগৰত ৩, ৰঙ্গনাথৰ ১। একবৎসৰেহে দ'ল সাঙ্গ হৈছে। সেই বৎসৰেই সেৱাইত মানুহ দি দ'ল উচৰ্গিছে। ৰঙ্গপুৰৰ নগৰ কৰিছে। মানাহা সীমা কৰি যত ব্ৰাহ্মণ আছেমানে আৰু সাধু-মহন্ত আছেমানে সকলকো আনিলে। তেবে মহামহোৎসৱ কৰিলে। তিনিদিন তিনিৰাত্ৰি দান-দক্ষিণা কৰিলে। তাম, কাহ, পিতল, ঝাৰি, খুৰি, ৰূপ, সোণ, কাপোৰ, বিস্তৰ দিলে। সন্দিকৈ বৰফুকনে বুদ্ধিৰ বলেৰে হিলৈচৰাত মৰ দি নাওবৈচা শিকাই আগলগা চৰানাও আৰু পাকত ধৰা বহৰি সেন কৰি সেৱা কৰিলেহি। এই ফুকনৰ মৰণাতে দুৱৰাৰ জয় বৰফুকন হল।

ৰজা হৈ ১০ বৎসৰ থাকি কছাৰী যুজিছে। ধনশিৰিৰ বাটে দিহিঙ্গীয়া ডেকাবৰুৱাকে মোক্ষ কৰি অনেক ফুকন বৰুৱা প্ৰজাসকল

গৈছিল। কপিলীৰ বাটে ফুলবৰুৱাৰ পুতেক পানীফুকনক মোক্ষ কৰি অনেক গৈছিল। দুয়ো দুৱাৰে অনেক প্ৰজা যাবৰ শুনি কছাৰী ৰাজা পাট এৰি পলাল। তাৰ গৰু মানুহ অনেক বস্তু আনিলে। ৰাজ্য মাৰি উলটি আহোঁতে পথতে ডেকাবৰবৰুৱা মৰিল। এক বছৰৰ পাচত সেই কছাৰী ৰজাৰ নিনিত্তে জয়ন্তা ৰজাৰে বিৰোধ হল। পাচে বৰাগী বৰবৰুৱা পাতৰ বৰফুকনে সহিতে জয়ন্তিয়ালে যুদ্ধ কৰি জিনিব নোৱাৰি ভকতধূলি বৰাগীত কৈ ৰাজা ৰামসিংহে মিলিলো বুলি বৰবৰুৱালৈ কৈ পঠোৱাত, আমাৰো ৰণ এৰি মিলো বোলাত, জয়ন্তা কছাৰী দুয়ো ৰাজা আহি বিশ্বনাথৰ বালিতে সাক্ষাত হোৱাত, ৰুদ্ৰসিংহ দেৱতাই বহুত অলঙ্কাৰ বস্ত্ৰ দি থাপিত-সাঁচিত বুলি ময়ুৰ মজুন্দাৰৰ হতোৱা চৌখাম কছাৰী ৰজাক স্বদেশলৈ বিদায় দিয়ালে। জয়ন্তা ৰজাক ৰঙ্গপুৰলৈ নিলে, তৈতে মৰিল। মহাৰাজা তাৰ প্ৰেতকাম সকলো কৰালে। তাৰ বৰকোঁৱৰক ৰাজা পাতি পঠালে।

আৰু বিশ্বনাথত লাইথেপেনা বৰগোহাঞি মৰাত পুতেক কমলা-কান্ত ৰাজমাও বাপেকক সলাল গোহাঞিৰপৰা আনি বৰগোহাঞি পাতিলে। কেন্দুগুৰীয়া চেংকং বৰপাত্ৰ গোহাঞিক ৰাজমন্ত্ৰী পাতিলে। পৰে নামৰূপীয়া গোহাঁইক নামৰূপলৈ খেদিলে। আৰু পাতৰক বৰবৰুৱা পাতিলে। বুঢ়াদিহিঙ্গীয়াক বৰফুকন পতাৰপৰাহে বৰবৰুৱাৰ আলখুটাত বৰফুকন বহা হল। আগে বৰফুকন ভিতৰুৱাল ফুকনৰ খুটাতহে বহিছিল।

ইয়াৰ পৰে বঙ্গাল মাৰিবলৈ অম্বেৰৰ ৰাজালৈ, বেহাৰৰ ৰূপনাৰায়ণ ৰাজালৈ, মিত্ৰ কৰি কথা দিলে,—“মোৰ সহায় হৈ ভাটিৰ ফালৰপৰা ভৰ দিব, মই দিল্লি উঠাই দিম। তেওঁ খাজনাও মোক দিব নেলাগে।” পাচে অম্বেৰৰ ৰাজাই সকলো হিন্দুৱান ৰাজলৈ কথা দি মিলাই ৰজালৈ কৈ পঠোৱাত মহাৰাজাও দিল্লীলৈ সমুখাই বৰজনা গোহাঁইদেৱক যুৱৰাজ পাতি চাৰিজনা গোহাঁইদেৱৰ আৰোৱানৰ

ওপৰত গিলিপ দিলে। পাচে ডফলা, মিৰি, মিছিমি, কছাৰী, জয়ন্তা সকলোএ মিলি ১,২০,০০০ হাজাৰ গোট-লেখে মানুহ লৈ বৰগোহাঞি, ৰাজমাও বাপেক বুঢ়াগোহাঞি খামপাট, বৰপাত্ৰ চেংকং, বৰবৰুৱা বৰাগী, এইসকল সহিতে ভটিয়াই কালশিলা বাহৰ পোৱাত সন্দিকৈৰ সৰুমাহী কুঞ্জৰীদেৱৰ গোহাঞিদেৱ এটি হল। পাচে স্বৰ্গদেৱে কিছুদিন থাকি চলকৰ কৰি থাকে। কোনোবাই কুকৃত্য কৰাত গুৱাহাটীতে স্বৰ্গী হল, ১৬৩৬ শকৰ ভাদ্ৰ মাসত। ৰাজভোগ ১৯ বৎসৰ। ২৭৬ ॥

**স্বৰ্গদেৱ শিৱসিংহ**।—পুতেক বৰজনা ৰজা হল। পাচে উজাই আহি গড়গাওঁ পাই পাতৰক বৰফুকন ভাঙ্গি ডুৰবাৰ বিজয়ক বৰফুকন পাতিলে। পাতৰ বৰফুকন বৰখহু ওলাই মৰিলত ১২ পুতেকক নামৰূপলৈ নিলে, পাচে আনি তুংখাঙ্গত থলে। পৰে শিঙ্গৰিঘৰ উঠি শিৱসিংহ নাম ললে। ধাইৰ আলি বান্ধিলে। গায়নৰ জীয়ৰী ফুল প্ৰধান হৈ বৰৰজা নাম দি ছত্ৰ দিলে, মোহৰ মাৰিলে। বৰপাত্ৰ মৰিলত পুথায়েকক ৰাজমন্ত্ৰী পাতিলে। এওঁৰ মৰণান্তে কালুগঞা হৈনাথক বৰগোহাঁই পাতিলে, ৰাজমন্ত্ৰাও পাতিলে। নামডাঙ্গৰ কোখৰত পুখুৰী খানি বিষ্ণু, শিৱ, গোসানীৰ, ৩ দ'ল বন্ধালে। পৰে কালুগঞাক বৰগোহাঞিৰপৰা বৰপাত্ৰ পাতি ৰাজমন্ত্ৰীত ৰাখিলে। আৰু অৰীতীয়া কেতবোৰক ধৰি আনি লখিমপুৰীয়াকে আদি কৰি বহুতক কাটিলে। বৰাগীক বৰুৱা ভাঙ্গি বুঢাফুকন বৰুৱা হল। আৰু বকতিয়ালৰ ৰূপচন্দ্ৰক বৰবৰুৱা পাতিলে। আৰু মোৱামৰা শিলিখা-তলীয়া মহন্তকে আদি কৰি গোপালৰ পন্থৰ সকলো মহন্তক গোসানী সেৱা কৰাই মহৰ তেজ গাত ঘহিলে, প্ৰসাদ খুৱালে। মটকৰ আদি বীজ সেয়ে হল।

বৰৰাজাৰ মৰণান্তে ভনীয়েক দ্ৰৌপদীক সলাল গোহাঞিৰ ৰমানাথৰ ফালৰ দুই পুতেকক বাপেকৰ হাতত থৈ তেওঁক বৰকুঞ্জৰী পাতি অম্বিকা নাম দিলে। দিখৌৰ সিপাৰে পুখুৰী খনাই ৩ দ'ল

বন্ধালে। কালুগাঞত দুই দ'ল বন্ধালে। চটাইআলিত ৰাজমাওদেৱে বন্ধালে এক দ'ল। পাচে বৰজনা গোহাঞিদেৱে মোমায়েক দানহ ফুকনেৰে বদমচলহত কৰা শুনি দানহ ফুকনক মাৰিলে। মেচাঘৰৰ পুখুৰী হিন্দুমতে পুনৰ উৎসৰ্গি সেবাইত মানুহ দিলে। ৰঙ্গপুৰৰ নগৰত চাৰিঘৰ পকি কৰালে, থকাঘৰো পকিকৈ ললে। ৰঙ্গঘৰ কৰালে। গুৱাহাটীত কামাখ্যাৰ নাট মন্দিৰটো ইটাৰে বন্ধালে, অশ্বক্রান্তৰ দ'ল বন্ধালে, দীৰ্ঘেশ্বৰীত দ'ল বন্ধালে। অম্বিকা কুঞৰী মৰণান্তে কালুগঞা বৰপাত্ৰত ঘৈণী এনাদৰীক আনি বৰকুঞৰী পাতিলে। পৰে স্বৰ্গদেৱ ১৭৬৬ শকত স্বৰ্গী হল। ভোগ ৩০ বৎসৰ। ২৭৭ ॥

**স্বৰ্গদেৱ প্ৰমত্তসিংহ।**—এওঁৰ মৰণান্তে চাৰিঙ্গীয়া গোহাঞিদেৱ ৰাজা হল। কালুগঞাক বৰপাত্ৰ ভাঙ্গি খেদিলে ওদালগুৰীলৈ, পৰে মৃত্যু হয়। বৰপাত্ৰ দিহিঙ্গীয়া লৰাটি ঠান্নুনাথক বৰগোহাঞি ভাঙ্গি চটাইঅলীয়া থাংচেঙ্গক বৰগোহাঞি পাতি ৰাজমন্ত্ৰী পাতিলে। গৰ্গাঞৰ বৰদুৱাৰ চূণপোড়া দুৱাৰ ইটাৰে ঘৰ কৰালে। দাৰিকা দুৱাৰবৰপৰা ভিতৰ ঘৰটি ইটাৰে বন্ধালে। আৰু গুৱাহাটীৰ ৰুদ্ৰেশ্বৰত, শুক্ৰেশ্বৰত, নীলাচলত দ'ল বন্ধালে, আৰু বিশ্বনাথত থাপনা দ'ল বন্ধালে। বিশ্বনাথত দুমাহ আছিলগৈ। পৰে উজাই আহ স্বৰ্গী হল। ৰাজভোগ ৬॥ বৎসৰ। ২৭৮ ॥

**স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ।**— এওঁৰে ভায়েক ৰমানাথ গোহাঞিদেৱক ৰজা পাতিলে। ৰজা হৈ ককায়েক বৰজনা গোহাঞিদেৱক নামৰূপলৈ খেদিলে। পৰে শিঙ্গৰিঘৰ উঠি ৰাজেশ্বৰ সিংহ নাম ললে। ৰঙ্গপুৰ গড়গাওঁত তলাতলৰ দুটা পকি কৰালে। ৰঙ্গচোৱা দ'ল বন্ধালে। গুৱাহাটীত মণিকৰ্ণেশ্বৰত বশিষ্ঠত দ'ল বন্ধালে। আৰু মণিপুৰীয়া ৰাজা কছাৰী ৰাজাৰ সন্দিকাৰী দুয়ো কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ দ্বাৰে আহি সেৱা কৰিলে। পাচে খাংচেং বৰগোহাঞি মৰিলত ভায়েক মুমলীক বৰগোহাঞি পাতি ৰাজমন্ত্ৰীও পাতিলে। এওঁৰ মৰণান্তে

লেচেঙ্গিয়াল বৰটোক ৰাজমন্ত্ৰী পাতিলে। আৰু গুৱাহাটীলৈ গৈ উত্তৰপাৰে বৰনদীৰ কোখত বাহৰ কৰি আছিলে। তাতে থাকি সকলো দেৱালয়ত সেৱা কৰিলেগৈ। উজাই অহাত বাটতে কেন্দু-গুৰিয়া বৰপাত্ৰ মৰিল। এওঁৰ পাচতহে লেচেঙ্গিয়াল হৈছে বৰপাত্ৰ গোহাঞি। পাচে অনেক দুষ্ট লোকে মন্ত্ৰণা কৰি বৰবৰুৱাক গার্দ্দিত বা'ত ঘৈয়ালে। পাচে সোধপোচ কৰি ৰতিকান্তক কুঠাৰেৰে বুকু ফালিলে, খঙ্গীয়াৰ সনাইক মাৰিলে, ঢেকিয়াল বৰুৱাক শালত দিলে। দেৱৰগাঞত দ'ল বন্ধাই উচৰ্গিবলৈ নাপালে। এনেতে দেৱৰগাঞতে স্বৰ্গী হল। ভোগ ১৯ বৎসৰ। ২৭৯ ॥

**স্বৰ্গদেৱ লক্ষ্মীসিংহ**—১৬৯১ শকৰ জেঠৰ ২০ দিন যাওঁতে দেৱৰগাঞৰ বাহৰত কালশিলীয়া গোহাঞিদেৱ ৰজা হল। ককায়েক ৰজাদেৱৰ শৰীৰ শিমলুগুৰীত খৰি দিলে। পাচে মাজুজনা গোহাঞি-দেৱ সৰুজনা গোহাঞিদেৱক নামৰূপলৈ খেদিলে। ৬ মাহ থাকিলত আঘণত ৰাঘ মৰাণে ৰাজাক খেদি পাট লৈ ৰমাকান্তক ৰজা পাতি লক্ষ্মীসিংহ দেৱতাক বৰদ'লত থলে। পৰে ৰমাকান্তক ধৰিব খুজিছে বুলি তামূলীজনা বৰফুকনৰ বহতাই গোচৰ দিয়াত বৰগোহাঞি, বুঢ়াগোহাঞি, বৰফুকন, তিনিও জনাক কাটিলে। ইয়াৰ আগে খুটিপোতাত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক শালত দিলে। পুতেক ডেকাবৰুৱা, ঢেকিয়াল ফুকন, খনিকৰ বৰুৱা, হাবিয়াল বৰুৱা, ঠান্নু ডেকাকে, আদি কৰি সকলকে ৰঙ্গপুৰৰ বৰদুৱাৰৰ মুখৰ ঘোৰাশালৰ কোখতে কাটিলে।

পৰে আমাৰ লোক মৰাণৰ উপদ্ৰৱত ৰব নোৱাৰি গাভৰু-পুতেক নাওবৈচা ফুকনৰ বাৰীতে আলচি মৰাণক ধৰিবলৈ যোত্ৰ হোৱা খাংচেঙ্গ বৰগোহাঞিৰ পুতেক বাইলুঙ্গ বৰগোহাঞি ১, ঘঞ্চাম বুঢ়া-গোহাঞি ১, মৰাণৰ বৰপাত্ৰ ১, ভদ্ৰসেন বৰবৰুৱা ১, গাভৰু পুতেক নাওবৈচা ফুকন ১, বৰগোহাঞি বিলতীয়া কলিতা ফুকন ১, যাদ তামূলীৰ ৰামকৃষ্ণাই ১, এইইঁতে সহিতে আলচি ৰাঘক ধৰি মাৰিলে।

ৰমাকান্তক বেটবাৰীৰপৰা ধৰি আনি মাৰিলে। খোৱাক মাৰিলে। মোৱামৰাৰ মহন্ত চতুৰ্ভুজক মাৰিলে।

পাচে ৰজা হৈ বাইলুঙ্গ বৰগোহাঞিক ৰাজমন্ত্ৰী পাতিলে। পৰে বৰগোহাঞে গোচৰ দিয়াত লেচেঙ্গিয়াল বৰপাত্ৰৰ ককায়েক চাক্ক-গেঙ্কেলা ন-ফুকনক মাৰিলে। পৰে শদিয়াখোৱা নন্দলালক নড়াই কটাত বৰপাত্ৰক পঠাই ৰণ কৰাই জিকিলে। কিছুদিন থাকি ভদ্ৰসেন বৰবৰুৱাৰ তিনি ভায়েকক, নিয়াসোধা ফুকন, বগা ডেকাক, ভলুকা চেঙ্গাৰ ঢেকিয়াল বৰুৱাক কলিতাই লগাই মাৰিলে। নাতি গোহাঞিদেৱক কাটিলে। আকৰা ভকৰা গোহাঞি দুজনাৰ চকু কাঢ়িলে। শিঙ্গৰিঘৰ উঠি লক্ষ্মীসিংহ নাম ললে। কলিতা ফুকনক খেদিলে, উত্তৰত ৰণ কৰাত তাক কাটিলে। বৰদ'লত থকাত বাক্য-বচনেৰে দ্ৰব্যাদিৰে আপাহ পোৱাত কাকতিয়াৰ শিৱক খঙ্গীয়া ফুকন পাতিলে। নগাক মজুন্দাৰ পাতিলে। পৰে দেৱৰগাঞৰ দ'ল উচৰ্গিলে। জেৰেঙ্গাত পুখুৰী খনাই দ'ল বন্ধালে। ফুলনিবাৰীত দ'ল বন্ধালে। আলিকেকুৰীত ৰাজমাওদেৱে দ'ল বন্ধালে। মৰাণৰে যুদ্ধ কৰি বুঢ়াগোহাঞি জিকি সেৱা কৰিলেহি। ইয়াৰ পৰে কলিকতাৰপৰা বৰসাহাবে দি পঠোৱা কাকত উকীল নগা মজুন্দাৰে তুলি কাকত মাতিলে। পৰে চুটিয়া চৰাইৰ জগৰত বহুত মানুহ মাৰিলে। ইয়াৰ পৰে কিছুদিন থাকি ১৭০২ শকৰ পৌষৰ সংক্ৰান্তিৰ দিনা স্বৰ্গী হল। ৰাজভোগ ১১ বছৰ। ২৮০ ॥

**স্বৰ্গদেৱ গৌৰীনাথসিংহ**—তান পুত্ৰ গৌৰীনাথসিংহ দেৱতা ৰজা হল। মাঘৰ দিনত আদাবৰীয়া বৰবৰুৱাই লগাই বাইলুঙ্গ বৰ-গোহাঞে পৰ্ব্বতীয়া কুঞৰীএ তোলা লৰাটি ৰাজা পাতিব ধৰিছে বুলি কোৱাত বাইলুঙ্গ বৰগোহাঞিৰ চাৰি বাপেক-পুতেকক কাটিলে। বৰপাত্ৰক ৰাজমন্ত্ৰী পাতিলে। আৰপৰে বৰবৰুৱাই পৰ্ব্বতীয়া গোসাঞিৰ উপদেশ লব দিয়াত বৰবৰুৱা ভাঙ্গি নামতিয়ালক বৰবৰুৱা পাতিলে। পৰে বহাগৰ ২ দিন গতে শিঙ্গৰিঘৰ উঠি

মোহৰ মাৰি গৌৰীনাথসিংহ নাম ললে। নগা মজুন্দাৰক কুনমিন-কুনখাৰে বটা দিলে।

মোৱামৰীয়াই শিঙ্গৰিঘৰত জুই দিলে। ঘঞ্চাম বুঢ়াগোহাঞে ৰণ কৰি বৰফুকনে সহিতে মোৱামৰীয়াক খেদি ৰঙ্গপুৰ মোকোলালে। বহুত মোৱামৰীয়া মাৰিলে। সেই আপাহতে ৰাজমন্ত্ৰী গোহাঁয়ে আদাবৰীয়া বৰুৱাৰ চাৰি পুতেকৰ চকু কাঢ়িলে।

ৰুদ্ৰসাগৰৰ পুখুৰী উৎসৰ্গিলে। আলিকেকুৰী নাফুকৰ দ'ল পুখুৰী উৎসৰ্গিলে। আদাবৰীয়া বৰবৰুৱাৰ ঘৰলৈ আহা-যোৱা কৰা বাটত স্বৰ্গদেৱক ধৰিব খোজাত ভু পাই তেলত ভাজিলে সোণাৰী চাউডাঙ্গ ইত্যাদি ১২ মানুহ। আৰপৰে শদিয়াত নড়াৰ ৰণ কৰি জিকিলে।

আৰপৰে গড়মূৰৰ বাহৰৰপৰা উত্তৰলৈ গৈ নৰোৱা মহাজনক বিপত্তি কৰিলে। পাৰ হৈ অহাত স্বৰ্গদেৱে বৰ ভয় খালে। আৰপৰে ফোটা ডেকাৰ জীএকক বিয়া কৰাই অনেকক বঁটা-বাহন দি আনন্দ উৎসব কৰিলে।......মোৱামৰীয়া মিলি ডফলা-বহতাৰে ৰণ কৰাত মৰঙ্গিখোৱা দিহিঙ্গীয়া ফুকন পৰিল। পৰে বৰপাত্ৰগোহাঞি গুৱাহটীয়া দিহিঙ্গীয়া সৈতে গৈ ইবোৰক ভঙ্গাই গড়মূৰেদি পাৰ হৈ সত্ৰ বৰখনৰ বহুত ভকত কাটি সত্ৰ জুই দিলে। সৰুসত্ৰীয়াই মোৱামৰীয়াক পাৰ কৰা আপাহত সেই সত্ৰ মুপুৰিলে। তাৰ মহন্ত পীতাম্বৰে সিহঁতৰ লগ ললত বহুত মানুহ সিহঁতৰ হল। আউনীআটি দক্ষিণপাটকে মোক্ষ কৰি মাজালিৰ সত্ৰবোৰ পুৰি সত্ৰে-সত্ৰে বহুত ভকত কাটিলে। পৰে দিহিঙ্গ পাৰ হৈ সোনাই নৈ পোৱাত বুঢ়া-গোহাঞি, নাওবৈচা ফুকন, চোলাধৰা ফুকন, খাৰঘৰীয়া ফুকন, ইত্যাদি অনেকক যুদ্ধলৈ পঠোৱাত মোৱামৰীয়াক দেখিয়ে লৰ মাৰিলে। পাচে নতুৱাৰৰ মুখতে অনেক অবচনীয় বাক্য স্বৰ্গদেৱক বুলি মাঘৰ বিহু খাওঁ বুলি উভতি আহিল। পাচে আমাৰ নামতিয়াল বৰবৰুৱাই নগৰৰ ইটাৰ চাৰিও গড়ৰ বাজে কাঠৰ তিনিতৰপীয়াকৈ গোজ মৰাই বাহুলিচিলিঙ্গি কেটেলা লোৰ সিঙ্গৰী সিচি দি সৈষ্টবে আছিল।

ৰণপলৰীয়া বুলি বৰপাত্ৰক গোহাঁই ভাঙ্গি থৈছিল। পৰে মোৱামৰীয়াই মাঘৰ বিহু খাই চাৰিঙ্গ বৰতলা পুৰি পুনৰ ৰঙ্গপুৰৰ বৰত্নুৱাৰৰ মুখত ৰণ ধৰি নগৰৰ চাৰিওফালৰ ফুকন বৰুৱাৰ ঘৰবোৰ পুৰিলে। ৰাজা ভয় খাই দিহিঙ্গৰ বাপক ভকতে সহিতে ৰণ কৰিবলৈ বোলাত বাপেও তেওঁৰ শিষ্যক শপত দি ৰণলৈ পচাত সিহঁতৰ ভিতৰৰ হাৰী এটাই ৰণ কৰি যুদ্ধত পৰোতে ইমসা লৰ মাৰিলে। বকতীয়ালৰ বৰসেনাপতি পৰিলে। দেওধাইহঁত লৰ মাৰিলে। হাটীৰ বৰবৰাৰ হাত-ভৰি কাটি নগৰলৈ পঠালে।

পাচে ৰজাদেৱে বৰত্নুৱাৰত বৰপাত্ৰ গোহাঞি, নত্নুৱাৰত বুঢ়া-গোহাঞি, পানীত্নুৱাৰত নাওবৈচা ফুকন, ঔগুৰি চকীত বৰগোহাঞি, এইবোৰক দি যুদ্ধ কৰোৱাত মৰাণে যুদ্ধত জিকে। পাচে ৯ শকৰ মাঘৰ ২০ দিন যাওঁতে শনিবাৰে ৰাত্ৰি নামতিয়ালক বৰবৰুৱা ভাঙ্গি দিহিঙ্গীয়াৰ সৰুদেৱক বৰবৰুৱা পাতে। পানীত্নুৱাৰে চিন মাৰি ৰজাদেৱ ওলাই দিখৌৰ আমগুৰি ঘাটত নাৱত উঠিলগৈ। লগত গৈছিল ন-গোসাঁই মাজুজনাৰ বাপেক-পুতেক ২, চিৰিঙ্গফুকনৰ দদায়েক-ভতিজাক ৪, ভিতৰুৱাল ফুকনৰ বাপেক-পুতেক ২, ভদৰি চোলাধৰা ফুকনৰ ভায়েক ককায়েক ২, কাঠমিয়া নাওবৈচা ২০, এঞে সহিতে ভটিয়াই গৈ গুৱাহাটী পালেগৈ। ই ঠাইত মোৱামৰীয়া ভিতৰ সোমাই ৰাজমাওদেৱক মাৰিলে। আইকুৱৰীদেৱ সকল পলাল, নাপালে। গঞা ভণ্ডাৰ ভাঙ্গি বাটত ৰূপ সোণ তাম পিতল কাপড় সিচি দিছিল। কেতবোৰ ৰূপ সোণ গোসাঁই সেৱা কৰা সোণৰ ৰূপৰ বাচন সহিতে বহুত নিলে।

উত্তৰপৰীয়া ডফলা বহতীয়াহঁতে পৰে বকতীয়ালৰ মনজইক বৰজনা আইকুঞৰীদেৱে বৰবৰুৱা পাতি পঠোৱাত সেঞ কেতবোৰ মানুহ লৈ গড়গাওঁ সোমাই ধনৰ গোলা চোৱাত গড়কা খৰীয়াই কুঠাৰ মাৰি ত্নুৱাৰ ভাঙ্গি বহুত সোণ ৰূপৰ পেড়া নিলে। আৰু ভোগবৰীয়া, সোলাপৰীয়া, টুংচু, নাজিৰা, ৰেৱতীগঞা, লংককীয়া, ইত্যাদি অনেক

গোঙ্গাৰ ৰূপ সোণ নিলে। যি অৱশেষ আছিলে তেওঁৰ লগৰ মানুহে নিলে। পাচে মোৱামৰীয়াই পানীচকীত ৰণ কৰি পুৰণিমেলীয়া ভোগাই নেওগক মাৰি গড়গাঞা সোমাই মণ্ডইক ভঙ্গাই নগৰ জুই দিলে। মানুহো বহুত কাটিলে।

পৰে পাটকোঞৰ ৰজা হৈ গড়গাঞো সোমাই কালুগঞাক বৰপাত্ৰ পাতিলে। জোলা কাটান হাজৰিকাক বৰগোহাঞি পাতিলে, মনজইক বৰবৰুৱা পাতি ললে। চাউডাঙ্গৰ মুলুক শইকা নাওশলীয়া ফুকন হৈ প্ৰধান খাটনীয়াৰ হল। পাচে আলিকেকুৰি পানীচকীত কোঠ দি মোৱামৰীয়াক যুদ্ধ কৰি ভঙ্গালে। জপৰা গোহাঁই, বৰমূৰা গোহাঁই, ইবোৰ মন্ত্ৰী হৈ ঠায়ে-ঠায়ে ৰণ কৰি ফুৰিছিল। পাচে শিৱসাগৰত কোঁঠ দি সেই কোঁঠত পাটকোঞৰ সোমালত কোনোবা দুষ্টে কোঁঠৰপৰা উলিয়াই সিখন কোঁঠলৈ নিওতে বাটতে কাটিলে। পাচে কোঁঠ ভাগি সকলো প্ৰাণী গুচি গল। পৰে মোৱামৰীয়াই গৌৰাসাগৰ নামডাঙ্গত পানীফুকন বুঢ়াগোহাঞিৰে দিন-দিন যুদ্ধ কৰে। অভয়পুৰত ঢেকেৰি মহাজন গণকৰ কৰ্ত্তা ওলাই অভয়পুৰীয়াৰে যুদ্ধ কৰাত অভয়পুৰীয়াই জিকিলে দুবাৰ। পৰে কৰ্ত্তাক মোৱামৰীয়াই মাৰিলে। ইয়াৰ আগে দিহিঙ্গীয়াৰ সৰুদেৱ, বৰবৰুৱা, নাওবৈচা ফুকন, বহুত দিহিঙ্গীয়া আহমেৰে গোট খাই ৰণ কৰাত দুয়োকো কাটিলে। বৰপাত্ৰ গোহাঞে দিহিঙ্গীয়াৰ ভোলা সেনাপতিক বৰবৰুৱা পাতি পুতেক হেলনক চোলাধৰা ফুকন, চেটিয়াৰ জাবৰক ঢেকিয়াল ফুকন, কোঞৰ ধৰমক নেওগ ফুকন, মিৰি সন্দিকৈৰ গোবিন্দক ডেকাফুকন, দিহিঙ্গীয়াৰ নিয়াসোধা ফুকনৰ পুতেকক নাওবৈচা ফুকন, এইবোৰ সহিতে লগৰ বৰতি ৫০০ সহিতে যুদ্ধ দিয়াত মোৱামৰীয়া বেঙ্গমৰীয়াই ডাঙ্গৰীয়াক মাৰিলে, তেওঁৰ পুতেকক মাৰিলে। পৰে কোঞৰৰ নেওগ ফুকনকো মাৰিলে। আৰ আগে বাৰেঘৰৰ, বুধবাৰীৰ, দুই মহন্তক ভকতে সহিতে কাটিলে। পৰে চৰাইমৰিয়া চাংমায়ে শিলাকুটি বৰুৱা সহিতে যুদ্ধ দিয়াত সিইঁতক ভঙ্গালে। পাচে বুঢ়া-

গোহাঞি পানীফুকনেৰে যুদ্ধ কৰি কোঁঠ ভঙ্গালে। বুঢ়াগোহাঞি পলাই সাৰিল। পানীফুকনক কঁড়ীয়াই মাৰিলে। বৰগোহাঞি পলাই যাওঁতে বাটতে কাটিলে।

ইয়াৰপৰে মণিপুৰীয়াই যুদ্ধ দিয়াত ৰণে নোৱাৰি পুনৰ স্বদেশলৈ গল। বুঢ়াগোহাঞি দীঘলা গোহাঞে পুনৰ দিচৈত কোঁঠ দি ৰলহি। পাচে জপৰা গোহাঞে বচাৰ জাবৰকে মোক্ষ কৰি শইকা ছটা মোৰাই লৈ পুতেকক ৰাজা পাতিবলৈ বুঢ়াগোহাঞিৰে আলচ কৰিবলৈ অহাত ডাঙ্গৰীয়াই ধৰি চকু কাঢ়ি আমগুৰি খাতত পাতি থলে। আৰপৰে বৰকন্দাজ বঙ্গাল আনি যুঁজাত ৰেচালদাৰকে আদি কৰি সকলকে কাটিলে। বুঢ়াগোহাঞক বাৰবাৰ যুদ্ধ কৰি গাওঁ-ভূঁই পুৰি দেশ উজাৰ কৰাত সকলৰে······[ ইয়াৰ পাচত পুথিৰ পাত আৰু নাই। মুঠতে দুপিঠীয়া দহোটা পাত, লিখা উনৈছ পিঠিত।—সম্পাদক। ] ২৮১ ॥



---

বৰপেটা ন-সত্ৰৰ শ্ৰীযুতা জয়ন্তীপ্ৰিয়া দেবী মেধিয়নীৰ হাতত পোৱা বুৰঞ্জী পুথি।

# পঞ্চমখণ্ড বুৰঞ্জী

## স্বৰ্গদেৱ জয়ধ্বজসিংহ আৰু চক্ৰধ্বজসিংহ

**স্বৰ্গদেৱ জয়ধ্বজসিংহ**—১৫৭০ শকৰ মাঘত স্বৰ্গমহাৰজাক [ স্বৰ্গদেৱ জয়ধ্বজসিংহ ] দ্ৰোহ কৰিব খোজা বাদ লগাই বৰগোহাঞিৰ ১৮টা বাহক মাৰিলে। ১৫৭১ শকৰ বৈশাখত একপক্ষৰ ভিতৰত তিনিবাৰ ভূমিকম্প গল। বহাগৰ ৮ দিন যাওঁতে বৃহস্পতিবাৰে স্বৰ্গমহাৰজা শিঙ্গৰিঘৰত উঠিল। পাচদিনা শুক্ৰবাৰে সিংহাসনত বহিল। সাতদিন মহা-মহোৎসব কৰি দৈবজ্ঞ-ব্ৰাহ্মণক সুবৰ্ণ ৰজত দান কৰিলে, আৰু ভকতকো গোসাঁইকো সুবৰ্ণ ৰজত দান কৰিলে। আৰু গোট-পাইকত কুৰি টকাকৈ দিলে। সকলো লোকক লোণ চাউল দিলে। ২৮২ ॥

**স্বৰ্গদেৱৰ পৰ্ব্বতীয়াকুঁৱৰী।**—১৫৭২ শকত ৰজাশহুৰৰ জী পুখুৰীপৰীয়া বুঢ়াগোহাঁই পোৱালীত পৰিছিল, পাচে মহাৰজাদেৱে নি পৰ্ব্বতীয়া কুঁৱৰী পাতিলে। ১৫৭৩ শকৰ [illegible]দুৰ [illegible] দিন যাওঁতে মঙ্গলবাৰে স্বৰ্গমহাৰজাৰ গড়গাঁওঁৰ ঘৰত হুতু পৰিল। ১৩ দিন যাওঁতে বৃহস্পতিবাৰে বৰঢোক আপুনি বাজিল। আৰু সেই ভাদতে দিহিঙ্গৰ পানী একপক্ষ ৰঙ্গা হুই আছিল। ভাদৰ ৭ দিন যাওঁতে মহাৰজাৰ চন্দ্ৰতাপত কাক পৰিল। সেইদিন গোসাঁইৰ আসনত শাঙ্খিনী সাপ উঠিল।

১৫৭৫ শকৰ আঘোণৰ ১০ দিন যাওঁতে দেওবাৰে দিফলুমুখত গড় বান্ধিলে। মাঘত মহাৰজা লাচুপাৰত হাতী ধৰিলে। ১৫৭৬ শকৰ কাতিৰ ৫ দিন যাওঁতে শনিবাৰে বৰবৰুৱাৰ মৃত্যু। ১১ দিন যাওঁতে শুক্ৰবাৰে স্বৰ্গমহাৰজা নাৰায়ণপুৰলৈ গমন কৰিলে। মাঘৰ ১৯ দিন যাওঁতে বুধবাৰে সোমশিৰি কাখৰতে গড় বান্ধিলে।

ফাগুনৰ ৭ দিন যাওঁতে ৰাত্রি চৰাইদেৱৰ ঘৰৰ ১০০০ ৰূপ চুৰ কৰি নিলে। পাচে সাতদিনৰ মূৰত বিচাৰকৈ চোৰ পাই কাটিলে ১০০ চোৰক। ২৮৩ ॥

**অমঙ্গল উৎপাৎ।**—১৫৭৭ শকৰ বহাগৰ এদিন যাওঁতে বৃহস্পতিবাৰে ৰাত্রি ৰাজমাওদেৱৰ ঘৰত বজ্রপাত হল। সেই বহাগতে বৰজনা আইকুঁৱৰীদেৱৰ চুলিত জট বান্ধিলে। এই শকৰে আঘোণত স্বৰ্গমহাৰজাদেৱে কেন্দুৰীৰপৰা পোনাই হাৰমতি গড়লৈকে আলি বন্ধালে। মাঘৰ ২২ দিন যাওঁতে সোমবাৰে স্বৰ্গমহাৰজাদেৱে ভটয়াপাৰৰ পুখুৰী প্রতিষ্ঠা কৰিলে। পাত্র-মন্ত্রী, বৰা-বৰুক সমন্বিতে যোগ্যানুৰূপে সকলকো বঁটাপ্ৰসাদ দিলে, আৰু গুণী-গায়নকো, আন প্রজাসকলকো ৰূপ কুৰিকৈ দিলে। ১৫৭৮ শকৰ আহাৰৰ ৪ দিন যাওঁতে ৰাত্রি লাকুৰিদেৱৰ ঘৰত বজ্রপাত হল। আহাৰৰ ৬ দিন যাওঁতে বুধবাৰে আউনীআটী গোসাঁইঘৰৰ খুটা পুতিলে। ফাগুনৰ ২৪ দিন যাওঁতে শুক্রবাৰে বৰভাণ্ডাৰত বজ্রপাত হল। ১৫৭৯ শকৰ বহাগৰ ২৮ দিন যাওঁতে স্বৰ্গদেৱৰ বৰহোলং উঠিল। আঘোণৰ ৫ দিন যাওঁতে শনিবাৰে স্বৰ্গমহাৰজা সোমশিৰি কাখৰত হাতী ধৰিলে। চ'তৰ ৫ দিন যাওঁতে বুধবাৰে ভটয়াপাৰৰ পুখুৰীৰ লগত বজ্রপাত চাৰিফাল হল। ২৮৪ ॥

**কামৰূপ ভগনৰ প্রস্তাৱ।**—১৫৮০ শকৰ আঘোণৰ ৯ দিন যাওঁতে বুধবাৰে গুৱাহাটীৰপৰা মিৰ্জ্জা নাথুলা বিনাযুদ্ধে ভাগি গল। ঘোঁৰা-মানুহ অস্ত্র-শস্ত্র অলেখ পালে।

১৫৮১ শকত স্বৰ্গমহাৰজাদেৱে তিনিজনা ডাঙ্গৰীয়াত সুধিলে বোলে,—"কামৰূপৰ নিমিত্তে বঙ্গালৰে আমাৰে অনেক কন্দল হৈ গৈছে। এতেকে ই ৰাজ্য ভাঙ্গিব খোজোঁ, তইঁতে কি বোল?" পাচে বাৰুকিয়া লাঙ্গিচেটয়া বৰগোহাঁই, কেন্দুগুৰীয়া বৰপাত্র-গোহাঁই, কুঞেগঞা লাচান গোহাঁই, ৰজাশহুৰ খামন ফুকন ৰাজমন্ত্রী, এই-সকলৰে সমালোচন হৈ বাহুলি ফুকনক পাচিলে, বোলে,—"পৰীক্ষিত

ৰজাৰ ৰাজ্য কামৰূপৰ বৰা-বৰুক সহিতে সমস্ত লোকক তোলাও কৰি গৰ্গাঞলৈ আনগৈ।" এইকথা চান্দৰাএ প্ৰতাপৰাএ শুনি আপোন ঠাই এৰি বঙ্গাল সহিত গৰ্গাঞলৈ আহিল। ২৮৫ ॥

**মীৰজুমলাই গুৱাহাটী বিচাৰে।**—আৰু সেই সময়তে মীৰ্জামুলা নবাবে চাজাহা বাদচাহৰ বেটা চুজাক খেদি ঢকাত বহি ৰজাশহুৰ ফুকনৰ ঠাইলৈ উকিল পঠালে বোলে,—"গুৱাহাটী এৰি দিয়োক, মঞি এটা আমীৰ পঠাই দিয়োঁ, মঞি নাযাও।" পাচে বৰফুকনে বোলে,—"সনাতন, চলা, দুয়ো কটকী যা। এখন নবাবত কবি আমি গুৱাহাটী মৰা নাই। ভগনাথ কাৰ্জ্জিয়েহে মাৰিছে। ভাল, এখন বেহাৰ মাৰোক, তেবে গুৱাহাটী খুজিব।" এইকথা দুয়ো কটকীয়ে গৈ মীৰ্জামুলা নবাবত কলেগৈ। কটকীৰ মুখৰ কথা শুনি মীৰ্জামূলায়ে বোলে,—"বেহাৰ আমাৰ আগত কোন হয়? এটা আমীৰ পঠাই বেহাৰ মাৰিম। তেৱে যদি গুৱাহাটী এৰি নিদিয়ে মঞি লোহিত কাখৰে যাই গৰ্গাঞ উঠিমগৈ।" এই বুলি দুয়ো কটকীক পঠাই দিলে। ২৮৬ ॥

**গুৱাহাটী এৰিবলৈ অসমৰ অনিচ্ছা।**—পাচে বেহাৰ মাৰিলত প্ৰাণনাৰায়ণ ৰাজাও পৰ্ব্বত উঠি একপক্ষ আছিল। পাচে প্ৰাণনাৰায়ণে দুইলাখ ৰূপ দিম বুলিলে জাইগিৰি, এই নিবন্ধ কৰি বেহাৰত এটা নবাব থৈ ভবনাথক লোৱা লগাই লগত আনিলে। মীৰ্জামুলাও আহি মনাহাৰ কাষতে ৰহিলহি। পাচে তৰেপৰা আকৌ ছেকমিঞা উকিলক বৰফুকনৰ ঠাইলৈ পঠালে বোলে,—"ভাই নবাবে বুলিছে বেহাৰ মাৰি গুৱাৰাহাটী গুণাব, এখন বেহাৰ মৰা হ'ল, গুৱাহাটী এৰি দিওক।" পাচে বৰফুকনে গুৱাহাটী এৰি নিদিলে। পাচে বঙ্গালৰ কটকী গৈ নাওত বহি আমাৰ মানুহৰ আগত বুলিলে বোলে,—"তোমাৰ বৰফুকনৰ শৰীৰটি যেন সোণা, মুখখনি শূৱৰৰ ঠেনা। এইমুখে বেহাৰ মাৰিলে গুৱাহাটী গুণাবি বুলিছে। এখন ঝুটবাট কয়। ভাল, ইয়াৰ প্ৰমাণ পাব।" ২৮৭ ॥

**পাণ্ডু গুৱাহাটী এৰি চামধৰাত আহোম সৈন্য।**—সেইবেলা মহাৰজা টোকলাইত ধৰি আনি গৰ্গাঞলৈ আহি বৰগোহাঁই বৰপাত্ৰগোহাঁই দুইকো চামধৰালৈ পঠালে। পাচে ফাগুনৰ দিনত বাহুলি ফুকন লাখটকীয়া আনো বৰা-বৰুক বঙ্গালক দেখি হুহকি আহি লোকজন সাহতে পাণ্ডু শৰাইঘাটৰ ভিতৰ সোমালহি। লগতে মীৰ্জামুলা, দললখাঁ, মনোৰখাঁ, মথুৰখাঁ, ৰচিদখাঁ, চৈতচানা, ৰাজা নৰসিংহ, অমৰসিংহ, এইসকল প্ৰমুখে উমিৰাসকল আহি দক্ষিণে কাজলীমুখত উত্তৰে আগিয়াঠুঁটিত ৰহিলহি। চাহবুৰুজলৈ আমীৰ এটা পঠাই দিলে। পাচে ফুকনে পিকচাই চেটিয়াএ আনো বৰা-বৰুক সকলেও আলচ কৰি বোলে,—“বঙ্গালে যে আমাক পাচে যে ভেটিলোহ আত আমি কিৰূপে ৰহিম?” এইবুলি পাণ্ডুশৰাই এৰি ভাগি আহি চামধৰাত ৰহিলহি। ২৮৮ ॥

**অসমৰ সৈন্যৰ বিভঙ্গ।**—ফাগুনৰ দিনত পাচে সেইবেলা স্বৰ্গমহাৰজা ৰজাশহুৰক সেনাপতি গুচাই দুখন হেংদান দি উত্তৰে বৰগোহাঁইক সেনাপতি পাতিলে, দক্ষিণে আওগোহাঁইক, পানীয়ে তামদলৈক, গৰাইবিৰিকাক, এই তিনিকো অধিকাৰ কৰি দিলে। ৰজাশহুৰ বৰফুকনে গা এৰা দি সতঙ্গ দিলে। আগে চাৰিংৰজাকৈ দিছিল। কুঞৈঙগঞা বুঢ়াগোহাঁই হবাল। পাচে ৰজাৰ বংশ দদায়েকৰ পুতেক, সম্বন্ধত ভায়েক হয়, তেওঁক চাৰিংৰজা পাতিলে। আৰু বাঁহগৰীয়া আতন গোহাঁইক বুঢ়াগোহাঁই পাতিলে, চামধৰালৈ পঠালে। সিবোৰো চামধৰাত চাৰিদিন আছিলগৈ। দক্ষিণকুলে বঙ্গাল আহি পোতাকলঙ্গৰ কাখত বহি শিমলুগড়ৰ পৰা মৰামৰি কৰিছিল। পাচে একদিন বঙ্গালে লোহিতৰ বালিত ৰহি হাতী-ঘোৰা লোক-লস্কৰ সহিতে সম্মুখে দেখাদেখি হৈ আছিল। আৰু নাও-নাৱৰা দেখি আছিল। আমাৰ গড় সৰু আছিল। তাতে হাবুঙ্গীয়া হাতীঘাঁহী হাবিয়াল মানুহ আছিল। এই সম্ভেদ কথা নগঞা খৰঙ্গিৰ মুখে জানি ফাগুনৰ ১০ দিন যাওঁতে মঙ্গলবাৰে

চামধৰা গড়েদি যাই বঙ্গাল উঠিল। পাচে আমাৰ লোক ভাগিল। ৰাতি বৰগোহাঁইয়ে উত্তৰে খাৰৰ ভগুৰত জুই লগাই আগে ভাগিল। পাচে উত্তৰে-দক্ষিণে ছুয়োপাৰে সমস্ত লোক ভাগি আহি সলাত ৰাহলাহ। বঙ্গালে আহি কুকুৰাকটাত ৰহিলাহ। পাচে আমাৰ লোকে নাৰেৰে ধৰিলে। বলে নোৱাৰি নাও-নাৱৰা এৰি আহি গড়গাওঁ পালেহি। মনোহৰ কাকতি সলাতে বঙ্গালত বৰিল। ২৮৯॥

**গড়গাওঁ নগৰত মোগল।**—চতৰ ৯ দিন যাওঁতে শুক্ৰবাৰে ৬ দণ্ড বেলি থাকোঁতে হলধৰক, ছুৰ্লভকে, এই ছুই কোঁৱৰক মাৰিলে। চতৰ ১৪ দিন যাওঁতে ৰাইচাৰ ঘৰত ৰাতি জুই লাগি ঘৰ পুৰিলে। পুৰা তিপামলৈ গল। তাত আঠদিন থাকি চ'তৰ ২২ দিন যাওঁতে বৃহস্পতিবাৰে মহাৰজা নামৰূপৰ পিনে গল। ১৫৮৩ শকত বঙ্গালে উজাই আহি গৰ্গাঞ পালেহি। তাত বস্তুজাত লুৰি খাই একপক্ষ থাকি ১৫৮৪ শকৰ বৈশাগৰ ২ দিন যাওঁতে মজিমৰ্থা বকোবাৰিলৈ গ'ল। স্বৰ্গমহাৰজাদেৱে নামৰূপলৈ গৈ আজ্ঞা কৰিলে বোলে,—“বঙ্গালক যাকে যৈতে পাৱ তাকে আমাৰ মানুহে কাটোক।” পাচে মহাৰজায়ে বেজদলৈৰ পুতেক মনথিৰ ভগুৰী বৰুৱাক সমস্তৰে অধিকাৰ কৰি দিলে। পাচে সিহঁত আহি বকতাত ৰলহি। আমাৰ লোকসকলো দিলিহৰ উত্তৰ কাখৰে থাকি গড়গাঁৱত কতোদিন বঙ্গালক কাটি-মাৰি দগা দি আছিল। বেজদলৈৰ পুতেকে বুঢ়াগোহাঁই কোঁৱৰ ডাঙৰীয়া সকলকো নগণি বঙ্গালক বৰিবলৈ মন কৰিলে। এইকথা ছুজনা ডাঙৰীয়ায়ে ৰজাশহুৰে মহাৰাজালৈ জনাই পঠালে। সেইবেলা বৰগোহাঁই ছুজনা ডাঙৰীয়াৰ লগলৈ নিফিৰিল, তিৰুৰ নগাৰ গাওঁত আছিলগৈ। পাচে মহাৰজা মনথিৰ ভগুৰী বৰুৱাক নাম-ৰূপলৈ ধৰি নি মাৰিলে। আৰু কছি ১, তয়াই ১, বলাই ১, কহোঁ ১, এই চাৰি ভায়েকক নি তাৰ লগত মাৰিলে। আৰু মৰাৰ হৰি-ডেকাৰ পুতেক জগতেও বঙ্গালত বৰিল। পাচে আমাৰ মানুহে

বঙ্গালক দিলিহুৰপৰা খেদি নি দিহিঙ্গত ৰহিল। পাচে মূৰাকটাত বাঁহগড়ীয়া বুঢ়াগোহাঁইক বঙ্গালে ৰণ দিলে। বুঢ়াগোহাঁইয়ে দুই প্ৰহৰ যুদ্ধ কৰিলে, নোৱাৰি ভাগিল। বঙ্গালে গৈ তিপামত ৰহিল। পাচে মহাৰাজ নামৰূপৰপৰা আহি নামচাঙ্গত ৰহিল। ২৯০ ॥

**অসম মোগলৰ সন্ধি।**—পাচে তুজন ডাঙ্গৰীয়া, তিপাম ৰজা, ৰাজমন্ত্ৰী, কথা-বাৰ্ত্তা হৈ এইসকলেৰে আলচ কৰি আমাৰ চুলতান গৰিয়াক প্ৰীতিৰ নিমিত্তে কথা-বাৰ্ত্তা হবলৈ দললখাঁৰ ঠাইলৈ পঠাই দিলে। চুলতান গৈ দললখাঁৰ আগত এইকথা কলে, পাচে দলল-খাঁয়ে মীৰ্জামুলা সহিতে কথা-বাৰ্ত্তা হৈ গদাই কটকীক পঠাই ৰজা-শহুৰত কব দিলে বোলে,—"ৰাজাৰ জী এটা পাৎসালৈ দিয়োক, আৰু চাৰিলাখ ৰূপ দিয়ক, যদি নিদিয়ে আমি নামৰূপ উঠাম।" বঙ্গালৰ এইকথা শুনি মহাৰজা বোলে,—"ভাল, যি হয় দি যে ৰাজ্যকেসে ৰক্ষা কৰিব লাগে। বাৰু শহুৰে বঙ্গালৰ ঠাইত মানুহ পঠাই এইবুলি কব, বোলে, সিবোৰে যি খুজিছে আমি তাক দিম। পাচে মহাৰজাৰ জী মোমাই-তামূলী বৰবৰুৱাৰ জীৰ নাতিনী নংচং গাভৰুক পাৎসাহৰ পুতেকলৈ দিলে, যৌতুক বন্দী-বেটী বিস্তৰ দিলে, আৰু স্বুবৰ্ণ-ৰজত খোৱা-পিন্ধা অলঙ্কাৰ বিস্তৰ দিলে। আৰু সোণ-ৰূপ জাইগিৰি ধন অৰ্দ্ধখানা দিলে, অৰ্দ্ধখানা দিবলৈ থাকিল। ২৯১ ॥

**মীৰজুমলাৰ অসম ত্যাগ**—পাচে বঙ্গালে বোলে,—"ধন আৰু-খিনি, হাতীও ৯০ থাকিল। আৰে অৰ্থে তিনিজনা ডাঙ্গৰীয়াৰ পুত্ৰ, ৰাজমন্ত্ৰীৰ পুত্ৰ দিয়োক অখন। ৰূপ হাতী দিব পাৰে মূৰমাৰি তখন, তিনিজনা ডাঙ্গৰীয়াৰ পুত্ৰ, ৰাজমন্ত্ৰীৰ পুত্ৰ এৰি দিম।" এই কথা মহাৰজা শুনি বাৰুকিয়াল লাঙ্গিচং বৰগোহাঁইৰ পুত্ৰ ধলা গোহাঁইক, কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁইৰ পুত্ৰ লাঙ্গি গোহাঁইক, বাঁহগড়ীয়া গোহাঁইৰ পুত্ৰ মৰিল বুলি এৰিলে, তেওঁৰে ককায়েকৰ পুত্ৰ ৰামৰাই গোহাঁই, এই তিনিক দিলে, ৰাজমন্ত্ৰীৰ পুত্ৰ মৌপিয়াক

দিলে। নামৰূপৰপৰা মহাৰজা আহিল। নামচাঙ্গত থাকোতে দিছে ১৫৮৪ শকৰ মাঘত। বঙ্গালো তিপামৰপৰা ভটিয়াই গৈ গুৱাহাটীত ৰহিল। গুৱাহাটীত ৰচিদখাঁক থলে, বোলে,—"ৰূপ-হাতী যি কিছু পাব লাগে তাক পালেহে ডাঙ্গৰীয়াসৱৰ বেটা এৰি দিবি।" এইবুলি খানখানা নবাব ভটীয়াই গল। পাচে মহাৰজা বাঁহৰৰীয়া ভবানন্দ কটকীক গাভৰুৰ লগত পঠালে, বোলে,—"মোৰ জীৰ লগত তইয়ে যা।" পাচে কটকীয়ো গাভৰুৰ লগত গল। খান-খানা মৰিল। ২৯২ ॥

**ৰণত হেলা কৰা বিষয়াৰ দণ্ড।**—পাচে মহাৰজা তাংচানলৈ আহিল, তাৰপৰা মেকুৰীখোৱালৈ আহিল, তাৰেপৰা বকতাত ৰহিল। সেইবেলা মহাৰজাৰ লগত নাযাবৰ নিমিত্তে লাঙ্গি বৰগোহাঁইক ৰজাদেৱে আসনৰপৰা উঠি খেদি গৈ নাকৈএৰে গদিয়ালে, খুন্দাও দুটা মাৰিলে। পাচে পহৰা দি মানুহ-দুনুহ গুচাই বুঢ়াগোহাঁইৰ লগত দিলে। আৰু গজপুৰীয়া হাতীবৰুৱাক সৌকাএৰে কোবালে। আৰু তামূলীদলৈৰ নাতিয়েকক ক্ষেমা দিলে, বোলে, "মোৰ পুথাও ৰাজা মাতি গৈছে। তোক এই নিমিত্তেহে ক্ষেমিলো।" কাথ নৰোত্তম মজুন্দাৰক ভাঙ্গিলে। সেই সময়তে দললখাঁৰ ঠাইলৈ লিখা জোখা পঠালে, অভয়পুৰীয়া চতুৰ্ভুজ কাকতিৰ হাতে। পাচে মহাৰজায়ে নেওগৰ পুতেক ৰজাশহুৰ বৰজনাৰ ডোমাই ডেকাক বৰফুকন পাতিলে, কলীয়াবৰলৈ পঠালে, তেঞো ছমাহ থাকি কলীয়াবৰত মৰিল। পাচে আওগোহাঁইৰ পুতেক লাঙ্গিক বৰফুকন পাতি পঠালে। ২৯৩ ॥

**দেৰগাৱঁত মোগলৰ কটকী।**—পাচে খানখানাএ স্বৰ্গমহাৰজাৰ ৰাজ্য মাৰিবৰ শুনি পাৎসাএ মহাৰজালৈ বঁটা দি দুৰ্বেগ ৰস্তমবেগ এই দুই উকীলক পঠাই দিলে। পাচে দললখাঁয়ে পাৎসাৰ দুই উকীলক পাটনাওত লগ পাই দুই উকীলৰ লগত বাঁহবৰীয়া কটকীক উজাই পঠাই দিলে। আৰু দললখাঁৰ কটকী গদাইকো পঠাই দিলে।

পাচে পাৎসাৰ কটকীক গুৱাহাটীতে থৈ বাঁহবৰীয়াএ গদাএ আহি বকতাত মহাৰজাত জনালেহি, 'বোলে—"পাৎসাএ চিৰপায় দি দুৰ্ব্বেগ ৰস্তমবেগ দুই উকীলক পঠাইছে।" এই কথা মহাৰজা শুনি বোলে,—"মোৰ পুথাও-পুলিনে পাৎসাৰ কাপোৰ পিন্ধা নাই। এতিয়া যে মঞি লব লাগিল আতপৰে মৰণেসে ভাল।" এইবুলি লাওডেকাক, লাখটকীয়াক, বাঁহবৰীয়া কটকীক, এই তিনিক পঠাই পাৎসাৰ দুই উকীলক গুৱাহাটীৰপৰা আনিব দিলে। পাচে এই লগতে ৰচিদথাঁই তায়াদথাঁ চেকমল এই তিনি কটকীক পঠাই দিলে। আহি দেৰগাওঁ পালেহি। ২৯৪ ॥

**স্বৰ্গদেৱ জয়ধ্বজসিংহৰ মৃত্যু।**—সেই সময়তে জয়ধ্বজ মহাৰজাএ গাড়গাঁৱৰ গড় চৌমেৰে চায়গৈ। জলসাৰ ব্যাধি টান কৰি নদিন থাকি বকতা নগৰত স্বৰ্গী হল, ১৫৮৫ শকৰ কাতিৰ ২৩ দিন যাওঁতে বুধবাৰে। জয়ধ্বজ ৰজাৰ ৰাজ্য ভোগ ১৫ বৰ্ষ ১৯ দিন। ২৯৫ ॥

**স্বৰ্গদেৱ চক্ৰধ্বজসিংহ।**—জয়ধ্বজ মহাৰজাৰ পুত্ৰ নাই। তিনিজনা ডাঙ্গৰীয়া প্ৰমুখ্যে সকলেও সমালোচনা হৈ ৰজা পাতিবলৈ চাৰিঙ্গৰজাক আনিবলৈ পাচিলে। পাচে তাৰেপৰা আনি আনদিনা বৃহস্পতিবাৰে স্বৰ্গৰাজা পাতি সকলেও পাট-সেৱা কৰিলে। পাচে বকতাৰ চ'ৰাৰ কাখৰত ঘৰ সাজি ৰজাদেৱক থৈছিল। আঘোণৰ ৯ দিন যাওঁতে মঙ্গলবাৰে স্বৰ্গমহাৰজা লেচাঙ্গত পাট কৰিলে। ২৯৬ ॥

**ৰজাশহুৰ ৰাজমন্ত্ৰী ফুকনৰ মৃত্যুদণ্ড।**—ফাগুনৰ ১১ দিন যাওঁতে সোমবাৰে ৰমা বামুণ, গণক ডেকা, সনাতন কটকী, এই তিনিও ৰজাশহুৰৰ গোচৰ দিলে, বোলে,—"নেওগৰ পুতেকে দ্ৰোহ আচৰিব খুজিলে।" এইকথা স্বৰ্গমহাৰজা শুনি দায় ধৰি ফুকনকো ভায়েক লেচাইকো বন্দী কৰি থলে পানীতুৱাৰত, আৰু ভতিজা পুতেক চিকণ ১, লাংচা ১, লোকচা ১, খামচাং ১, সৰিহ ১, ভাগিনীয়েক তোলন ১, এই ছয়ক মাৰিলে। পাচে স্বৰ্গৰজা লাঙ্গ হেংদানধৰাক পঠাই সুধিব দিলে, বোলে,—"মন্ত্ৰীয়ে অনেক মন্ত্ৰণা জানে, এতেকে নামাৰোঁ, কথা

কওক।" পাচে ৰাজমন্ত্ৰীয়ে বোলে—"ফুলে-পুষ্পে সমূলি বৃক্ষ ডালি ডলাদি সকলোকে ডলিলে, মোৰ তলশাৰী সি হুব পাবে? সি যে মোক ৰজাত মাতি ৰাখে!" এইকথা মহাৰজাত জনালে বোলে,—"ভাল, ফুকনে যেন দুয়ো ভায়েকক মাৰকনি।" পাচে ফাগুনৰ ১৭ দিন যাওঁতে ৰাজমন্ত্ৰীৰ দুয়ো ভায়েকক লাচাঙৰ হাকলুহাটত চেপি মাৰিলে। ২৯৭ ॥

**কুসুমী আইকুঁৱৰীদেৱৰ মৃত্যুদণ্ড।**—ৰৰজনা আইকুঁৱৰীদেৱক আগে ৰাখিছিল ৰৰকুঁৱৰী বিষয়তে থম বুলি। ফুকনক গোচৰ দিলত আইকুঁৱৰীদেৱক চোলাধৰা ভাণ্ডাৰত বন্দীকৈ থৈছিল। গণক মজুমদাৰক পঠাই আইকুঁৱৰীক সুধিব দিলে। ৰজাদেৱে বোলে,—"মই চাৰিঙ্গত আছিলো, মোক দদায়েকৰ হতুৱাই ৰজা পাতিলেনি, এতিয়া, ইহঁতে আকৌ দদায়েকৰ হতুৱাইএ কিয় এনে কৰায়?" এইৰূপে দেৱতাৰ আজ্ঞা মজিন্দাৰে কৈ দায় ধৰি সুধিলেহি। পাচে আইকুঁৱৰীদেৱে বোলে,—"দদায়েকহঁতে কি কৰে তাক মই কি জানো? এই কথা জানি মই আগতে স্বামীৰ লগত যাব খুজিলোঁ। মোৰ পতিব্ৰতা ধৰ্ম্মকো নষ্ট কৰিলে!" এইবুলি অনেকখন বুলিছিল। সকলোখিনি কথা মজিন্দাৰে স্বৰ্গমহাৰজাৰ চৰণত জনালেগৈ। জনালত ফাগুনৰ ১৩ দিন যাওঁতে বুধবাৰে আইকুঁৱৰীদেৱক পৰ্ব্বতত মাৰিব দিলেনি। চৈত্ৰৰ শেষ পক্ষত বৰঢাক দুবাৰ বাজিল। গৰুবিহুৰ দিনাও এবাৰ বাজিল। ২৯৮ ॥

**পুনৰ অমঙ্গল উৎপাত।**—১৫৮৫ শকৰ চ'তৰ ৩০ দিন যাওঁতে জয়ধ্বজ ৰজাৰ ৰৰজী ৰৰজনা ৰজাদেৱে চেংধৰা ৰৰবৰুৱাৰ পুতেকলৈ নমাই দিলে। ১৫৮৬ শকৰ বৈশাগৰ ২৪ দিন যাওঁতে বৃহস্পতিবাৰে স্বৰ্গমহাৰজা শিঙ্গৰিঘৰ উঠিল। সেইদিনে ৰাতি যাওঁতে সিংহাসনতো বসিল। নাও ললে চক্ৰধ্বজসিংহ। বৈশাগৰ ২৬ দিন যাওঁতে শুক্ৰবাৰে উল্কাপাত হল। জেঠৰ ১৮ দিন যাওঁতে সোমবাৰে আয়ুবৰ কলে। সেইদিনে ৰৰবৰুৱা জী আইকুঁৱৰীদেৱক হাতী-

টাঙ্গিত তুলিলে। সেই শকৰে আহাৰৰ ১৫ দিন যাওঁতে মঙ্গলবাৰে মোমাই-তামূলী বৰবৰুৱাৰ পুতেক বৰটোক নাওবৈচা ফুকন পাতিলে। আঘোণৰ ৪ দিন যাওঁতে শুক্রবাৰে ৪ দণ্ড বেলি থাকোতে দৈবজ্ঞ ব্ৰাহ্মণক ভোজন কৰালে। পৌষৰ ১৮ দিন যাওঁতে দেওবাৰে স্বৰ্গমহাৰজা তিঙ্গিৰাইত হাতী ধৰিলে। পৌষৰ ২০ দিন যাওঁতে মঙ্গলবাৰে লাচাঙ্গৰ বাঁহৰত শগুণ পৰিল। ৰজাদেৱ তিঙ্গি-ৰাইত আহোঁতে পাচে তাৰপৰা স্বৰ্গমহাৰজা বাঁহগড়ীয়া বুঢ়া-গোহাঁইক পঠাই পদুমপুখুৰীত ঘৰ সজালে। স্বৰ্গমহাৰজা হাতী ধৰি আহি পৌষৰ ২১ দিন যাওঁতে বুধবাৰে সেই ঘৰতে আছিলহি। ১৫৮৬ শকৰ চ'তৰ ৬ দিন যাওঁতে শনিবাৰে দেৱৰায়ৰ দৌলত শগুণ পৰিল। ১৫৮৭ শকৰ শাওণৰ ২৭ দিন যাওঁতে দেওবাৰে মঙ্গল শুক্র দুই স্ত্ৰীৰ যুদ্ধ লাগিল, আৰু এইদিনে সূৰ্য্য উদয়লৈকে তাৰাসকল ওলাইছিল। ২৯৯॥

**লাচিত বৰফুকন।**—বাহগড়ীয়া বুঢ়াগোহাঁই, বাঘচোৱাল বৰপাত্ৰ-গোহাঁই, বাৰুকিয়াল বৰগোহাঁই, এই তিনিওজনা ডাঙ্গৰীয়া প্ৰমুখ্যে বৰা বৰুৱা ফুকন ৰাজখোৱা হাজৰিকা সকলো বিদ্যমানে স্বৰ্গ-মহাৰজাদেৱে বৰচৰাত ওলাই বহি বোলে,—"মঞি বঙ্গালক ধৰিবলৈ মন কৰোঁ। তহঁতসৱে কি বোলে?" পাচে বাহগড়ীয়া গোহাঁইয়ে মাতিলে, বোলে,—স্বৰ্গদেৱে যিখান বুলিছে উত্তমকেহে বুলিছে। কিন্তু ৰাজ্যৰ চাউল-কঠাও নাই। বহা-পবনাতো ভালৰূপে নাই। এতেকে বঙ্গালক কিৰূপে ধৰা যাব? পাচে সেইকথাত সকলেও ভৰ দিলে। স্বৰ্গমহাৰজা খং কৰি কাৰো কথা নাৰাখি সকলকো কিছু নুবুলিলে, বোলে,—"মঞি স্বৰ্গৰজাৰ নাতি। বন্দী বঙ্গালক কেনেকৈ কৰ দিম? বোলে মঞি ৰজা হৈ চাইদিন থাকিলোঁ। তেওঁ বঙ্গালৰ অধীন হৈ থাকিব নোৱাৰোঁ।" পাচে কাৰিকৰ আদিৰে বিলাতিৰো কুৰিত দহোটা আঠোটা ছটা এইৰূপে ভাল ভাল মানুহ বাচি লৈ স্বৰ্গৰাজা আপুনি ওলাই পঞিজাৰ পিন্ধি হাতত লাখুটি লৈ

আগত থাকি খলাতে সেই মানুহক চাৰিমাহ কাড়ধনু ছিলৈ শিকালে। বৰা শইকীয়াকো ভাল পাই কটককো কাড় যাঠি ধনুখান ভাল মাৰিব বুলি ৰূপ-কাপোৰ দি সকলোৰে আসৈ-বুদ্ধি বঢ়াই বঙ্গালক ধৰিবলৈ মন কৰিলে। লাচিত ফুকন দুৱৰীয়া বৰবৰুৱা আছিল। তেওঁৰ আসৈ-বুদ্ধি ভাল পাই বৰফুকন পাতিলে। গুঞ্জিমেলা বৰগোহাঁইৰ পুতেক হেংদানধৰা আছিল, তেওঁক বৰগোহাঁই-ফুকন পাতিলে। পেলন ফুকন চাৰিঙ্গীয়া ফুকন আছিল, তেওঁকো ফুকন পাতিলে। মিৰি-সন্দিকৈ ফুকন হাজৰিকা আছিল, তেওঁকো ফুকন পাতিলে। ৩০০ ॥

গুৱাহাটী মাৰিবলৈ যুদ্ধযাত্ৰা।—আৰু সকলকো কেৰু, টাৰ, চেও, টেমি, কাপোৰ-কানি দি বঙ্গাল ধৰিবলৈ পাঞ্চিলে। আৰু বৰবৰুৱা ফুকন ৰাজখোৱা হাজৰিকা পৰ্য্যন্তে সকলকো বঁটা-প্ৰসাদ দি স্বৰ্গমহাৰজা বুলিলে,—"তইঁতৰো ভাৰ্য্যা-পুত্ৰ গো-ব্ৰাহ্মণ সকলকো ৰক্ষা পৰিব লাগে। বঙ্গালকে যুদ্ধে জিনিলোঁ, ইয়ো যশস্যা মঞি পাব লাগে। যদি ইটাখুলিত ভঙ্গাব নোৱাৰ তইঁতক খুদাই এৰা নেযাব, আৰু তইঁতৰ নিচিনা ফকন ৰাজখোৱাহতো মুহুৰনেকি?" এইৰূপে সকলকো শিকাই-বুজাই ১৫৯৯ শকৰ ভাদৰ ৩ দিন যাওঁতে বৃহস্পতিবাৰে গুৱাহাটী মাৰিবলৈ যুদ্ধযাত্ৰা কৰালে। ৩০১ ॥

অসমৰ গুৱাহাটী উদ্ধাৰ।—ভাদৰ ১৭ দিন যাওঁতে বৃহস্পতিবাৰে প্ৰথমে বাঁহবৰীয়া মাৰি লালবেগ ৰোচনবেগ এই দুইক ধৰি দি পঠালে। আহিনৰ ১৭ দিন যাওঁতে বৃহস্পতিবাৰে কাজলী মাৰিলে। তাৰপৰা গৈ ইটাখুলিত যুদ্ধ ধৰিলে।

একোৰূপে বঙ্গালক ভঙ্গাব নোৱাৰে। পাচে পেলন ফুকনে বোলে—"ইটাখুলিত যেয়ে ভঙ্গাব পাৰে, তাৰে মঞি বন্দী হম।" এইকথা স্বৰ্গমহাৰজা শুনি দায় ধৰি পাপং চাওদাঙ্গৰ বৰুৱাকে ৰূপাপাৰা হাতীৰ পুতেক হাতী হাজাৰকাক লোৱা, কুঠাৰ, মেখেলা ঝাট দি পঠালে, বোলে,—"পেলন ফুকনৰ আগমণ্ডহ কুঠাৰেৰে ছিৰি

দি পঠাবি, এনেকৈ বুলিব পাইনিকি, আৰু নোৱাৰে যে বোলে,— তাক মেখেলা পিন্ধাবি, ঝাটাৰে কোবাবি।" পাচে দুয়ো গৈ ফুকন বৰুৱা সকলকো একঠাই কৰি স্বৰ্গদেৱৰ আজ্ঞা শুনালে। পাচে সকলেও বোলে,—"পেলন ফুকনে এনেকৈ বুলিবৰ আমি কোনেও শুনা নাই। কিৰূপে স্বৰ্গদেৱে শুনিছে আমি বন্দীহতে তাক নাজানো।" পাছে দুই আহি স্বৰ্গদেৱৰ চৰণত এইবাৰ্ত্তা জনালেহি। দেৱতাএ শুনি কাকো কিছু নুবুলিলে।

মহাৰজাৰ কথা টান হেন জানি সকলেও টানমন কৰি যুদ্ধ ধৰিলে। তথাপি ইটাখুলিত ভঙ্গাব নোৱাৰে। পাচে সকলেও সমালোচন কৰি চোৰবচা লগাই বঙ্গালৰ হিলৈখানত পানী ভৰালে। এইকথা ফুকন ৰাজখোৱাত কলেহি। ১৫৮৯ শকৰ কাতিৰ ১৭ দিন যাওঁতে বৃহস্পতিবাৰে ৪ দণ্ড নিশা থাকোতে সকলেও গৈ ইটাখুলিত যুদ্ধ ধৰি বঙ্গালক ভঙ্গালে। ইটাখুলিত চৈতচানা, চৈতপিৰোজ, আদি কৰি অনেক লোকজনক ধৰি আনিলে। আৰু সেই সময়তে দুটা বঙ্গালে ঘোঁৰাত উঠি অশ্বক্ৰান্তৰ পোনে লোহিতৰ পাৰহৈ গল। আৰু আহিলা-পাতি, ৰূপ-কড়ি, কাপোৰ, উট, তাম-পিতল বিস্তৰ পালে। সেই সময়তে মৌপিয়া ফুকনকো পালে। পাচে সকলেও সমালোচন কৰি কৌপতীয়া কটকীক পঠালে এই কথা-বাৰ্ত্তা স্বৰ্গমহাৰজাৰ চৰণত জনাবলৈ। কটকীও আহি বৰুৱা ফুকন মেল ভাগি ঘৰাঘৰি গ'লত জনালেহি। পাচে স্বৰ্গমহাৰজা এই কথা শুনি বৰচ'ৰাত ওলাই বহি বৰঢাক আদি·········( ইয়াৰ পাচত আৰু কথা নাই )। ৩০২ ॥

---

নগাঁও-খোৰহাটৰ শ্ৰীযুত উমানাথ গোহাঁইবৰুৱা পোৱা বুৰঞ্জী।

# ষষ্ঠখণ্ড বুৰঞ্জী

## স্বৰ্গদেৱ কমলেশ্বৰসিংহৰপৰা পুৰন্দৰসিংহলৈকে

**স্বৰ্গদেৱ কমলেশ্বৰসিংহ।**—গৌৰীনাথসিংহ বা চাওফা চুহিৎপুংমুঙৰ মৃত্যু হোৱাত দীঘলা কোঁৱৰৰ পুতেকটি ৰজা হ'ল। ৰজা হৈ আহোমমতে নাম ললে চুক্লিংফা, আৰু হিন্দুমতে কমলেশ্বৰসিংহ। স্বৰ্গী ৰজাৰ শৱটো মাছখোৱাহাটলৈ নি তাতে দাহ কৰিলে। ডাঙৰীয়াবোৰক গাখীৰ, দৈ-গুড়, কল-কুহিয়াৰেৰে জলপান খুৱালে, আৰু দহদিনৰ মূৰত দহা পালিলে। মাহেকৰ মূৰত সকলো গোসাঁইকে মাতি আনি বৰসবাহ পাতি যোৰহাটত হিন্দুমতে কৰ্ম্ম কৰিলে। স্বৰ্গী ৰজাৰ অস্থি-ছাই চৰাইদেও পৰ্ব্বতলৈ নিলে। লগত ধনুধৰীয়া কোঁৱৰৰ কিছু মানুহ, আৰু পাতৰচেটিয়া আৰু ঘৰফলীয়াবো কিছু মানুহ গৈছিল। আৰু দিহিঙীয়া ফুকন, কোঁৱৰ হাজৰিকা, আৰু অনেক বৰুৱা ফুকন লগতে গৈছিল। পাচে মুনীহাট পালেগৈ। বুঢ়াগোহাঁই ডাঙৰীয়াই খেলুং, বানটুং আৰু তিংখাং এই তিনি গাৱঁৰ মানুহক মৈদাম এটা বান্ধিবলৈ কলে। সেইমতে এই তিনি গাৱঁৰ ৰাইজে মৈদাম বান্ধিলে। আতপাচে বুঢ়াগোহাঁই ডাঙৰীয়াৰ আজ্ঞাৰে ধনুধৰীয়া ৰবাই মৈদামৰ ওপৰত ওখকৈ ভেটি এটা সাজিলে। ৩০৩ ॥

**অসমীয়া সৈন্যৰ নতুন শিক্ষা।**—লাক্লি লাতপ্লাও বা ১৭১৬ শকত, উত্তৰকোলে পুৰণিমটীয়া মটকে আমাৰ গাওঁ মাৰি বস্তু লুড়ি নিলে, আৰু ঘৰ-বাৰী ভঁৰাল জুই দি পুৰিলে। আতপাচে বুঢ়াগোহাঁই ডাঙৰীয়াই চুবাদাৰ এটা আৰু জমাদাৰ দুটা ৰাখি কিছুমান সৈন্যক চিপাহী ধৰণে শিকাই-বুজাই ললে। ভালেমান দিন ধৰি যুদ্ধৰ নিয়ম শিকাই ওঠৰ কোম্পানী চিপাহী তিয়াৰ কৰিলে।

আৰু ডাঙ্গৰীয়াই চিপাহীবোৰক পাথৰ-কলাই হিলৈ, কিৰিছ, খাৰমোনা, কূৰ্ত্তা, টুপী, কোমৰবন্ধা, দেওমনি, ডম্বৰু, ঢাল আৰু ঠেঙ্গা পিন্ধিবলৈ দিলে, আৰু যিবোৰে শিকালে সিবোৰক বঁটা-প্ৰসাদ দিয়ালে। চিপাহীবোৰে কুন্‌মিন্‌-কুন্‌খা পিন্ধি মিছা ৰণ উলিয়াই ভালমতে যুঁজ কৰিব পৰা হল। তাহাঁতৰ শিক্ষাও বৰ ভাল হৈছিল। আমাৰ সৈন্য ওঠৰ কোম্পানী চিপাহী হল। ইয়াকে দেখি বুঢ়া-গোহাঁই ডাঙ্গৰীয়াই ডাঙ্গৰৰূপে আনন্দ পালে। ৩০৪ ॥

**কোঠ-বুৰুজ নিৰ্ম্মাণ**—স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁয়ে ৰাজ্যত কোঠ-চহৰ পাতিবলৈ কুঁৱৈগঞা ডেকাফুকনক কলে। ডেকাফুকন উজাই গৈ ভিতৰ-নামচাঙ্গত ৰহিলগৈ। তাতে ভাল কোঁঠ এটা সাজি গাওঁ এখন পাতিলে। তাৰপাচে জবকালৈ গৈ তাৰ কোঁঠ-প্ৰাঙ্ঘি অঁতোৱালে, আৰু তাতো এখন ডাঙ্গৰ গাওঁ পাতিলে। পাচে বৈচালৈ গৈ গাওঁ ৰাখিবৰ কাৰণে এটা কোঁঠ দিয়ালে। সেই-ৰূপে গাহৰিবাৰী আৰু বেঙ্গেনাবাৰীতো কোঁঠ দিয়ালে। এৱেঁ নগাহাটো পাতিলে। আতপাচে বৰহাট আওঁতাই কোঁঠৰ চাৰিওফালে আহতগছ এশাৰী ৰোৱালে। সেই ঠাই ৰাখিবৰ কাৰণে এক ফৌজ চিপাহী থলে। এই কাম বৰ ভাল হৈছিল। পাচে ডেকাফুকন ৰংপুৰলৈ উভতি আহিল, আৰু বুঢ়াগোহাঁইক কলে, বোলে,—"ৰংপুৰ চহৰখন ভাল কৰিব লাগে।" বুঢ়াগোহাঁয়ে "বাৰু" বুলি ৰংপুৰ চহৰ আৰু তাৰ ভণ্ড়াৰ আওঁতাবলৈ আদেশ দিলে। ৩০৫ ॥

**দাম পূজা**।—আতপাচে বুঢ়াগোহাঁই ডাঙ্গৰীয়াই মছাই ফুকন, দেওধাই ফুকন, বাইলুং ফুকন, দেওধাই বৰুৱা, মিঠৈখোৱা বৰুৱা, আৰু অন্যান্য দেওধাই পণ্ডিতক কলে, বোলে,—"দাম পূজা পাতি সোণ-ৰূপ বিলাই দি চাওফা চুহিতপুংমুঙ্গ স্বৰ্গী ৰজাৰ প্ৰেতাত্মা পুথাওসকলৰ সঙ্গলৈ নিব লাগে।" ডেকাফুকন এই প্ৰস্তাৱত মান্তি হল, ৰংপুৰ চহৰ আৰু ঘৰবাৰী আওঁতোৱা সাং হল, আৰু দেৱতা-সকলক পূজা কৰিলে। ৩০৬ ॥

**নতুন বিষয়া।**—সন্দিকৈৰ ভোমোৰাকলীয়াক বৰফুকন পাতিলে। পৰ্ব্বতীয়া কুঁৱৰীৰ ভায়েক চতাইঅলীয়া গোহাঁই বৰগোহাঁই হল। কেন্দুগুৰীয়া পোৱালী গোহাঁইৰ পুতেক বৰপাত্ৰ-গোহাই হল। সন্দিকৈৰ ভদৰী বৰবৰুৱা হল। পূৰ্ব্বৰ নাওবৈচা ফুকনৰ নাতিয়েকক নাওবৈচা ফুকন পাতিলে। কুঁৱৰিগঞা নাওবৈচা ফুকনৰ পুতেক ডেকাফুকন হল। মিৰিসন্দিকৈ ঘৰৰ এজন দিহিঙ্গীয়া ফুকন হল। দিহিঙ্গীয়া ফুকনৰ ঘৰৰ এজনা ন-ফুকন হল। বুঢ়াগোহাঁয়ে ককায়েকক নেওগ ফুকন পাতিলে। সকলো ফুকন, বৰুৱা, ৰাজখোৱা, হাজৰিকা, শইকীয়া, বৰা নকৈ পাতিলে। ৩০৭॥

**বৰসেনাপতি বধ।**—লাক্ল খুত্ঙ্গি বা ১৭১৭-১৮ শকত, পাত্ৰ-মন্ত্ৰীসকলে সমালোচন হৈ শগুণকণিপৰা ৰজাৰে সৈতে মিত্ৰভাৱ হৈ ৰণ কৰা বৰসেনাপতিক ধৰিবলৈ সৈন্য পঠিয়াবলৈ যুগুতি কৰিলে। কিছুদিনৰ পিচত বুঢ়াগোহাঁয়ে মথন আৰু কোদো এই দুইক কলে, বোলে,—"চিপাহী, চুবাদাৰ, ফুকন, বৰুৱা, হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া, কাঁড়ী, নকুৱা মছাই ফুকন, লেফেৰা দেওধাই ফুকন, টেকা বৰবাইলুং, বামুণ বৰকটকী, বেজবৰুৱা, বামুণ, গণক আৰু দলৈ, এইবোৰক একেলগ কৰি গোটাব লাগে।" সেইদৰে সিবোৰক গোটালে। বুঢ়াগোহাঁই ডাঙ্গৰীয়াই ৰিকৃখোৱান পূজা পাতি দেৱতা-সকলক তুষ্ট কৰিলে। আতপাচে বুঢ়াগোহাঁয়ে ভাল দিনবাৰ চাই উত্তৰে তিলাও বা লুহিত নৈৰ পাৰলৈ গল। আতপাচে বাচকটা পথাৰ পাই তাতে কোঁঠ দি ৰহিলগৈ। বৰসেনাপতিৰে সৈতে যুজ কৰিবলৈ আমাৰ এক ফৌজ সৈন্য পঠিয়ালে। বৰসেনাপতি ৰণত ঠাওৰিব নোৱাৰি পলাই ডাঠ হাবিত সোমাল। আমাৰ সৈন্যই তাক ধৰিবলৈ পাচে পাচে খেদি গল। এটা চুবাদাৰে বৰসেনাপতিলৈ গুলি মাৰিলে, সেই গুলি সেনাপতিৰ গাত লাগিল, তাক টানি আনি বুঢ়াগোহাঁইৰ আগত থলেনি। বুঢ়াগোহাঁয়ে সেনাপতিক মৰালে। ৩০৮॥

**শগুণকণিপৰা ৰজা।**—শগুণকণিপৰা ৰজাৰ ধান আৰু আন বয়-বস্তু থোৱা ভঁৰালবোৰ আমাৰ সৈন্যই আগুৰি লৈ অধিকাৰ কৰিলে। শগুণকণিপৰা ৰজা পলাই সাৰিল। তাৰ সম্পত্তি আৰু ঘৰ-ঘৰোৱাহ মানুহ আমাৰ সৈন্যৰ হাতত পৰিল। ৰজাৰ চাৰিজনী জীয়েকো আমাৰ সেনাৰ হাতত পৰিল। বুঢ়াগোহাঁই ডাঙৰীয়াই তাৰে এজনীক দিলে মছাই ফুকনক, এজনী দেওধাই ফুকনক, এজনী বৰবাইলুঙক, আৰু এজনী চুবাদাৰক দিলে। তাতপাচে বুঢ়াগোহাঁই ডাঙৰীয়া যোৰহাটলৈ উভতি আহি স্বৰ্গদেৱ আৰু চাৰিংৰজাৰে দেখা সম্ভাষা হল। তাৰপাচত ডাঙৰীয়া যোৰহাটতে থাকিল। ৩০৯॥

**খেৰকটামুখত কোঁঠ।**—আতপাচে লাক্লি ৰুংমাও বা ১৭১৮-১৯ শকত, স্বৰ্গদেৱ, চাৰিংৰজা, বুঢ়াগোহাঁই, ৰুৰুৱা, ফুকন, ৰাজখোৱা, হাজৰিকা, শইকীয়া, বৰা, এই সকলোৱে সমালোচন হৈ হেঙ্গালুগুৰিত থকা পুৰণিমটীয়া মটকক ধৰিবলৈ যুকুতি কৰিলে। খেৰকটামুখত কোঁঠ দিবলৈ বুঢ়াগোহাঁয়ে আজ্ঞা কৰিলে। বৰা ১, মথন ১, এই দুয়ে গৈ খেৰকটামুখত কোঁঠ দিলেগৈ। ৩১০॥

**পীতাম্বৰ মহন্ত।**—আতপাচে ভাল দিনবাৰ চাই বুঢ়াগোহাঁই ডাঙৰীয়াই ফুকন, ৰাজখোৱা, হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া কাঁড়ী আৰু বৰুৱা এইসকলক একেলগ কৰি গোটালে। এইসকলৰ সৈতে আৰু লগত ভমৰাচিং ১, বাজুপুৰীয়া ১, ৰূপসিং ১, বীণাসিং ১ হাতীমূৰীয়া পাঁচ খেল, নকুৱা মছাই ফুকন ১, লেৰেলা দেওধাই ফুকন ১, শিমলুগুৰীয়া বৰবাইলুং ১, আৰু কেচাবাইলুং ১, এইবোৰক লৈ যাত্ৰা কৰি উজাই খেৰকটামুখ পাই তাতে ৰহিলগৈ। তাতে থাকি বুঢ়াগোহাঁয়ে পুৰণিমটীয়া মটকৰ গাওঁ মাৰি নষ্ট কৰিলে। মটকক জীয়াই জীয়াই ধৰি সিহঁতৰ ধন, সোণ, ৰূপ আৰু অন্য বস্তু পাই লুড়ি আনিলে। বুঢ়াগোহাঁয়ে মটকক লুড়ি অনা বস্তুমানে নাৱত ভৰাই সসৈন্যে সহিতে খুটিয়াপোতালৈ আহিল। তাতে পীতাম্বৰ মহন্তক পাই

পুত্ৰ-কন্যা সহিতে ধৰি আনিলে। আতপাচে নাৰেৰে ভটীয়াই যোৰহাটলৈ উভতি আহিল। সেই ৰণত বুঢ়াগোহাঁয়ে বিস্তৰ দ্ৰব্য-আহিলা পালে, আৰু ফুকন, বৰুৱা, ৰাজখোৱা, হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া কাঁড়ী, আৰু অন্যবোৰে সৈতে যোৰহাটলৈ আহি তাতে থাকিল। আতপাচে স্বৰ্গদেৱ আৰু চাৰিংৰজাই ৰাজ্যৰ মানুহক টাঙ্গোন যাঠি দি ৰণলৈ বুলি তিয়াৰ কৰিলে। কিছুদিনৰ পাচত বুঢ়াগোহাঁই ডাঙ্গৰীয়াই পুৰণিমটীয়া মটকক ধৰিবলৈ খুটিয়াপোতা আৰু জানখনা-মুখলৈ এফৌজ আৰু মহগড়লৈ এফৌজ সেনা পঠিয়ালে। ৩১১ ॥

**চিংফৌ ৰণ।**—লাক্লি তাওচি বা ১৭১৯-২০ শকত, উজনীফালে চেংফালৰিংগাম বা চিংফৌবোৰে আমাৰ ৰাজ্য মাৰিবলৈ আহিল। সিহঁতে আমাৰ কোঁঠ এটাত সোমাই তাতে ৰলহি। চিংফৌৱে ৰাজ্য ভঙ্গা কথা স্বৰ্গদেৱে আৰু বুঢ়াগোহাঁয়ে শুনি পাত্ৰ-মন্ত্ৰী, ফুকন, ৰাজখোৱা, শইকীয়া, বৰা, এইসকলে মেলত বহি ভালেখিনিপৰ সমালোচন হৈ চিংফৌ মাৰিবলৈ ঠাৱৰ কৰিলে। বুঢ়াগোহাঁই ডাঙ্গৰীয়াই ডেকাফুকন ১, কাপ্তান গোহাঁই ১, সৰু-অভয়পুৰীয়া ৰাজখোৱা ১, ভমৰাচিং চুবাদাৰ ১, অভয়পুৰীয়া ৰাজখোৱা ১, পানী-অভয়পুৰী ৰাজখোৱা ১, ৰূপচিং ১, বীণাচিং ১, এইবোৰক চিংফৌ ৰণলৈ যাবলৈ কলে। খেলুং, বানটুং, তিংখাং, এই কেইগাঁৱৰ ৰাজখোৱা, হাজৰিকা, শইকীয়া আৰু ধনুধৰীয়া কাঁড়ী আমাৰ সেনাৰ লগ লাগিল। মোহন ফুকন, দেওধাই চেংধোৱা ফুকন, বাইলুং, বামুণ, গণক আৰু বেজমানুহ সৈন্যৰ লগত গল। আমাৰ সেনা উজাই গৈ চিংফৌৰ কোঁঠ ভেঁটি ধৰিলে। চিংফৌৱে খাৰৈৰ দাঁতিত হিলৈ পাতি কোঁঠৰ ভিতৰতে ৰল। পোনতে আমাৰ সৈন্যই ৰণ জিনিব নোৱাৰিছিল। পাচে ভমৰাচিং চুবাদাৰে বৰহিলৈ এটাৰ বিন্ধাত জুই লগাই হিলৈ জাঁই কৰি চিংফৌৰ কোঁঠ ভাঙ্গিলে। কোঁঠৰ পৰা ওলাবলৈ চিংফৌহঁতৰ বাট-পথ নাইকিয়া হল। সিহঁতে কোনোমতে পলাই সাৰিল। আমাৰ মানুহে কোঁঠ সোমাই চিংফৌৰ ৰয়বস্তু দ্ৰব্য-আহিলা লুড়ি আনলে।

গৰু, মহ, কুকুৰা আৰু অন্যবস্তু অনেক পালে। গড়ভিতৰীয়া ঘৰবোৰ পুৰি ছাই কৰিলে। আতপাচে ডেকাফুকন, কাপ্তান গোহাঁই, ৰাজখোৱা, হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া কাঁড়ী, আৰু আনবোৰ সহিতে উভতি আহি পুৰণি-যোৰহাটত থাকিলহি। ৩১২ ॥

**মটকৰ ভৰথী ৰজা।**—লাক্লি কাচেও বা ১৭২০-২১ শকত, বেংমৰাত পুৰণিমটীয়া মটকে স্বৰ্গদেৱক দ্ৰোহ কৰি ৰণ উলিয়ালে। ভৰথী নামে ৰজা এটা ওলাল। ডেকাফুকন, কাপ্তান গোহাঁই, ৰাজখোৱা, হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া, কাঁড়ী, ভমৰাচিং চুবাদাৰ, বাজুপুৰী, ৰূপসিং, বাঁণাচিং, আৰু খেলুং, থেনবান, তিংখাং, বানটুং এই চাৰি গাৱঁৰ মানুহ, মোহন ফুকন, দেওধাই চেংধোৱা ফুকন, বাইলুং, বামুণ, গণক আৰু কিছু বেজ মানুহক ৰণলৈ যাবলৈ স্বৰ্গদেৱে আজ্ঞা কৰিলে। এইবোৰে দিনে-ৰাতি গৈ বেংমৰা পালেগৈ। পুৰণিমটীয়া মটকৰ ভৰথী ৰজা মটকে সৈতে কোঁঠৰ পৰা ওলাই আমাৰ সৈন্যৰে সৈতে ৰণ ধৰিলে। এটাই ভৰথী ৰজালৈ বন্দুক টোঁৱাই গুলি দিলে, তাতে ভৰথী ৰজা পৰিল। তাৰ শৰটো আমাৰ মানুহে নাৱত ভৰাই সৰ্ব্বাইভগালৈ লৈ আহিল। বুঢ়াগোহাঁইৰ আজ্ঞামতে তাৰ শৰটো পুৰি ভস্ম কৰিলে। আতপাচে ডেকাফুকন, কাপ্তান গোহাঁই, ৰাজখোৱা, হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া কাঁড়ী, এইবোৰে উলটি আহি পুৰণি-যোৰহাটত ৰলহি। ৩১৩ ॥

**শদিয়া ৰণ।**—লাক্লি কাপচিঙ্গা বা ১৭২১-২২ শকত, শদিয়াত ৰণ ওলাল। বাৰচিৰিঙ্গীয়া এহেজাৰ কছাৰী, খাম্‌টিৰ বুঢ়াৰজা, পানীনড়া, ফাঁকিয়াল মিৰি, মিচিমি, টেকেলীয়া নগা, মুলুক, আবৰ, এইবোৰে একগোট হৈ শদিয়াখোৱা গোহাঁইক যাঠিৰ মূৰেৰে কোবাই মাৰিলে। গোহাঁইৰ ঘৰ লুড়ি সকলো বস্তু আৰু লৰা-ছোৱালী ধৰি লৈ গ'ল। আতপাচে স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁয়ে এইকথা শুনি পাত্ৰ-মন্ত্ৰী, ফুকন, ৰাজখোৱা, হাজৰিকা, শইকীয়া, বৰা, এই সকলোকে চপাই মেল কৰি শত্ৰুৰ বিৰুদ্ধে ৰণ কৰিবলৈ যুকুতি কৰিলে। স্বৰ্গদেৱ আৰু

বুঢ়াগোহাঁই ডাঙ্গৰীয়াই দিহিঙ্গীয়া ফুকন, নাওশলীয়া ফুকন, ভিতৰুৱাল ফুকন, এই তিনিৰ লগত এফৌজ চিপাহী দি ৰণলৈ পঠিয়ালে। ফুকনবোৰে ৰণৰ দ্ৰব্য-আহিলা যতমানে ভাৰীনাৱত ললে। পাচে সিবোৰে ৰাজখোৱা, শইকীয়া, ধনুধৰীয়া কাঁড়ী সৈতে নাৱত উঠি উজাই গৈ শদিয়াখোৱা গোহাঁইৰ কোঁঠ পাই তাতে ৰলগৈ। কিছুদিনৰ পাচত আমাৰ মানুহে ৰণ দি যাঠি তৰোৱালেৰে শত্ৰুক খুঁচি-কাটি মাৰিবলৈ ধৰিলে। আমাৰ সৈন্যৰ ৰণজয় হল। খামটিৰ বুঢ়াৰজা, ফাঁকিয়াল, মিৰি, মিচিমি, মুলুক, খাংখাক, আবৰ, এইবোৰে আকৌ গোটখাই আমাৰ সৈন্যক ধৰিলে। কিন্তু ৰণত তিষ্ঠিব নোৱাৰি পলাল। আমাৰ সেনাই সিহঁতক দা-যাঠিৰে কাটি-খুঁচি মাৰিলে, আৰু আমাৰ সৈন্য জিকিলে। খাম্‌টিৰ বুঢ়াৰজা, ফাঁকিয়াল, নড়া, মুলুক, এইবোৰক ধৰি বন্দী কৰিলে। আমাৰ সেনা উভতি আহিল, আৰু ৰণত ধৰিঅনাবোৰক যোৰহাটত স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁই ডাঙ্গৰীয়াক ভেঁটিলেহি। স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁই ডাঙ্গৰীয়াই বন্দীবোৰক নামাৰি দিচৈ নৈৰ পাৰঘাটৰ পোনে শিমলুগুৰিত থাকিব দিলে। আনবোৰক বকৰাবাণীত পাতিলে। টেকেলীয়া নগাবোৰক নফাতুৱাৰত, মুলুকবোৰক মৰঙ্গীত, আৰু পানীনড়াক তিতাবৰহাটত পাতিলে। ৩১৪॥

**নতুন শদিয়াখোৱা গোহাঁই**।—সেই শকতে কুঁৱৈগয়া বুঢ়া-গোহাঁই ফৈদৰ বাৰীৰপুতেক শদিয়াখোৱা গোহাঁইৰ নাতিয়েকক শদিয়াখোৱা গোহাঁই পাতিলে। বুঢ়াগোহাঁই ডাঙ্গৰীয়াই নতুনজনা শদিয়াখোৱা গোহাঁইক ভাল বস্ত্ৰ, সোণৰ কেৰু, সোণৰ খাৰু পিন্ধিব দি চহৰত থাকিব দিলে। লাক্লি ডাপ্‌মুতৰাইচান্ মুংৰাও অৰ্থাৎ ১৭২২ শকৰপৰা ১৭২৪ শকলৈকে শদিয়াখোৱা গোহাঁই হৈ আছিল। দিহিঙ্গীয়া ফুকন ১, নাওশলীয়া ফুকন ১, ভিতৰুৱাল ফুকন ১, এই তিনি শদিয়াখোৱা গোহাঁইৰ লগতে আছিল। ক্লুংচেঙ্গৰ নাতিয়েকক নাওশলীয়া ফুকন পাতিলে। অলপ দিনৰ

পাচতে তেওঁৰ মৃত্যু হল। শদিয়াখোৱা গোহাঁই শদিয়াতে থাকিল। ৩১৫ ॥

**পানীমুৱাৰ খবৰ।**—আতপাচে লাক্নি মুংৰাও বা ১৭২৪-২৫ শকত, পানীমুৱা নামে মানুহ এটা ওলাল। গজলা নামে মহন্তই ৰাতিখোৱা নামে এক ধৰ্ম্ম প্ৰৱৰ্ত্তাবলৈ ধৰিলে। ওচৰৰ গাৱঁৰ সকলো ৰাইজে পানীমুৱা আৰু গজলা মহন্তৰ লগ লৈ স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁইৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবলৈ মন্ত্ৰণা কৰিলে। স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁয়ে এইকথা শুনি দোলাকাষৰীয়া বৰা ১, কুকুৰাচোৱা বৰা ১, চাওডাঙ্গৰ বৰা ১, এই তিনিক পঠালে পানীমুৱা আৰু গজলা মহন্তক ধৰিবলৈ। সিবোৰেও পানীমুৱা আৰু গজলা মহন্তক ধৰি আনি স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁইক ভেঁটালেনি। স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁয়ে সিহঁতক সুধিলে, বোলে,—"তহঁতে আমাক কিয় ৰণ কৰ?" সোধাপোচা কৰি দায় পাই পানীমুৱাক জিঁজিৰি লোৱা লগালে, আৰু গজলা মহন্তক হাতীৰ পিঠিত তুলি হাবিলৈ খেদি পাঠিয়ালে। বুঢ়াগোহাঁই ডাঙ্গৰীয়াই পানীমুৱাৰ কথাকে পতিয়াই পানীমুৱাই যি যি মানুহ তাৰ লগত যোত্ৰ আছিল বুলি কলে সেইবোৰক ধৰি আনি মাৰিলে। তাৰে কিছুমানক চকু কাঢ়ি ঘৰলৈ খেদি পঠিয়ালে, কিছুমানক বৰছুৰাৰৰ মুখতে কাটিলে, আনবোৰক শূলত দিলে। পানীমুৱাক নাকাটি লোৱা লগাই খাবলৈ নিদি শুকুৱাই মাৰিলে। ৩১৬ ॥

**যোৰহাটত ন-নগৰ নিৰ্ম্মাণ।**—আতপাচে বুঢ়গোহাঁই ডাঙ্গৰীয়াই মনতে ভাবিলে, বোলে,—"সকলো ৰাজক্ষমতা মোৰে হল, কিন্তু পাচে-পৰেও যেন মোৰ যশকীৰ্ত্তি ৰৈ যায় এনে কোনো কাম মই কৰিব পৰা নাই।" এই বুলি পাত্ৰ-মন্ত্ৰী আৰু অন্যান্য বিষয়া সকলোকে চপাই মেল কৰি তেওঁলোকত বোধ-ভৰসা সুধিলে। দেওধাই পণ্ডিতক কুকুৰাঠেং চাই কবলৈ দিলে একে বছৰতে বুঢ়াগোহাঁই ডাঙ্গৰীয়াই এখন নতুন নগৰ সাজি উলিয়াব পাৰিব

নে নোৱাৰিব। আতপাচে যোৰহাটৰ বচা পথাৰত এখন নতুন নগৰ কৰিবলৈ মানুহ লগালে। সেই নগৰত ৰব ঘৰ, হোলোং ঘৰ আৰু অন্যান্য ঘৰ সজোৱালে। সেই নতুন চহৰৰ নাম থলে ন-নগৰ। ৩১৭ ॥

**নগাৱঁত মটকৰ বিদ্ৰোহ।**—আতপাচে ডিন্‌ছি বা ফাগুন মাহত, মটক আৰু কছাৰীয়ে গোটখাই তিমানত অৰীতীয়া মতে প্ৰৱৰ্ত্তি গাওঁ পুৰি ধ্বংস কৰিবলৈ ধৰিলে। গুৱাহটীয়া ডেকাফুকন, আৰু দোলাকাষৰীয়া বৰুৱা, এই দুয়ে সমালোচন হৈ কপিলীয়েদি উজাই গৈ নাৰিকলগুৰিত কোঁঠ দি ৰল। পিচদিনা পুৱাই শত্ৰু-সৈন্যৰ লগত আমাৰ সেনাৰ ৰণ লাগিল। পোনতে হিলৈৰ ৰণ হল, তাৰ পাচে ধেনু-কাঁড় লৈ ৰণ কৰিব ধৰিলে। ডিন্‌চিট্ বা জেঠত হিন্দুমতে সোমবাৰ আৰু আহোমমতে প্লেক্‌মিতৰ দিনা, কপিলী-কোষৰ চাংচকীলৈ ৰণ কৰিবলৈ গল। মটক আৰু কছাৰীয়ে হুৰি মাৰি আমাৰ সৈন্যৰ ওপৰত পৰিল। আমাৰ সৈন্য শত্ৰুৰ পৰাভৱত ৰব নোৱাৰিলে, আমাৰ তিনিকুৰি চিপাহী ৰণত পৰিল। কাঁড়ী আৰু হজুৱা ভালেখিনি লৰ মাৰি কপিলীৰ পানীত পৰিলগৈ। তাৰে কেতখিনি মৰিল, আনবোৰ পলাই সাৰিল। ডেকাফুকন আৰু দোলাকাষৰীয়া বৰুৱা কপিলীয়েদি ভটীয়াই নাৱৰপৰা নামি তৰে আহি ৰহাত ৰলহি। তাৰেপৰা ডেকাফুকন গুৱাহাটীলৈ গল। দোলাকাষৰীয়া বৰুৱা উজাই গৈ দুলাল মাধব গোঁসাইৰ মন্দিৰত বলহি। এইকথা স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁই ডাঙ্গৰীয়াই শুনিলে। ৩১৮ ॥

**খাগৰিজানত আহোম সৈন্য।**—লাক্নি প্লেক্‌মিত বা ১৭২৫ শকৰ শাওণ মাহত, স্বৰ্গদেৱ আৰু বুঢ়াগোঁহাই ডাঙ্গৰীয়াই মটকৰ বিৰুদ্ধে ৰণলৈ মানুহ পঠিয়ালে। সেইমতে কাপ্তান গোহাঁই, বচা ৰাজখোৱা, কাঁড়ী, হজুৱা আৰু পাঁচ চুবাদাৰ লগত লৈ ভটীয়াই গৈ খাগৰিজানত কোঁঠ দি তাতে ভালেমান দিন থাকিল। ৩১৯ ॥

**বেবেজীয়াত কোঁঠ।**—ডিন্‌ছিপ্‌ইট্‌ বা আহিন মাহত, পুৰণি-মটীয়া ভকত, কছাৰী, ঢেকেৰী, লালুং, নগঞা ধনুধৰীয়া, দুই কোঁৱৰ, ঘিলাধৰীয়া হাজৰিকা ১, জয়ন্তাৰ পয়থা খুমডাং ১, ফটিকা খুমডাং ১, বৰ-যোগধৰীয়া মটক ১, মাজু-যোগধৰীয়া মটক ১, সৰু-যোগধৰীয়া মটক ১, এইবোৰে আমাৰ সেনাৰ লগত ৰণ কৰিবৰ মনেৰে নগাৱঁৰ ধনুধৰীয়া গাঁৱত জুই লগালে। আমাৰ বচা ৰাজখোৱা আৰু মেচা-ঘৰীয়া বৰবৰুৱা, এই দুয়ে কাঁড়ী, হজুৰা আৰু চিপাহী লগত লৈ শত্ৰু মাৰিবলৈ গল। সিহঁতে আগবাঢ়ি আমাৰ সেনাৰ গাত পৰিল। বৰ-যোগধৰীয়া, মাজু-যোগধৰীয়া আৰু সৰু-যোগধৰীয়া এই তিনি ৰণত পৰিল। মটকবোৰ কলং নৈয়েদি পলাবলৈ ধৰিলে। মটকৰ কুৰিটা মানুহ ৰণত পৰিল। আমাৰ সৈন্য ৰণত জিনি চাৰিটা সৰু কামায়ণ-হিলৈ, চাৰিখন তৰোৱাল, আৰু পাঁচডাল যাঠি পালে। ৰণ-পলৰীয়া মটকখিনি ৰহাত আহি ৰাতিটো কটালে। তাৰ পিচদিনা প্ৰভাতে চাংচকীৰ পোনে গৈ তাতে ৰলহি, কাঁড়ী হজুৱা চিপাহী সমন্বিতে বচা ৰাজখোৱা আগবাঢ়ি ৰহা পালেহি। তাতে এটা কোঁঠ দি ভালেমান দিন থাকিল। আতপাচে কাপ্তান গোহাঁই আৰু বৰ-বৰুৱা এই দুয়ে কাঁড়ী, হজুৱা চিপাহী লগত লৈ বিৰহ-বেবেজীয়া পাই তাতে কোঁঠ দি ৰল। ৩২০ ॥

**মটকে নগঞা গাওঁ পোৰে।**—মটক আৰু কছাৰীয়ে নগাৱঁৰ ধনুধৰীয়া গাওঁবোৰত সোমাই পাথৰী, পোতনিশিঙ্গীয়া আৰু ভেলেউগুৰী, এই তিনি গাওঁ জুই দি পুৰিলে। আতপাচে কাপ্তান গোহাঁই, ধনুধৰীয়া বৰবৰুৱা, হাজৰিকা, শইকীয়া, বৰা, এইখিনিয়ে শত্ৰুৰে সৈতে ৰণ নকৰি সমালোচন হৈ স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁইলৈ বাতৰি পঠিয়ালে। স্বৰ্গদেও আৰু বুঢ়াগোহাঁই ডাঙ্গৰীয়াই সকলো সমাচাৰ শুনিলে। ডিনছিপছাং বা কাতি মাহত, স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁই ডাঙ্গৰীয়াই ডেকাফুকনক ৰণলৈ যাবলৈ আজ্ঞা কৰিলে। ডেকাফুকনে কাঁড়ী, হজুৱা আৰু দুই ফৌজ চিপাহী লগত লৈ সকলো

দ্ৰবা-আহিলা নাৱত ভৰাই ভটীয়াই গৈ দক্ষিণপাট বিৰহ-বেৰেজীয়া পাই তাতে কোঁঠ দি ৰল। ৩২১ ॥

**কছাৰী গাৱঁত ডেকাফুকন।**—আতপাচে ডেকাফুকনে বচা-ৰাজ-খোৱাক মাতিবলৈ কটকী পঠিয়ালে। কাপ্তান গোহাঁই, হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া আৰু নগঞ্জা সৈতে বচা ৰাজখোৱা গৈ ডেকাফুকনৰ লগ ললেগৈ। পিচদিনা পুৱা ডেকাফুকন, বচা ৰাজখোৱা, কাপ্তান গোহাঁই, এই তিনিয়ে কলং নৈয়েদি ভটীয়াই গৈ কছাৰী ৰাজ্য সোমাল। তাতে কোঠ দি চাৰিদিন থাকিল। পঞ্চম দিনা পুৱা ডেকাফুকন আগবাঢ়ি গৈ লেকদিন নামে গাওঁত সোমাল। তাতে এটা মাটিৰ কোঁঠ সাজি ৰল। ধনুধৰীয়া গোটাচেৰেক কোঠত পৰ দিছিল। পুৰণিমটীয়া মটক আহি আমাৰ ধনুধৰীয়া তিনিটাক মাৰিলে। আমাৰ দুটা চোৰাংচোৱাকো পাই ধৰি নিলে। ৩২২ ॥

**ব্ৰহ্মচাৰী গোসাঁই।**—আতপাচে ডেকাফুকন তেতেলীখনা পাই তাতে কোঁঠ দি ৰল। তাৰপৰা আগবাঢ়ি গৈ কপিলীকোষৰ চৰাই-চকী পাই তাতে থানা কৰি ভালেমানদিন থাকিল। আতপাচে কছাৰীয়ে কপিলীয়েদি আহি আমাৰ মানুহৰ গালৈ হিলৈৰ গুলী মাৰিলে। ছটা ধনুধৰীয়া কাঁড়ী আৰু চাৰিটা চিপাহীৰ গাত গুলী লাগিল, কিন্তু প্ৰাণে নমৰিল। এটা ধনুধৰীয়া কাঁড়ী মৰিল। গুলী লগা ধনুধৰীয়াক কাপ্তান গোহাঁইৰ কোঁঠলৈ নিলে, তাতে তিনিটা মৰিল। ডেকাফুকন আৰু বচা ৰাজখোৱা কপিলীয়েদি ভটীয়াই গ'ল। নাৱৰপৰা নামি কপিলীপাৰত কোঁঠ দি ৰল। তাতো আমাৰ দুটা মানুহক মটকে গুলীয়াই মাৰিলে। আতপাচে বৰফুকনে পাঁচ ফৌজ সৈন্য ৰণলৈ পঠিয়াবলৈ ব্ৰহ্মচাৰী গোসাঁইলৈ বাৰ্ত্তা দিলে। ব্ৰহ্মচাৰীয়ে যুদ্ধৰ লাগতিয়াল আহিলা নাৱত ভৰাই তিলাও বা লুহিতেদি উজাই গৈ কপিলীমুখ পালেগৈ। তাৰেপৰা কপিলী নৈয়েদি উজাই যাবলৈ ধৰিলে। নাৱৰপৰা নামি ব্ৰহ্মচাৰীয়ে নৈৰ পাৰত থানা কৰি ৰহিল। তাৰ পিচদিনা পুৱা ডেকাফুকন, বচা

ৰাজখোৱা, ব্ৰহ্মচাৰী, শইকীয়া, বৰা, ইবোৰে নাবিকলগুৰিৰ পোনে যাত্ৰা কৰি সোণাপুৰত কোঁঠ দি ৰহিল। ৩২৩॥

**ডবকাত ডেকাফুকন।**—আতপাচে মটক আৰু কছাৰী একেযোত্ৰ হৈ মেল পাতি আমাৰ সৈন্য মাৰিবলৈ ৰণুৱা গোটালে। তুদিন ব্ৰহ্মচাৰীৰ কোঁঠ ভেঁটি ৰাখিছিল। মটক আৰু কছাৰীয়ে আমাৰ সৈন্যৰ লগত ৰণ কৰি বলে নোৱাৰি পাচ হুহঁকি গ'ল। নগৰিয়াল মোহন বৰুৱা, আৰু মেকী দেওধাই, এই তুয়ে কুকুৰাঠেং চাই গোসাঁনী আৰু দেৱতাসকলক পূজা-পাটল দিবলৈ কলে। কপিলী নৈৰ কোষৰত তুই পণ্ডিতে পূজা পাতিলে। ডেকাফুকন ভিতৰগাওঁত সোমাই তাতে কিছুদিন ৰল। পিচদিনা পুৱা ডেকাফুকনে কাপ্তান গোহাঁই, কণ বৰবৰুৱা আৰু ফকিৰচান্দ চুবাদাৰক ডবকাত কোঁঠ দি থাকিবলৈ কলে। ডিন্‌ছি-ডিনহা বা ফাগুন-চ'ত এই তুমাহ আমাৰ সৈন্য ডবকাৰ কোঁঠত ৰল। আমাৰ চিপাহী, ধনুধৰীয়া আৰু কাঁড়ী এইবোৰে আগ হৈ ডবকা চহৰ আৰু ওচৰৰ গাওঁ-ভূঁই পুৰিলে। এখন গাৱঁত আমাৰ সৈন্যই ২৫৬০ টা গৰু আৰু ১৬ টা ম'হ পাই আনিলে। আতপাচে কাঁড়ী আৰু হজুৱা এইবোৰে পাই অনা বস্তুৰে ডেমেৰালৈ উভতি আহি কপিলীৰ পাৰত ৰলহি। তাতপাচে আমাৰ মানুহে তিনিখন গাওঁ পুৰি ৩৬০টা গৰু পালে। তাকে পাই লগত লৈ উভতি আহিল। কছাৰী পলাই ডেমেৰাৰ হাবিত সোমালগৈ। ডেকাফুকন ডবকাতে থাকিল। কাপ্তান গোঁহাই, বচা ৰাজখোৱা, কাঁড়ী, হজুৱা আৰু চিপাহী লগত লৈ আহি কপিলীপাৰ পালেহি। তাৰেপৰা যমুনা নৈয়েৰে আহি নভঙ্গাত কোঁঠ দি ৰহিলহি। কাপ্তান গোহাঁই আৰু বচা ৰাজখোৱাই ৰণ নকৰি এনেয়ে থাকিল। ডিন্‌কাও বা শাওণ মাহত, এওঁলোক তুজনা ডেকাফুকনৰ কোঁঠলৈ উভতি আহি তেওঁৰ লগ ললেহি। ডেকাফুকনে তেওঁলোক উভতি অহা দেখি বিকৰ্থনা কৰিলে। এনেতে কাপ্তান গোহাঁয়ে মাত লগালে, বোলে,—"ফুকনে আমাক নিজে কটকী পঠিয়াই মাতি অনাইছে। এতিয়া

দোষ দিলে কি হব? ফুকনে মতা দেখি আমি শত্রুৰ গাৱঁত নোসোমাই উভতি আহিছোঁ।” ৩২৪ ॥

**বেবেজীয়াত কছাৰী বসতি।**—আতপাচে নমটীয়া মটক বৰথলৰপৰা ওলাই আহি ডেমেৰাগাৱঁত ৰলহি। তাতে সিহঁতে কছাৰীৰ লগত কাজিয়া কৰি কলে, বোলে, “হেৰ, কছাৰীহঁত, তহঁতে আমাৰে একেলগ হৈ ৰণ নকৰ কিয়?” তাতে কছাৰী আৰু মটক দুয়োৰে মাজত বোলমাত হল। মটকে ধ্বজাই লস্কৰ আৰু আন দুটা কছাৰীৰ মানুহক মাৰিলে। কছাৰীয়ে গাওঁ এৰি ভাগি পলাই গল। জাতিকা কছাৰি ১, নটুৱা লস্কৰ ১, এই দুয়ে পলাই আহি আমাৰ কোঁঠত সোমালহি। পলাই অহা কছাৰীবোৰক কলঙৰ কাষৰত বিৰহ-বেবেজীয়াত পাতিবলৈ ডেকাফুকনে আজ্ঞা কৰিলে। ৩২৫ ॥

**ৰাজ্যত দুবছৰীয়া শান্তি।**—লাক্লি কাতকেও বা ১৭২৬ শকত, ডিন্‌রুক বা বহাগ মাহত, ডেকাফুকনে দেওধাই পণ্ডিতক কুকুৰা-ঠেঙ্গেৰে মঙ্গল চাই আমাৰ সৈন্য ৰণত জিকিব নে ঘাটিব তাকে কবলৈ কলে। দেওধাই পণ্ডিতে কুকুৰাঠেঙ্গেৰে মঙ্গল চাই আমাৰ ভাল হব বুলি গণিতা কৰিলে। আতপাচে ডেকাফুকনে কাপ্তান গোহাঁই আৰু বচা ৰাজখোৱাক কাঁড়ী, হজুৰা, চিপাহী লগত লৈ ৰণলৈ যাবলৈ কলে। ইবোৰেও ৰণ কৰিবৰ মনেৰে গৈ কপিলীৰ পাৰত বাহৰ কৰি থাকিল। তাৰেপৰা কলং নৈৰ মুখত ৰলহি। তাতে এটা কোঁঠ দি ভালেমান দিন থাকিল। কিছুদিনৰ পাচত মটক আৰু কছাৰীৰ সৈতে ৰণ লাগিল। সেই ৰণত মটক আৰু কছাৰীৰ অনেক মানুহ পৰিল। আতপাচে ডেকাফুকন, বচা ৰাজখোৱা, কাপ্তান গোহাঁই, কণ বৰবৰুৱা কাঁড়ী, হজুৱা লগত লৈ যোৰহাটলৈ উভতি আহি তাতে থাকিল। লাক্লি খুত্‌ত্যেও আৰু ৰুংপ্লাও বা ১৭২৭—১৭২৯, এই দুই শকত ৰাজ্যত শান্তি আছিল। ৩২৬ ॥

**নগাৰ বিদ্ৰোহ দমন।**—লাক্লি তাওঙ্গি বা ১৭২৯ শকত, বৰহাটৰ নগাই আমাৰ দেশত সোমাই উপদ্ৰব কৰিবলৈ ধৰিলে। সিহঁতে

আমাৰ গাওঁ সোমাই লুড়ি ধন-বস্তু নিলে। এইকথা স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁয়ে শুনি সৰু-অভয়পুৰীয়া গগৈ ৰাজখোৱাক সেই নগা ৰণলৈ পাঞ্চিলে। ভাল দিন-বাৰ চাই সৰু-অভয়পুৰীয়া ৰাজখোৱাই কাঁড়ী, হজুৱা, চিপাহী লগত লৈ নগা পৰ্ব্বতৰ ফালে যাত্ৰা হৈ কঠালবাৰী পাই তাতে কোঁঠ দি বল। নগাই পৰ্ব্বতৰপৰা ওলাই আমাৰ সৈন্যৰ গাত পৰিল। আমাৰ সৈন্যই নগাৰ লগত ৰণ কৰিবলৈ ধৰিলে। নগাই বলে নোৱাৰি পাচহুঁহকি আহিল। আমাৰ মানুহে পৰ্ব্বতত উঠি নগাৰ গাওঁ-ভূই ভঁৰাল জুই লগাই পুৰিলে। নগাই ৰব নোৱাৰি লৰা-তিৰোতা কেঁচুৱা লৈ কাঠনি হাবিত সোমালগৈ। গগৈ ৰাজ-খোৱাই নগা এটা ধৰি তাৰ মূৰ কাটিলে। মূৰটো ডাঙৰ গছ এজোপাত পিঙ্গত দিলে। সৰু-অভয়পুৰীয়া ৰাজখোৱাই হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া কাঁড়ী লগত লৈ বৰহাটলৈ উভতি আহি তাতে ৰলহি। আতপাচে নগাৰ তিনিটা চৌতাং বৰহাটলৈ আহি ওলমাল দি আমাৰ স্বৰ্গদেৱক বৰিলেহি। ৩২৭ ॥

**চাৰিংৰজাৰ মৃত্যু।**—লাক্লি কামাত বা ১৭৩০—৩১ শকত, স্বৰ্গ-দেৱৰ পিতৃ চাৰিংৰজাৰ মৃত্যু হল। তেওঁৰ শৰটো দাহ কৰি অস্থি-ছাই চৰাইদেৱলৈ নি মৈদামত থলে। দহদিনৰ মূৰত যোৰহাটত দহা, আৰু মাহেকৰ মূৰত সেই ঠাইতে কৰ্ম্ম কৰিলে। স্বৰ্গদেৱে বিষয়াসকলক সাজ খুৱাই ব্ৰাহ্মণ আৰু গণকক সোণ-ৰূপ দক্ষিণা দিলে। আতপাচে ফিৰিঙ্গি নামে এক দেওধাই পণ্ডিতে স্বৰ্গী কোঁৱৰৰ প্ৰেতাত্মাক পুথাওসকলৰ সঙ্গলৈ নিবলৈ এপেৰা সোণ আৰু এপেৰা ৰূপ দান কৰি দাম পূজা পাতিলে। ৩২৮ ॥

**তিৰুৱলীয়া নগা দমন।**—লাক্লি কাপ্‌চি বা ১৭৩১-৩২ শকত, তিৰুৱলীয়া দুৱাৰৰ নগাই আহি আমাৰ ৰাজ্য মাৰিলে। সিহঁতে আমাৰ চহৰীয়া মানুহ কাটি-মাৰি বয়-বস্তু লুৰি নিলে। স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁই ডাঙ্গৰীয়াই এইকথা শুনি জাতি ঘৰফলীয়া বৰাক চিপাহী আৰু কাঁড়ী কেতখিনি দি নগা মাৰিবলৈ পঠিয়ালে। ইবোৰে

গৈ দৈপাতং পৰ্ব্বত পাই তাতে কোঁঠ দি ৰহিল। এনেতে তিকৰলীয়া নগাই আমাৰ সৈন্যৰ ওপৰত পৰিল, কিন্তু ৰণত জিনিব নোৱাৰি সিহঁত পলাই আমাৰ গাৱঁত সোমাই চহৰীয়া মানুহ কাটি সিহঁতৰ মূৰ পৰ্ব্বতলৈ নিলে। এইৰূপে ভালেমানদিন নগাই আমাৰ মানুহ কাটিবলৈ ধৰিলে। আমাৰ সেনাই সিহঁতক ধৰিব নোৱাৰিলে। আতপাচে সৰু-অভয়পুৰীয়া গগৈ ৰাজখোৱা চিপাহী কাঁড়ী আৰু হজুৰা কিছু লৈ নগা মাৰিবলৈ গল। পৰ্ব্বতত সোমাই ৰহিতা-জয়হিতাত কোঁঠ দি সসৈন্যে সহিতে তাতে থাকিল। নগাই ছিমা নগাবোৰৰ লগ ললে। ছিমা নগাৰ ৰজাই পৰ্ব্বতৰ ওপৰৰপৰা আমাৰ সৈন্য ভুমুকি মাৰি চালে। আমাৰ চিপাহীয়ে ৰজাক দেখিলে। এটা চিপাহীয়ে ৰজাৰ ফালে হিলৈ টোঁৱাই তাৰ গালৈ গুলী দিলে। ছিমা ৰজা সেই ঠাইতে গুলী লাগি মৰিল। নগাও মহক্ৰোদ্ধ হৈ কাষৰৰ গাওঁবোৰত সোমাই আমাৰ চহৰীয়া মানুহ কাটি ছিমা ৰজালৈ বলি উচৰ্গা কৰিলে। আতপাচে সৰু-অভয়পুৰীয়া গগৈ ৰাজখোৱা কাঁড়ী, হজুৰা চিপাহী লগত লৈ নগাক মাৰিবলৈ গল। তিকৰলীয়া নগাবোৰে আমাৰ সৈন্যৰ ওপৰত পৰি ৰণে জিনিব নোৱাৰি পলাই সাৰিল। আমাৰ চিপাহীয়ে পাচে-পাচে টানকৈ খেদা দি পৰ্ব্বতত উঠি নগাৰ ভঁৰালত জুই দিলে। আকে দেখি নগাও গাওঁ এৰি পলাল। আতপাচে অভয়পুৰীয়া গগৈ ৰাজখোৱা চিপাহী, কাঁড়ী হজুৰা সমন্বিতে পূৰ্ব্বৰ ঠাইলৈ উভতি আহিল। ৩২৯॥

**কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ মৃত্যু।**—লাক্লি ডাপচেও বা ১৭৩২-৩৩ শকত, আমাৰ গাওঁ চহৰবোৰত বসন্ত ওলাই অনেক মানুহ সেই ৰোগতে হানি হল। সেইবেলা এঘৰৰ মানুহ সিঘৰলৈ নগৈছিল। চুক্লিংফা বা কমলেশ্বৰসিংহ স্বৰ্গদেৱ এই বসন্ত পীড়াত ভুগিলে। এই ৰোগতে স্বৰ্গদেৱৰ মৃত্যু হল। ৰাজ্যভোগ কৰিলে পোন্ধৰ বছৰ। ৩৩০॥

**স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহ।**—সেই লাক্লি ডাপচেও বা ১৭৩২-৩৩ শকত, মাঘৰ ছয়দিন যোৱাত, কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ ভায়েক ৰজা

হল। আহোমমতে এওঁৰ নাম হল চুডিংফা, আৰু হিন্দুমতে চন্দ্ৰকান্ত-সিংহ। স্বৰ্গী ৰজাৰ দেহা চৰাইদেৱলৈ নি মৈদাম বান্ধিলে। আহোমমতে শ্ৰাদ্ধ কৰ্ম্ম কৰিলে। ম'হ গাহৰি মাৰি দেওধাই, মোহন আৰু বাইলুং পণ্ডিতক সাজ খুৱালে। বুঢ়াগোহাঁই ডাঙ্গৰীয়াই ব্ৰাহ্মণ আৰু গণকক সোণ-ৰূপ দক্ষিণা দিয়ালে। স্বৰ্গদেৱে তিনিজনা ডাঙ্গৰীয়া, বৰবৰুৱা, ফুকন, বৰুৱা আৰু অন্যবোৰক ডাঙ্গৰৰূপে ভোজ কৰাই বঁটা-প্ৰসাদ দিলে। সেইৰূপে দেওধাই, মোহন আৰু বাইলুং পণ্ডিতকো দিলে। স্বৰ্গী ৰজাৰ প্ৰেতাত্মা পুলিনপুথাও সকলৰ সঙ্গলৈ নিবলৈ খাৰঘৰীয়া দেওধাই বৰুৱা আৰু লেকাই বৰুৱা, এই দুয়ে সোণ-ৰূপ উচৰ্গা কৰি দাম পূজা কৰিলে। স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁই ডাঙ্গৰীয়াই শেন-চোৱাত মাছ-কাছ ধৰি ৰং-আনন্দ কৰিলে। আতপাচে নাও আৰু ভূৰত উঠি হাবি সোমাই দা-যাঠিৰে হৰিণা পহু মাৰি ৰং-তামচা কৰি ভালেমানদিন কটালে। ৩৩১ ॥

**হাতীগড়ৰ পুখুৰী**।—লাক্লি মুংমুত বা ১৭৩৪-৩৫ শকত, বুঢ়া-গোহাঁই ডাঙ্গৰীয়াই হাতীগড়ত পুখুৰী খনাই দ'ল বান্ধিলে। পুখুৰীৰ মধ্যত নাগ বহুৱাই পুখুৰী উচৰ্গা কৰিলে। বুঢ়াগোহাঁই ডাঙ্গৰীয়াই ব্ৰাহ্মণ গণকক সোণ-ৰূপ দক্ষিণা দিয়ালে। স্ত্ৰীসকলক ৰূপ দিয়ালে। ৩৩২ ॥

**নড়াৰ কটকী**।—লাক্লি প্লেকচান বা ১৭৩৫-৩৬ শকত মুংক্লাং হিংজিপমুং আৰু হিংকক নামে নড়াৰ কটকী, আৰু ফাকি ফুকন আৰু দুটা চিংফৌৰ গাম আমাৰ দেশলৈ আহিল। কটকীৰ দুখন পত্ৰ যোৰহাট পালেহি। স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁই ডাঙ্গৰীয়াই নাৰায়ণ চৌহিং ফুকনক মাতি পঠিয়ালে। কেকঙ্গক পঠিয়াই ৰংপুৰ বাহৰত নড়াৰ কটকীক থৈ ৰোজ-ৰাজ দিবলৈ কলে। সেইৰূপে আচৰা হল। নড়াৰ কটকীয়ে নিবেদন জনালে, বোলে,—"মানতৰাই আমাৰ দেশ-ৰাজ্য মাৰি নষ্ট কৰিলে। আকে শুনি আমি অসমলৈ ভাই-ৰজাৰ ওচৰলৈ আহিছোঁ। আমাৰ ৰজা পলাই খেহ দেশত

সোমাল। আমাৰ পাত্ৰ-মন্ত্ৰী সকলোৱে সমালোচন কৰি আমাৰ ভাই-ৰজা স্বৰ্গদেৱ আৰু প্ৰবল প্ৰতাপী বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰপৰা অসমীয়া চিপাহী সৈন্যৰ সহায় মাগিবলৈ আমাক পঠিয়াইছে। কিছু সৈন্য পঠিয়ালে আমাৰ দেশ-ৰাজ্য ৰক্ষা পৰে।" আকে শুনি বুঢ়া-গোহাঁয়ে বুলিলে,—"ভাল, কিছুদিনৰ পাচত সৈন্য পঠোৱা হব।" এই বুলি বুঢ়াগোহাঁই ডাঙ্গৰীয়াই কটকীক সোণ-ৰূপ বস্ত্ৰ বঁটা-প্ৰসাদ দিলে। কটকীহঁতে পৰম আনন্দ পালে। আতপাচে এফৌজ ভাল সৈন্য নড়ালৈ পঠিয়ালে। ৩৩৩॥

**সতৰাম চাৰিঙ্গীয়া ফুকন।**—চ্যাওফা-চুডিন স্বৰ্গদেৱে কুকুৰাচোৱা বৰা ভূতৰ পুতেক পৰম বেথাৰ পাত্ৰ সতৰামক চাৰিঙ্গীয়া ফুকন পাতিলে। স্বৰ্গদেৱ আৰু সতৰাম একেলগে বহে। বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ-গোহাঁই ডাঙ্গৰীয়াই স্বৰ্গদেৱৰ লগত সতৰামক ভালেমানদিন একেলগে বহা দেখি স্বৰ্গদেৱত অসন্তোষ কৰি কলে,— "স্বৰ্গদেৱ ঈশ্বৰৰ আগত আমি মূৰ দোঁৱাব পাৰোঁ। কিন্তু সেই বুলি কুকুৰাচোৱা এটাৰ আগত নোৱাৰোঁ। যদিও স্বৰ্গদেৱে সতৰাম চাৰিঙ্গীয়া ফুকনক অনুগ্ৰহ কৰিছে, তথাপি দুয়ো স্বকীয়া আসনত বহাটোহে আমি উত্তম হেন দেখোঁ।" কিন্তু স্বৰ্গদেৱে ডাঙ্গৰীয়াবোৰৰ কথালৈ কাণ নিদিলে। ইয়াতে তিনিও ডাঙ্গৰীয়াই স্বৰ্গদেৱৰ চ'ৰালৈ নাযাওঁ বুলি একযোত্ৰ হল। ৩৩৪॥

**স্বৰ্গদেৱৰ পৰ্ব্বতীয়া কুঁৱৰী।**—লাক্লি কাতৰাও বা ১৭৩৬-৩৭ শকত, বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ পুতেক ঢেকিয়াল ফুকনে বৰফুকনৰ জীয়েকক বিয়া কৰিলে। সেই বছৰতে স্বৰ্গদেৱে দিহিঙ্গীয়া মহন্তৰ ভকত এজনৰ ছোৱালী এজনী আনি বৰকুঁৱৰী পাতিলে। পাচলৈ তেওঁকে পৰ্ব্বতীয়া কুঁৱৰী মাতিলে। এই বিবাহত বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ মত নাছিল। ৩৩৫॥

**সতৰামৰ ষড়যন্ত্ৰ।**—আতপাচে কুকুৰাচোৱা বৰা ভূতৰ পুতেক সতৰাম চাৰিঙ্গীয়া ফুকন ১, বুঢ়ুৰ পুতেক মথন ১, লেবাঙ্গ হাতীমূৰীয়া

১, তাৰে পুতেক ১, দোলাকাষৰীয়া খেলৰ বাঞ্চি ১, লখীহৰি ১, ইবোৰে গোটখাই বুঢ়াগোহাঁই ডাঙ্গৰীয়াক ধৰিবলৈ মন্ত্ৰণা কৰিলে। এইকথা বুঢ়াগোহাঁইৰ কাণত পৰাত ডাঙ্গৰীয়াৰ মহাক্ৰোধ হল। ডাঙ্গৰীয়াৰ বিৰুদ্ধে দ্ৰোহ আচৰাইঁতক ডাঙ্গৰীয়াই ধৰি মাৰিবলৈ আজ্ঞা কৰিলে। সেইৰূপে কেতখিনি দ্ৰোহীক ধৰি আনি কাটিলে, কেতখিনিক চিপজৰী লগাই মাৰিলে, আনবোৰক শূলত দিলে। ৰাজমাও দেৱতাই সতৰামক ডাঙ্গৰীয়াসকলৰ হাতত গতাই দিবলৈ স্বৰ্গদেৱক খাটিলে। স্বৰ্গদেৱে সতৰামক নামাৰিবলৈ ডাঙ্গৰ শপত দি ডাঙ্গৰীয়াবোৰৰ হাতত গতাই দিলে। কুকুৰাচোৱা বৰা ভূতৰ পুতেক সতৰামক প্ৰাণে নামাৰি নড়ামূৰাকৈ খেদি দিলে। কিছুদিনৰ মূৰত নগাক ধন দি সেই নগাৰ হতুৱাই সতৰামক মাৰি তাৰ ঘৰ লুড়ি বস্তু আনিলে। ৩৩৬॥

**বদনচন্দ্ৰ বৰফুকনৰ গুৱাহাটী ত্যাগ।**—লাক্নি খুত্‌মিত বা ১৭৩৭-৩৮ শকত কেন্দুগুৰীয়া বৰপাত্ৰ-গোহাঁইৰ পুতেক পোৱালী গোহাঁইক বৰপাত্ৰ-গোহাঁই পাতিলে। আতপাচে বুঢ়াগোহাঁই ডাঙ্গৰীয়াই বৰফুকনৰে সৈতে দন্দ লাগি বৰফুকনক ধৰিবলৈ কিছু মানুহ পঠিয়ালে। এইকথা শিমলুগুৰীয়া বাহৰ বৰফুকনে জীয়েক অৰ্থাৎ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ বোৱাৰীয়েকৰপৰা জানিব পাৰি বঙ্গাল দেশলৈ পলাই গল। আতপাচে বুঢ়াগোহাঁয়ে দিহিঙ্গীয়া ন-ফুকনক বৰফুকন পাতি গুৱাহাটীলৈ পঠিয়ালে। দিহিঙ্গীয়া ৰাজখোৱাই বদন চন্দ্ৰ বৰফুকনৰ পাচে-পাচে টানকৈ খেদা দিলে। এনেতে বৰফুকনে মানাহা নৈত পৰি দিহিঙ্গীয়া ৰাজখোৱাৰ গালৈ গুলী দি ৰাজখোৱাক মাৰিলে। ৰাজখোৱাৰ শৱটো লগত যোৱা আহোমে কাষ্ঠ-সংস্কাৰ কৰিলে। এই বাতৰি পাই দিহিঙ্গীয়া ৰাজখোৱাৰ বংশৰ মানুহে স্বৰ্গী হোৱা জনা ৰাজখোৱাৰ অস্থি-ছাই আনি গাতত পুতি তাৰ ওপৰত মৈদাম বান্ধিলে। ৩৩৭॥

**গৱৰ্ণৰ-জেনেৰেলৰ সন্নিধান।**—আতপাচে বৰফুকনে গৈ বঙ্গলাদেশ

পালে। নিজৰ দুখ-কষ্টৰ কথা গভৰ্ণৰ-জেনেৰেল চাহাব বাহাদুৰক সকলো কৈ-মেলি চাহাবৰপৰা সহায় খুজিলে। গভৰ্ণৰ-জেনেৰেল চাহাবে কলে,—"অসমৰ ৰজাৰে সৈতে আমাৰ প্ৰীতি-সম্বন্ধ আছে। আমি আপোনাক্ সহায় দিব নোৱাৰোঁ। আপুনি বৰ্ম্মাদেশলৈ গৈ মানৰজাৰ সহায় ভিক্ষা কৰিব পাৰে।" ৩৩৮ ॥

**মানৰজাৰ চ'ৰাত বদনচন্দ্ৰ।**—আতপাচে বৰফুকনে পুতেকটিহঁত আৰু উদয়চিঙ্গৰে সৈতে মানৰ কটকীৰ লগত কিন বা ইবাৰতা নৈয়েদি বৰ্ম্মাদেশলৈ গ'ল। মানদেশ পাই বৰফুকনে মানৰজাৰ লগত থাকিলগৈ। কিছুদিনৰ মূৰত মানৰজাই বৰফুকনক মাতি নি তালৈ যোৱাৰ কাৰণ সুধিলে। বৰফুকনে মানৰজাক সেৱা-সংকাৰ কৰি কলে, বোলে,—"বুঢ়াগোহাঁয়ে আমাৰ স্বৰ্গদেৱক ভাঙ্গি ভালেমান বিষয়াক মাৰি-কাটি নষ্ট কৰিছে। ভালমতে ৰাজ্য শাসন নোহোৱাত ৰাজ্য ছাৰখাৰ হৈছে। মোক ধৰিবলৈ আজ্ঞা কৰি মানুহ পঠিয়াইছিল। অত্যন্ত ভয় পাই মই বঙ্গাল দেশত সোমালোঁ। বঙ্গাল দেশৰপৰা ধৰি নিবলৈ কটকী এটা পঠিয়াইছিল। সেই কটকীক মাৰি পলাই আহি মই এইখন ঠাই পাইছোঁহি। মানতৰা দেশৰ মহাৰজাৰ শৰণাগত হবলৈ মই এই দেশলৈ আহিছোঁ; মহাৰাজে কৃপা কৰি কিছু সৈন্য পঠিয়ালে আমাৰ স্বৰ্গদেৱ, পাত্ৰ-মন্ত্ৰী, বিষয়া, গাওঁ-ৰাজ্য, এই সকলোখিনি ৰক্ষা পৰিব, আৰু মহাৰজাৰ যশ-ধৰ্ম্ম-কীৰ্ত্তি দেশদেশান্তৰে বিয়পি পৰিব।" ৩৩৯ ॥

**অসমত মান।**—বৰ্ম্মাৰজাই সহায় দিম বুলি অঙ্গীকাৰ কৰিলে। মানৰ বুঢ়াৰজা এমাহমান নপৰীয়া পৰি আছিল। আতপাচে লাক্লি ৰুংকেও বা ১৭৩৮-৩৯ শকত, মানৰজাৰ ভায়েকক সেই সৈন্যৰ সেনাপতি বা ৰজা পাতিলে। মানৰজাৰ হিলৈ ভঁৰালৰপৰা জোখাই অস্ত্ৰ-শস্ত্ৰ খাৰ-বাখৰ লবলৈ আজ্ঞা কৰিলে। কালী কটকী ১, মুংক্লাং ৰজা ১, হুকুমী ৰজা ১, মেগেলা ৰজা ১, আৰু মানৰ ফুকন বৰুৱা এইবোৰে গোটখাই মেল কৰিলে। লগত একলাখ মান সৈন্য,

ন-হাজাৰ তৰোৱাল, আৰু ভালেখিনি হিলৈ, যাঠি আৰু বাৰু লগত ললে। মান সৈন্য যাত্ৰা কৰি কেকুৰী-নামৰুক পাই নগৰত থামা কৰি ৰল। তাৰেপৰা মানৰজাই কটকী এটাৰ হাতত তিনিখন পত্ৰ আমাৰ দেশলৈ পঠিয়ালে, বোলে,—"আমাৰ ভাই-ৰজাৰ দেশত ৰজা নাই বুলি শুনিবলৈ পাই চাওফা চুহিতপুং ৰজাৰ গৰ্ভেচিং নামে পুতেক এটি তোমালোকৰ দেশত ৰজা পাতিবলৈ আমি এখেলৈ আহিছোঁ। বৰফুকনো আমাৰ লগতে আছে। তোমালোকে কেটামান কটকী পঠাই সিহঁতক চিনাই দিবা, যদি সিহঁতে সঁচাকৈয়ে ৰজাৰ পুতেক আৰু বৰফুকন নহয় বোলে আমি সিহঁতক কাটিম।" কামিনী ফুকনক কটকী কৰি পঠালে। ফুকনে আহি মেলেঙ্গত ৰলহি। মানে ৰণ কৰিবৰ মনেৰে আগবাঢ়ি ঘিলাধাৰী পাই তাতে কোঁঠ দি ৰল। সৰু অভয়পুৰীয়া ৰাজখোৱা পাতৰ গগৈয়ে মান সেনাক ধৰিলে, মানে পাতৰ গগৈক ৰণ দিলে। সেই ৰণত পাতৰ গগৈ বিভঙ্গ হল। ৩৪০॥

**মানৰ বিৰুদ্ধে ৰণযাত্ৰা।**—সেই বছৰতে বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ মৃত্যু হল। একুৰী-এঘাৰ বছৰ ডাঙ্গৰীয়াই ৰাজ্য খালে। ডাঙ্গৰীয়াৰ বৰটো পুতেক বুঢ়াগোহাঁই হল। স্বৰ্গদেৱৰ পাত্ৰ-মন্ত্ৰী আৰু অন্যান্য বিষয়াসকল বৰচ'ৰাত গোট খাই মেল কৰিলে, বোলে,—"মান আহি আমাৰ ৰাজ্য সোমালহি। মানৰে সৈতে আমি যুজিম নে নুযুজিম তাকে এতিয়া আলচিব লাগে।" তিনি ডাঙ্গৰীয়া, পাত্ৰ-মন্ত্ৰী, ৰাজ-খোৱা আৰু অন্য বিষয়া এইবোৰে মানৰ সৈতে ৰণ দিবলৈকে ঠাৱৰ কৰিলে। কুঁৰৈগঞা বুঢ়াগোহাঁই ১, নেওগফুকন ১, নামডঙ্গীয়া ৰাজখোৱা ১, চুঙ্গী হাজৰিকা ১, বকতিয়ালৰ ন-ফুকন ১, কেচুকলীয়া বৰগোহাঁইপৰীয়া বৰগোহাঁই ডাঙ্গৰীয়া ১, সন্দিকৈৰ মাজু-অভয়পুৰীয়া বৰ-অভয়পুৰীয়া ৰাজখোৱা ২, লানমাখৰু ৰাজখোৱা ১, পানী অভয়-পুৰীয়া ৰাজখোৱা ১, পাতৰৰ সৰু অভয়পুৰীয়া ৰাজখোৱা ১, ভীম চাংৰুং ফুকন ১, লাপী ঘৰফলীয়া দাধৰা বৰা ১, সন্দিকৈৰ বিলতীয়া

দাধৰা বৰা ১, ধনুধৰীয়া কোঁৱৰৰ মনজয় হাজৰিকা ১, লুখুৰাখন হুংকং হাজৰিকা ১, ফনিচিং চিপাদাৰ ১, দঁতালচিং ১, বাজুপুৰীয়া ১, গঙ্গাৰাম ১, মীনচিং ১, মিকিৰচিং ১, এয়েৰে সৈতে স্বৰ্গদেৱে সাত-কোম্পানি ৰণুৱা মানৰ সৈতে যুজিবলৈ পঠিয়ালে। আমাৰ হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া আৰু আনো শকত-আৱত চাই ভালেমান মানুহ মুঠ হৈ যাত্ৰা কৰি দিহিং নগৰত কোঁঠ দি ৰল। আতপাচে সেই মানুহখিনি গৈ কঠালবাৰীৰ কোষত শিলসাঁকো পাই তাতে ৰহিল। মানৰ বৰফুকনে সৈন্য গোটাই যাত্ৰা কৰি চাওহিং ফুকনৰ পুখুৰীৰ পাৰত ৰলহি। আমাৰ কিছু সেনা চৰাইদেৱলৈ গৈ তাতে থাকি তাৰ কোঁঠ-বুৰুজ আওঁতাবলৈ ধৰিলে। ৩৪১॥

**মানৰ হাতত অসমৰ পৰাজয়**।—এনেতে মানৰজাই বৰফুকনক কলে বোলে, “অসম ৰজাই আমাৰ লগত যুঁজিবলৈ নিবিচাৰে। মন থকা হলে এতেবেলি ৰণ দিলেহেঁতেন।” আতপাচে আমাৰ বৰুৱা, হাজৰিকা, শইকীয়া, বৰা আৰু সাতকোম্পানি ফিৰিঙ্গিয়ে কলে, বোলে,—“আমি নুযুঁজিবৰ ভাল নহয়। আমাক স্বৰ্গদেৱ-ঈশ্বৰে ৰণ কৰিবলৈ পঠিয়াইছে। সেইদেখি আমি ৰণ কৰিম।” কুংৰাত পাতৰ গগৈ ৰাজখোৱা কোঁঠৰপৰা ওলাই আমাৰ সেনাক যুঁজিবলৈ সাজু কৰালে। আমাৰ সেনাই গৈ মানসেনাক ধৰিলে। মানৰ বৰফুকন সেই ৰণত পৰিল। মানৰজা মহাক্ৰোদ্ধ হৈ ৰাইলুঙ্গলৈ গল। আতপাচে মানসেনাই আমাৰ সেনাক বেৰি ধৰি হিলৈ বৰটোপ মাৰিবলৈ এৰি হতাহতি ৰণ কৰিলে। আমাৰ সেনায়েও ৰণ কৰিবলৈ মন কৰিছিল, কিন্তু মানৰ সেনাতকৈ আমাৰ মানুহ তাকৰ হোৱাত ৰণ নকৰি পাচহুঁহুঁকি কোঁঠত সোমাল। লানমাখৰুৰ ভেদেলা ৰাজখোৱাই সৈন্য কিছু গোটাই মানৰে সৈতে ৰণ কৰিবলৈ আজ্ঞা কৰিলে। পিচদিনা প্ৰভাতত মানে আহি আমাৰ কোঁঠ আগুৰি ধৰিলে। আমাৰ মানুহে খৰি-পানী আনিবলৈ কোনো-প্ৰকাৰে কোঁঠৰ বাজলৈ ওলাব নোৱাৰা হল। কেচুকলীয়া বৰগোহাঁই

ডাঙৰীয়া অতি পুৱাতে পলাই গুচি গল। আতপাচে মানৰজা আৰু বৰফুকন এই দুয়ে উদয়চিঙ্গ কটকী পঠিয়াই আমাৰ স্বৰ্গদেৱক কবলৈ দিলে, বোলে,—"আমাৰ মানৰজাই স্বৰ্গদেৱৰ লগত ৰণ কৰিবলৈ মন নকৰে।" উদয়চিঙ্গে আহি মানৰজাৰ এইকথা স্বৰ্গদেৱক জনালোহ। ৩৪২ ॥

**গুৱাহাটীলৈ যোৱা প্ৰস্তাৱ।**—কুঁৱৈগঞা বুঢ়াগোহাঁইৰ পুত্ৰ ৰুচিনাথ বুঢ়াগোহাঁই হল। এনেতে মান আহি আমাৰ দেশত সোমাই গাওঁ-ভূঁই নষ্ট কৰিবলৈ ধৰিলে। আমাৰ সৈন্যই মানক ৰণত পৰাস্ত কৰিব নোৱাৰিলে। আমাৰ ৰাজ্যৰ প্ৰজা দিহিঙ্গে-দিপাঙ্গে পলাবলৈ ধৰিলে। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়া দেশৰ ৰাজহাঁড় আৰু সৰ্ব্বভৰসা আছিল, তেৱোঁ মৰিল। আমাৰ মানুহক ৰক্ষা কৰোঁতা কোনো নাইকিয়া হল। ইয়াকে দেখি ৰুচিনাথ বুঢ়াগোহাঁয়ে গুৱাহাটীলৈ ভটিয়াই যোৱাটো ভাল বুলি স্বৰ্গদেৱৰ আগত প্ৰস্তাৱ কৰিলে। এই কথাত স্বৰ্গদেৱ মান্তি নহল। ৩৪৩ ॥

**বদনচন্দ্ৰৰ হত্যা।**—ইয়াকে শুনি ৰুচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াই ৰজাত সন্দেহ কৰি ভয় খাই আহিলা-পাতি পুত্ৰ-নাতি বন্দী-বেটী লগুৱা-লিকচৌ লগত লৈ নাৱেৰে ভটিয়াই গুৱাহাটীলৈ গল। আতপাচে বদনচন্দ্ৰ বৰফুকনে নগৰ সোমাই স্বৰ্গদেৱক আঠুকাঢ়ি সেৱা কৰিলে। স্বৰ্গদেৱে বৰফুকনৰ লগত কথাবাৰ্ত্তা হল, আৰু বৰফুকনৰপৰা এইদৰে মান-সম্মান পাই স্বৰ্গদেৱ হৰ্ষযুক্ত হল। বৰফুকনৰ সৈন্যই বুঢ়াগোহাঁই ডাঙৰীয়াৰ টোলত সোমাই ঘৰত থকা সকলো দ্ৰব্য-বস্তু লুঢ়ি মানৰ সেনাপতিক দিলে। চ্যাও-চুডিংফা স্বৰ্গদেৱে বৰফুকনক মন্ত্ৰীফুকন বাব দিলে। আতপাচে বৰফুকনে বুঢ়াগোহাঁই ডাঙৰীয়াৰ ঘৰতে ৰসতি কৰিবলৈ ধৰিলে। বুঢ়াগোহাঁই ডাঙৰীয়াৰ ভায়েকহঁতক শাস্তি কৰিলে। পৰ্ব্বতীয়া ফুকনৰ চকু কাঢ়িলে। মানবোৰ নিজৰ দেশলৈ উভতি গল। চুডিংফা স্বৰ্গদেৱে তুংখুঙ্গীয়া ফৈদৰ বগা গোহাঁইৰ জীয়েকক নিজৰ কন্যা বুলি মানৰজালৈ ভেঁটি দিলে। আতপাচে

ধনী ববৰুৱাই বৰফুকনৰ লগত কাজিয়া কৰি বৰফুকনক মাৰিবলৈ ৰূপচিং চুবাদাৰ নামে বঙ্গাল এটাক ফৈটাই দিলে। সেইমতে ডিনকাও বা শাওণ মাহত, ৰূপচিং চুবাদাৰে বৰফুকনক মাৰিলে। ৩৪৪ ॥

**পুৰন্দৰসিংহ স্বৰ্গদেৱ।**—ৰুচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়া তেতিয়া গুৱাহাটীত আছিল। বুঢ়াগোহাঁইৰ ভায়েক ঢেকিয়াল ফুকনে বৰ-মূৰীয়া গোহাঁইদেৱৰ পুতেক ব্ৰজনাথ গোহাঁইদেৱক মাতি আনি তেওঁকে ৰজা পাতিবলৈ আলচ কৰিলে। বুঢ়াগোহাঁই ডাঙৰীয়া, ডেকাফুকন, ঢেকিয়াল ফুকন, ববৰুৱা, হাজৰিকা, শইকীয়া, বৰা আৰু আনবোৰো সেই মন্ত্ৰণা মেলত আছিল। লাক্লি ত্যাওত্যেও বা ১৭৩৯-৪০ শকত, তিনি ডাঙৰীয়া, বৰফুকন, ববৰুৱা আৰু অন্যান্য ফুকন বৰুৱাসকলে ব্ৰজনাথ গোহাঁইদেৱৰ শৰীৰত ক্ষত থকাত তেওঁৰ পুতেক পুৰন্দৰসিংহক ৰজা বুলি সেৱা কৰিলে। আতপাচে তেওঁলোকে নাৱেৰে গৈ যোৰহাট পালেগৈ। ৰুচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়া আৰু ভায়েক ঢেকিয়াল ফুকনে চ্যাওচুডিংফাৰ কৰ্ণ ক্ষত কৰি তেওঁক ৰজা ভাঙিলে। পুৰন্দৰসিংহ সিংহাসনত উঠি ৰজা নাম ললে। ইয়াৰ পাচত কোনো বিশেষ ঘটনা নোহোৱাকৈ কিছুদিন গল। ৩৪৫ ॥

**অসমন মান, দ্বিতীয় বাৰ।**—আতপৰে চন্দ্ৰকান্তসিংহক ৰজা ভঙ্গা কথা মানৰজাৰ কাণত পৰিল। ইয়াকে শুনি মানৰজাই সাত-শ সৈন্য লগত দি আলুংমিঙ্গি বৰগোহাঁইক অসমলৈ পঠিয়ালে। আলুং-মিঙ্গি বৰগোহাঁই আহি জয়পুৰত ৰহিলহি। আতপাচে আলুংমিঙ্গি বৰগোহাঁয়ে চন্দ্ৰকান্তসিংহক পুনৰ সিংহাসনত বহুৱালে। যিসকল বৰুৱা, বৰা, হাজৰিকা, শইকীয়াই চাওফা-চুডিন্ স্বৰ্গদেৱৰ বিৰুদ্ধে দ্ৰোহ আচৰিছিল, সেই সকলোকে মানৰ বৰগোহাঁয়ে বধ কৰিলে। ৩৪৬ ॥

**চন্দ্ৰকান্তৰ বঙ্গাল দেশলৈ পলায়ন।**—আতপৰে স্বৰ্গদেৱে পতাল নামে কছাৰী এটাক ববৰুৱা পাতিলে। কছাৰী ববৰুৱাই জয়পুৰত

ভাল চাই এটা কোঁঠ সজালে। পাচে এফৌজ নতুন মানসেনা আমাৰ দেশলৈ আহিল। সিহঁতে আহি পতাল বৰবৰুৱাক মাৰিলে। স্বৰ্গদেৱে ভাবিলে, বোলে, এইবাৰ মান অমিলভাবে আহিছে, মিল-ভাবেৰে অহা নাই। স্বৰ্গদেৱে বুঢ়াগোহাঁই, বৰগোহাঁই, বৰবৰুৱা, আৰু বৰফুকনক মানৰে সৈতে ৰণ কৰিবলৈ পঠিয়ালে। চ্যাওফা-চুডিংফা স্বৰ্গদেৱ ভটিয়াই গৈ গুৱাহাটী পাই তাতে থাকিল। মানৰ বৰগোহাঁই মিঙ্গিমাহা বান্দুলাই দেশত ৰজা নাইকিয়া দেখি তুংখুঙ্গীয়া ৰগাকোঁৱৰৰ পুতেক যোগেশ্বৰ গোহাঁইদেওক ৰজা পাতিলে। মিঙ্গি-মাহা বান্দুলাই চ্যাওফা-চুডিন ৰজাক ধৰিবলৈ মনস্থ কৰিলে। চন্দ্ৰকান্তসিংহই চাৰিঙ্গীয়া ৰজা, বৰবৰুৱা, ৰাজখোৱা, হাজৰিকা, শইকীয়া, বৰা, এক চুবাদাৰ আৰু এক কোম্পানী চিপাহী লগত লৈ নাঁৱেৰে উজাই মানৰ লগত যুঁজিবলৈ গল। ঘিলাধাৰী পাই তাতে ৰহিল। এনেতে মাইলুং দেশৰপৰা নতুন এক মানফৌজ আহি পূৰ্ব্বৰ মানসেনাৰ লগত ভৰ দিলেহি। মানৰ বৰগোহাঁই মিঙ্গিমাহা বান্দুলাৰ লগত মহগড়ত আমাৰ সৈন্যৰ ধুমাজয় ৰণ লাগিল। সেই ৰণত জিনিব নোৱাৰি চ্যাওফা-চুডিন্ স্বৰ্গদেৱে পলাই সাৰি বিদেশলৈ গৈ তাতে থাকিল। ৩৪৭ ॥

**মানৰ অত্যাচাৰ।**—মানে আমাৰ গাওঁ-ভূঁই চহৰ লুড়িবলৈ ধৰিলে। আমাৰ প্ৰায় মানুহ ঘৰবাৰী এৰি ভাগি গৈ কাঠনি হাবিত সোমাল। চিংফৌবোৰেও মানৰে সৈতে লগ লাগি ৰাতি-দিনে আমাৰ গাওঁ-ভূঁই পুৰিবলৈ ধৰিলে। মানে আমাৰ কোনো তিৰোতাক পালে চাৰিটা-পাঁচোটা মানুহে এটাৰ পাচত এটাকৈ তাইৰ ওপৰত দৌৰাত্ম্য কৰিছিল। এনেকি বয়সিয়াল তিৰোতা মানুহৰ ওপৰত দহ-বাৰটাই ক্ৰমান্বয়ে বল কৰিবলৈ নেৰিছিল। বুঢ়ী তিৰোতা আৰু সৰু ছোৱালীবো ভেদাভেদ নোহোৱাকৈ মানে বলেৰে খোৱালোৱা কৰিছিল। মানে আমাৰ মানুহক বন্দী কৰি সিহঁতৰ ধন-সম্পত্তি লুড়িলে। মানবোৰ নগৰতে থাকিল। ৩৪৮ ॥

**ইংৰাজৰ অসম অধিকাৰ।**—এইদৰে জয়লাভ কৰি মানহঁতৰ ক্ৰমান্বয়ে সাহ বাঢ়ি যোৱাত সিহঁতে ওচৰ-পাঁজৰত থকা কোম্পানীৰ ৰাজ্য আক্ৰমণ কৰিবলৈ ধৰিলে। এইকথা গৱৰ্ণৰ-জেনেৰেল চাহাব বাহাদুৰে শুনি মহাক্ৰোদ্ধ হৈ বৰ্ম্মাৰে সৈতে যুদ্ধ কৰিবলৈ আজ্ঞা কৰিলে। স্কট চাহাবে সৈন্য সহিতে আহি মহগড় পাই তাতে থানা কৰি ৰল। পিচদিনা পুৱা তেওঁ যাত্ৰা কৰি যোৰহাট পাই তাতে থাকিল। কৰ্ণেল ৰিচাৰ্ড চাহাব ইতিমধ্যে নগাওঁ পালেহি। মানে পিচহুহুঁকি আহি যোৰহাট পাই তাতে সিহঁতৰ কোঁঠত ৰলহি। এনেতে ইংৰাজ পল্টন যোৰহাট পালেহি। মানে যোৰহাটৰ গড়-ভিতৰীয়া ঘৰ-বাৰী জুই লগাই পুৰি পলাই ৰংপুৰলৈ গল।

কৰ্ণেল ৰিচাৰ্ড চাহাব উজাই গৈ গৌৰীসাগৰ পাই তাতে তামিঘৰা সাজি ৰল। মান সৈন্যই কৰ্ণেল ৰিচাৰ্ডৰ সৈন্যক আক্ৰমণ কৰিলে, কিন্তু ইংৰাজ পল্টনে মানৰ সৈন্যক পচলা কচাদি কাটিলে। আতপাচে স্কট চাহাবে তেওঁৰ সৈন্যক ৰংপুৰলৈ গৈ মানৰ লগত ৰণ কৰিবলৈ পঠিয়ালে। ইংৰাজ সৈন্য ৰংপুৰ পোৱাত মানৰে সৈতে তুমুল ৰণ হল। সেই ৰণত বৰ্ম্মা সৈন্য কোনোপধ্যে তিষ্ঠিব নোৱাৰি পলাই পূৰপিনে ভাগি গল। আতপাচে সেনাপতি ফুকন আৰু ৰবচাহাবে সন্ধি কৰিলে। তাৰেপৰা ইংৰাজে ভালেমান কাল এই ৰাজ্য শাসন কৰিলে। ৩৪৯ ॥

**পুৰন্দৰসিংহ বৃটিছৰ কৰতলীয়া ৰজা।**—লাক্লি মুংমাও বা ১৭৫৫ শকৰ বহাগ মাহত, ব্ৰজনাথ গোহাঁইদেৱৰ পুতেক পুৰন্দৰসিংহই ৰাজ্যৰ শাসন ভাৰ পাবৰ নিমিত্তে যতন কৰিলে। সেই কাৰণে মিষ্টাৰ হোৱাইট চাহাবে পুৰন্দৰসিংহক ৰজা পাতিলে। ৰজা হৈ সন্দিকৈৰ ঘিণাই ৰাজখোৱা আৰু লম্বোদৰ ফুকনৰ সৈতে সমালোচন হৈ ৰাজ্য প্ৰৱেশ কৰি মহগড় পাই তাতে ৰলহি। তাৰ পাচত যোৰহাটলৈ আহি তাতে থাকিল। মহাৰজাই এটা কোঁঠ আৰু এটা কাৰেংঘৰ সাজিবলৈ মন কৰিলে। ৩৫০ ॥

**পুৰন্দৰসিংহৰ বিষয়া**—বজাদেৱে বৰগোহাঁইৰ পুতেক মাধৰাম দিহিঙ্গীয়া ফুকনক বৰগোহাঁই পাতিলে। কেন্দুগুৰীয়া বৰপাত্ৰ-গোহাঁইৰ পুতেক বৰপাত্ৰ-গোহাঁই হল। কুঁৱৈগঞা বুঢ়াগোহাঁইৰ পুতেক বুঢ়াগোহাঁই হল। কান্ধু বোলা এজনে দিহিঙ্গীয়া ফুকনৰ বাব পালে। পাতৰৰ নিৰাময় গগৈ ৰাজখোৱা ভাটীয়লীয়া ডেকাফুকন হল। কুঁৱৈগঞা বুঢ়াগোহাঁইৰ নাতিয়েক তেলীশ্বৰে ইজন ডেকাফুকনৰ বাব পালে। চপাগুৰীয়া বৰবৰুৱাৰ বাহৰ ৰাধানাথ বৰবৰুৱা হল। বুঢ়াগোহাঁইৰ পৰীয়া কেচুৱাপোৱালীক ৰচা ৰাজখোৱা পাতিলে। কাকতীৰ ঘৰৰ মণিৰামক চিৰস্তাদাৰ পাতিলে। এক ব্ৰাহ্মণ তামুলী-ফুকন হল। এজন গণকক পৰ্ব্বতীয়া বৰুৱা পাতিলে। আৰু মনজুৰ হিলৈদাৰী কোঁৱৰৰ পুতেক ভয়ানদক নেওগ ফুকন পাতিলে। হাজৰিকা, শইকীয়া, বৰা, ধমুধৰীয়া, এইবোৰকো নতুনকৈ পাতিলে। চেঙ্গেলীমুৰীয়াক মছাই ফুকন পাতিলে। এক চৰাইমৰীয়াক ৰাই-ডঙ্গীয়া বৰুৱা পাতিলে। চাৰিঙ্গীয়াৰ এজনক দেওধাই ফুকন পাতিলে। আখৈখোৱাক মেচাইঘৰীয়া বৰুৱা পাতিলে। কুকুৰাচোৱা ফৈদৰ শুকুৰা চেংধোৱা ফুকন হল। নড়াৰ এজন বাইলুং ফুকন হল, আৰু এজন বৰবাইলুং বৰুৱা হল। মহাৰজাই পাত্ৰ-মন্ত্ৰী, হাজৰিকা, শইকীয়া, বৰা আৰু অন্যবোৰক মাতি সমালোচন হৈ নিয়মীয়া সৈন্য কিছু তুলি ছত্ৰচিং আৰু ৰূপচিঙ্গক চিপাদাৰ পাতিলে। ৩৫১ ॥

**নগা দমন**—আতপাচে মালৌথুপীয়া নগাই আহি আমাৰ ৰাজ্য মাৰি ধন-বস্তু লুড়ি নিলে। এইকথা মহাৰাজে শুনি তিনিজনা ডাঙ্গৰীয়াৰে সৈতে যুক্তি কৰি ছত্ৰচিং চিপাদাৰ আৰু হিলৈদাৰী কোঁৱৰফৈদীয়া ভয়ানদ নেওগ ফুকনৰ তলে হাজৰিকা, বৰা, শইকীয়া, ধমুধৰীয়া, হিলৈদাৰী আৰু এফৌজ চিপাহী সেই নগা মাৰিবলৈ পঠিয়ালে। ইবোৰো নগা মাৰিবলৈ গৈ দোপগৰ পাই তাতে কোঁঠ দি বল। নেওগ ফুকনে নগা কটকী এটাক মাতি আনি বুজাই বঢ়াই কলে, বলো,—"তই গৈ মালৌথুপীয়া নগাৰ পৰ্ব্বতত উঠি সিহঁতক মোৰ

এখেলৈ আহিবলৈ কগে।” সেইৰূপে কচু নামে সেই কটকীটোৱে পৰ্ব্বতত উঠি নগাবোৰক নামি আহিবলৈ কলে। কিছু নগা পৰ্ব্বতৰ পৰা নামি আহিল। নেওগ ফুকনে সিহঁতক দায় ধৰি জিঁজিৰি লোৱা লগালে। ডিন্‌ছি বা ফাগুন মাহৰ ২৭ দিন গতে, হিন্দুমতে মঙ্গলবাৰ আৰু আহোমমতে ত্যাপত্যেও, সেইদিনা নগাই মাজনিশা ৰাতি পৰ্ব্বতৰপৰা নামি আহি আমাৰ ভালেমান চিপাহী মাৰিলে। নেওগ ফুকন পলাই সাৰিল। ৰংপুৰীয়া চিপাহীবোৰে নগা কেতখিনিক গুলীয়াই মাৰিলে। নগাও ৰব নোৱাৰি যিপোনে পাৰে সিপোনে পলাই পৰ্ব্বতত উঠিলগৈ। মহাৰজা আৰু তিনিজনা ডাঙ্গৰীয়াই এইবাৰ্ত্তা শুনি নেওগ ফুকন আৰু চিপাহীবোৰক ধৰি আনিবলৈ আজ্ঞা কৰিলে। লাক্নি তাওচান বা ১৭৫৯-৬০ শকৰ ডিন্‌চিট বা জেঠমাহত, বৰছুৱৰীয়া নগা আৰু বৰহটীয়া নামচেঙ্গীয়া নগাই কাজিয়া কৰি ইটো-সিটোৱে কটাকটি কৰি ৰণ পাতিলে। সেই ৰণত গগৈ খুন্‌ৱাও পৰিল, আৰু নামচেঙ্গীয়া লথাং ডেকা পলাই ফাট মাৰিলে। এইবাৰ্ত্তা মহাৰাজা আৰু তিনিজনা ডাঙ্গৰীয়াই শুনি নগাৰ খুনৰাও-হঁতক ধৰিবলৈ আজ্ঞা কৰিলে। খুন্‌ৰাওহঁতক ধৰি আনিলে। হিচু খুন্‌ৰাওক জিঁজিৰি লোৱা লগালে। ৩৫২ ॥

**কামেশ্বৰসিংহ চাৰিংৰজাৰ বিয়া**—আতপাচে ডিন্‌কাও বা শাওণ মাহত, আহোম মতে খুতচেও আৰু হিন্দুমতে দেওবাৰৰ দিনা, মহাৰজাৰ পুতেক চাৰিংৰজাৰে সৈতে চপাগুৰীয়া ৰৰবৰুৱাৰ জীয়েকৰ বিয়াৰ দিন স্থিৰ হল। দৰা আৰু কন্যা দুয়োৰে গাত হালধি সানিলে। বিয়াৰ উৎসৱ কেইবাদিনো হল। আৰু অনেক ৰং-আনন্দ কৰিলে। ঢোল-ডগৰ শিঙ্গা-পেঁপা আদি নানান বাদ্যভাণ্ড কৰিলে। হিন্দু দেওবাৰৰ দিনা বিয়াৰ উৎসৱ পাতিলে। দৈ-গুৰৰে সৈতে হিন্দু-বোৱক জলপান কৰালে। ৩৫৩ ॥

**নগা ৰাজ্যত পুৰন্দৰসিংহ**—লাক্নি কাৰাও বা ১৭৬০ শকত, ডিন্‌চিট বা আহোণ মাহত, ৰজাদেৱে পাত্ৰ-মন্ত্ৰী, ডাঙ্গৰীয়া, হাজৰিকা,

বৰা, ধনুধৰীয়া আৰু হিলৈদাৰী এইবোৰৰে সৈতে পৰামৰ্শ কৰি নগাৰ বিৰুদ্ধে ৰণ কৰিবলৈ ওলাল। ৰজাদেৱে ডাঙৰীয়া, হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া, হিলৈদাৰী, চিপাহী, নামচেঙীয়া, আৰু টেঙেচি নগাৰ খুন্‌বাও আৰু আন গোটাচেৰেক লগত লৈ গৈছিল।

ৰজাদেৱে অছিৰিঙীয়া, সেলাজু, লাখুটিগঞ্জা, এইবোৰ নগা গাওঁ পাৰ হৈ মালৌথুপীয়া নগাৰ গাওঁ পালেগৈ। তাতে টান ৰণ হল। সেই ৰণত ৰব নোৱাৰি নগা পাচহুইঁকি পলাল। নগাৰ তিৰোতা আৰু লৰাছোৱালী পৰ্ব্বতত উঠি জঁয়াৰ হাবিত সোমালগৈ। আত-পাচে ডিন্‌ছি বা ফাগুন মাহত, আহোম মতে কাপচিঙা আৰু হিন্দু-মতে বুধবাৰৰ দিনা, ৰংপুৰত হোলোংঘৰ সাজিবৰ নিমিত্তে ৰজাদেৱে এডোখৰ ঠাইত হাল বালে। ৰজাদেৱে হোলোঙৰ গাদিখুঁটা পুতিলে। ৩৫৪ ॥

**পুৰন্দৰসিংহৰ ৰাজ্য কোম্পানীৰ তলতীয়া**—লাক্লি কাৰাও বা ১৭৬০ শকত, মিষ্টাৰ জেন্‌কিঞ্চ আৰু মিষ্টাৰ হোৱাইট চাহাবে সমালোচন হৈ উজাই মহগড় পাই তাতে ৰহিলগৈ। ৰজাৰ পুতেক চাৰিংৰজাদেৱে চাহাব দুজনক চিৰা-গাখীৰ খাবলৈ দিলে। মিষ্টাৰ হোৱাইট চাহাবে নাখালে। তেওঁ মহাক্ৰোদ্ধ হৈ যোৰহাটলৈ গৈ নগৰ সোমাল। ডিনচিপচাং বা কাতি মাহত, হিন্দুমতে মঙ্গলবাৰৰ দিনা, হোৱাইট চাহাবে স্বৰ্গদেৱ পুৰন্দৰসিংহক ৰজা পদৰপৰা গুচালে। তেতিয়াৰেপৰা আমাৰ ৰাজ্য পোনপটীয়াকৈ বৃটিছৰ অধীন হল। *৩৫৫ ॥

---

নগাওঁ-যোৰহাটৰ শ্ৰীযুত উমানাথ গোহাঁইৰপৰা পোৱা, শ্ৰীযুত গোপালচন্দ্ৰ বৰুৱাই কৰা আহোম বুৰঞ্জী এছোৱাৰ ইংৰাজী ভাঙনিৰপৰা সম্পাদকৰ দ্বাৰা অসমীয়ালৈ অনূদিত ॥

# সপ্তমখন বুৰঞ্জী

## আহোমৰ দিনৰ বিষয়াসকলৰ নিবন্ধ

**তিনিজনা ডাঙৰীয়াৰ মৰ্য্যাদা।**—শ্ৰীকৃষ্ণায়ে নমো নমঃ॥ আসাম দেশৰ বিষয়াৰ নিবন্ধ॥ বুঢ়াগোহাঁই, বৰপাত্ৰগোহাঁই, বৰগোহাঁই তিনিৰ একে মৰ্যদা। কেঁকোৰাদোলা, আৰোৱান বাহৰ উকা মাজ-পোনে নালতে গামোচা বন্ধা, সোণৰ চুলাৰে পানীজাপি, টুপীজাপি, পাখিবিচনী দুখনৰ দৰে নাললগা ঘূৰণীয়া বিচনী, কেপকৰা তলচা পায়। ঘৈণীসকলে এই দ্ৰব্য একোকে নাপায়, মাত্ৰ পৰ্হিচাঙ্গী ডাল-বৰৈলগা সোণৰ চূলাৰে সিয়াজাপি পায়। তিনিজনাৰ দৰেই শদিয়া-খোৱা গোহাঁই, সলাল গোহাঁই, মৰঙ্গীয়া গোহাঁই। এই তিনিজনাক দাঁতিয়লীয়া গোহাঁই বোলে। ঘাই তিনিজনাতকৈ কিছু মান কম॥৩৫৬॥

**বৰবৰুৱা আৰু বৰফুকনৰ মৰ্য্যাদা।**—বৰবৰুৱা, বৰফুকন দুয়ো সমান। কিন্তু গুৱাহাটী দূৰদেশৰ নিমিত কিছু এক্তিয়াৰ বেচি। আৰু দুয়োজনাৰ পৰ্হিদোলা বানতেৰে কুশসিয়া বৰজাপি, ৰূপচূলাৰে পানীজাপি, সোণৰ চূলাও দিয়ে, খেৰপাখিবিচনী, টুপীজাপি, দীঘল-নলীয়া ঘূৰণীয়া বিচনী, আগখৰা ছালকঠ, বানতৰ মচুলা, ৰূপৰ বেৰি-দিয়া লাখুটি। কিন্তু চ'ৰাৰ ফুকনসকলৰো, বা উপৰত লেখা ডাঙৰীয়া তিনিজনাৰ যেইজনাই ৰাজমন্ত্ৰী বাব পায় সেইজনাই জকাইচুকীয়া নামে মানুহ একহাজাৰ পায়, আন একো নাই॥ ৩৫৭ ॥

**ৰাজখোৱাসকলৰ মৰ্য্যাদা।**—নিবুকিয়াল ৰাজখোৱা, বচা ৰাজ-খোৱা দুয়ো সমান। লোহাৰ ঢেকৰ লগা চাঙ্গী পায়। দুই দিহিঙ্গীয়া ৰাজখোৱা, দুই তৰ-শলগুৰীয়া, উপৰ-শলগুৰীয়া দুই ৰাজখোৱা, বৰ সৰু দুই অভয়পুৰীয়া ৰাজখোৱা, উপৰ-দৈয়ঙ্গীয়া, মাজু-দৈয়ঙ্গীয়া, পানী-দৈয়ঙ্গীয়া ৰাজখোৱা, দিখৌমুখীয়া ৰাজখোৱা, গজপুৰীয়া ৰাজ-

খোৱা, ঘিলাধৰীয়া ৰাজখোৱা, এই চৈধজনা সমান। গুৱাহাটীত পৰ্হিচাঙ্গী পায়। গড়গঁয়া ৰঙপুৰীয়া দুই চেটিয়াপাত্ৰ বৰুৱা, দুই ঘৰ-ফলীয়া বৰুৱা, চাঙ্গৰঙ্গ বৰুৱা চাৰি, এই আঠজনা সমান। এইসকল ৰাজুৱা বিষয়া ॥ ৩৫৮ ॥

**ফুকনসকলৰ মৰ্য্যাদা।**—নাউবৈচা ফুকন, পানীফুকন, ভিতৰুৱাল ফুকন, দুই ডেকাফুকন, দুই দিহিঙ্গীয়া ফুকন, ন-ফুকন, চেটিয়া ফুকন এই ন-জনা সমান, কিন্তু উকা বৰজাপি। নিয়াইসোধা ফুকন, নেওগ ফুকন, চাঙ্গৰুঙ্গ ফুকন এই তিনি সমান, প্ৰায় ন-জনাৰ গতেই। চোলাধৰা ফুকন, খাৰঘৰীয়া ফুকন, ঢেকিয়াল ফুকন, নাওশলীয়া ফুকন, তামূলী ফুকন, এই পাঁচজনা সমান। ৰূপৰ চূলাৰে পানীজাপি, টুপীজাপি, পৰ্হিচাঙ্গী, পাখিবিচনী, দীঘলনলীয়া ঘূৰণীয়া বিচনী, ৰূপৰ বেৰিদিয়া লাখুটি, ছালকঠ পায়। যদি খেৰবিচনী টুপী নেপাইও থাকে তেতিয়া চোলাধৰা, খাৰঘৰীয়া, ঢেকিয়াল, এই তিনিজনা ফুকনে পৰ্হিচাঙ্গী পায়। নাওশলীয়া ফুকন, তামূলী ফুকনে ঢেকৰ দিয়া চাঙ্গীহে পায়। চিৰিঙ্গ ফুকন, কাথবৰুৱা, শূলপাণি বৰুৱা, এই তিনি সমান। ৰূপৰ চূলাৰে পানীজাপি, পৰ্হিচাঙ্গী, বেৰিদিয়া লাখুটি, দীঘলনলীয়া বিচনী পায়। জালভাৰী ফুকন, গন্ধীয়া বৰুৱা, মজুমদাৰ বৰুৱা, খনিকৰ বৰুৱা, শেনচোৱা বৰুৱা, এই পাঁচজন সমান। ঢেকৰ দিয়া চাঙ্গী পায়। ৰজাৰ জোঁৱাইসকলে বিষয় নেপাই থাকিলেও ৰূপৰ চূলা, পৰ্হিচাঙ্গী বানতেৰে আওঁঠি সিয়া কঠ চমুৱা ফুকন বা বৰভণ্ডাৰ বৰুৱা মৰ্যাত পায়। ৩৫৯ ॥

**বৰুৱাসকলৰ মৰ্য্যাদা।**—চাংমাই বৰুৱা, তিপমীয়া ৰাজখোৱা, হাতীবৰুৱা, ঘোঁৰাবৰুৱা, কুকুৰাচোৱা বৰুৱা এই পাঁচজন সমান। দুই দোলাকাখৰীয়া বৰুৱা, দুই চাউডাং বৰুৱা, জৰাধৰা বৰুৱা, বেজ-বৰুৱা এই ছয়জন সমান। তিনি দুলীয়া বৰুৱা, দৰবধৰা বৰুৱা, কাঠকটীয়া বৰুৱা, মলীয়া, ঘিঁউ বৰুৱা, পাখীমৰীয়া বৰুৱা এই আঠজন সমান। গজপুৰীয়া বৰুৱা, শিলাকুটী বৰুৱা, চৰাইমৰীয়া

বৰুৱা, ধেনুচোঁচা বৰুৱা, যুতকীয়া বৰুৱা, তুৱৰী বৰুৱা, এই ছয়জন সমান। এই সকল ভিতৰুৱাল। ৰাইডঙ্গীয়া ফুকন, পৰ্ব্বতীয়া ফুকন, খঙ্গীয়া ফুকন, চাৰিঙ্গীয়া ফুকন, তিপমীয়া ফুকন, এই পাঁচজন সমান। ঢেকৰ লগা চাঙ্গী পায়। ৰাইডঙ্গীয়া বৰুৱা, পৰ্ব্বতীয়া বৰুৱা, খঙ্গীয়া বৰুৱা, চাৰিঙ্গীয়া বৰুৱা, তিপমীয়া বৰুৱা, এই পাঁচজন সমান। নামৰূপীয়া বৰুৱা, পুৰণিমেলৰ বৰুৱা, মাজুমেলৰ বৰুৱা, সৰুমেলৰ বৰুৱা, মাহীমেলৰ বৰুৱা, ন-মেলৰ বৰুৱা, গাভৰুমেলৰ বৰুৱা, কলিচেঙ্গ বৰুৱা, এনাইঘৰীয়া বৰুৱা, এই ন-জন সমান। এই পৰ্য্যন্ত মেলডগীয়া বিষয়া। দেৱলীয়া বৰুৱাইঁতক সদৰত সেৱাচলোৱাহে বোলে। ৩৬০ ॥

**ডাঙ্গৰীয়াসকলে নগৰ সোমোৱাৰ নিয়ম।**—তিনিজনা ডাঙ্গৰীয়া নগৰলৈ গলে আগত বিলতীয়া গায়ন গায়, কালীয়াই কালী মাৰে। ৰঙ্গাচুলি বৰচি, ৰঙ্গাচুলি দাৰে লগত পালী ধৰি যাব পায় হাতী ঘোঁৰাত। বানত সিয়া জৰি, ভৰিত নূপূৰ, ঘোঁৰাত উঠা হালধীয়া পাটৰ তলচা, হাতীত উঠা কাপৰ, আগত দোলাচৈৰে আগুৱা যাব পায়। গড়ৰ চুকৰপৰা অলপ ভিতৰ সোমালে গায়ন বা কালী গাব বজাব নেপায়। ৩৬১ ॥

**বাটত দেখা-দেখি হলে নিয়ম।**—বাটত স্বৰ্গদেৱৰে দেখা-দেখি হলে স্বৰ্গদেৱ হাতীত উঠি গলে ডাঙ্গৰীয়া হাতীত উঠি দেখা দিব পায়। স্বৰ্গদেৱ দোলাত বা ঘোঁৰাত গলে ডাঙ্গৰীয়াও কেপকৰা তলচাৰ মুৰাত উঠি দেখা দিব পায়। আৰু ৰাজমাওদেও, বৰজনা আইকুঁৱৰীদেও, পৰ্ব্বতীয়া আইকুঁৱৰীদেও স্বৰ্গদেৱৰ দৰেই সম্মান কৰে। কিন্তু শিঙ্গৰিঘৰ উঠিলেহে ডাঙ্গৰীয়াসকলে সেৱা কৰে। দাঁতিয়লীয়া তিনিজনাৰে বাটত স্বৰ্গদেও ভেঁটাভেঁটি হলেও এইক্ৰমেই। আৰু চাৰিঙ্গীয়া তিপমীয়া আদি মেলখোৱা গোহাঁইদেওসকলৰে তিনিজনা গোহাঁইৰে দেখা-দেখি হলে ডাঙ্গৰীয়াসকলক গোহাঁইদেও সকলে বাট এৰি দিব পায়। দাঁতিয়লীয়া তিনিজনাই ঘাই তিনিজনাক

বাটত লগ পালে গোহাঁইদেওসকলৰ দৰে বাট এৰি দিব পায়। যদি দাঁতিয়লীয়া তিনিজনাই মেলখোৱা গোহাঁইদেওসকলক বাটত লগ পায় তেতিয়া বাট এৰি দিয়াদিকৈ যায়। যদি স্বৰ্গদেৱৰ নিজ ভাই বা পো এনে মেলখোৱা গোহাঁইদেও হলে সকলোৱে বৰ্হাঁই গৌৰৱ কৰে।

বৰবৰুৱা, বৰফুকনে তিনিজনা ডাঙ্গৰীয়াক লগ পালে দোলাৰ-পৰা নামি দেখা দিব পায়। চ'ৰাৰ ফুকন প্ৰভৃতি খেৰবিচনী লোৱা চমুৱা ফুকনসকলে চাঙ্গীৰপৰা নামি তিনিজনা ডাঙ্গৰীয়াক দেখা দি চাঙ্গী লুকাব পায়। এইগতে ডাঙ্গৰীয়া তিনিজনা বৰদুৱাৰৰ মুখতে দোলা, আবোৱান, দা, যাঠি, বৰচি, আদি সকলো আহিলা এৰি মাত্ৰ তিনিগছমান ৰঙ্গা যাঠি বৰচিৰে নগৰত সোমাই উপৰত সোণৰ চূলাৰে পানীজাপি ধৰি যায়। বৰ ৰদ বা বৰুখুন হলেও আন একো নাই। ৩৬২ ॥

**বৰঘৰৰ টুপত বহাৰ নিয়ম।** ডাঙ্গৰীয়া আহি চ'ৰা উঠিলে বৰবৰুৱাৰ মুখ্যে যি কেজনা চৰাৰ ফুকন পূবফালে বহি থাকে তাৰপৰা উঠি পশ্চিমফালে ফকামৰ কোঁঠ সোমাই বহেগৈ। বহোঁতে তিনিখনীয়া কঠৰ তলিয়ৰিখন গুচাই ফুকনসকলক তেতিয়া কাপৰৰ মচুলা দিয়ে। পাচে ডাঙ্গৰীয়াসকলে যিখিনিতে বহে তাৰ পোনেই পানীপাচত লেকামেৰে বেলাত ভৰি ধুই বুলনি কাপৰত ভৰি দি আহি তলত পিঠীয়া উপৰত কেপকৰা তলচাত বহে। পিকচোবা পেলাবলৈ আগত চোপ কৰা পাত দিয়ে।

বৰবৰুৱাকে মুখ্য কৰি চ'ৰাফুকনসকল ডাঙ্গৰীয়াসকলৰ নিচৈ ওচৰ চাপিব লাগিলে খেৰৰ মুঠিত বহে, দূৰ হৈ বহোঁতে হলে চ'ৰাৰ ফুকনসকলে মেলা দুখনীয়া কঠতে কাপোৰৰ মচুলা লৈ বহে। চমুৱা ফুকনসকল দুখনীয়া ছালকঠৰ নুৰাত বহে। সময়মতে বুঢ়াগোহাঁই, বৰপাত্ৰগোহাঁই দুজনা বহা খুটা দুটাৰ মাজপোনে পশ্চিমফালে ফকামৰ কোঁঠাত চ'ৰাৰ ফুকনৰ শাৰীতকৈ পশ্চিমলৈ হুহঁকি দুখনীয়া মেলা

ছালকঠতো বহে, কিন্তু কাপৰৰ মচুলা নাই। যদি ডাঙ্গৰীয়া আগে বহে তেতিয়া বৰবৰুৱাক এৰি চ'ৰাৰ ফুকন কেইজন মানুহৰ অঁাৰতে দখিণ টুপে ভৰি ধুই খেৰত আঠু চোঙ্গাই চ'ৰাৰ মাজেই গৈ পছিমফালে মেলাকঠত গত লাগি বহেগৈ।

স্বৰ্গদেৱৰ আজ্ঞাৰে কটকী গৈ নেমাতিলে নগৰলৈ ডাঙ্গৰীয়াসকল নাহে। কোনো বৰুৱা, ফুকন স্বৰ্গদেৱৰ কাৰ্য্যৰ লোক স্বৰ্গদেৱৰ আজ্ঞা নহলে ডাঙ্গৰীয়া তিনিজনাৰ ঘৰলৈ যাব নাপায়, আৰু ডাঙ্গৰীয়াসকলক স্বৰ্গদেৱে বিদায় সময়ত বঁটাৰে পাতলি তামোল ভিতৰৰপৰা তামূলীয়ে সজাই দিয়ে। হেঙ্গদানধৰাই ডাঙ্গৰীয়াসকলৰ আগত দিলেই কিছু বিলম্ব নকৰি ডাঙ্গৰীয়াসকল উঠি যাব পায়। আৰু ডাঙ্গৰীয়াসকল বৰঘৰৰ টুপলৈ যাব লাগিলে আগে বৰবৰুৱা বৰঘৰৰ টুপলৈ যাব পায়। পাচেহে ডাঙ্গৰীয়াসকল যায়। জখলামুখৰ মাটিতে শুধা লেকামেৰে ভৰি ধুই সোমাই যায়। খাটনীয়াৰে পাখিবিচনী নিএ, তামূলীয়ে হাঁচটিখন নিএ, টেকেলা বৰাই খালি তলচাখন নি বৰঘৰৰ টুপতে দিএ, ডাঙ্গৰীয়াসকল তাতে বহে। এইমতে স্বৰ্গদেৱৰে কথাবাৰ্ত্তা হোৱাত বৰঘৰৰ টুপত স্বৰ্গদেও বহা কোঁঠাৰ পূবভাগৰ উত্তৰফাললৈ সোমাই তিনি ৰৰভণ্ডাৰ বৰুৱা বহে। কিন্তু সেই মৰ্যদা পালে আনো বহে। এই তিনিৰ দক্ষিণ সেই সেই কোঁঠাৰ টুপৰ জোৰৰ চকিৰ পূবমূৰৰ খুটাৰেপৰা টুপলৈকে জুৰি উত্তৰা-দখিণা শাৰীকৈ চ'ৰাৰ ফুকনসকল বহে। চমুৱা ফুকন কেজনা সেইটো চতিৰে পছিম মূৰৰ খুঁটাৰ ওচৰৰপৰা টুপলৈ উত্তৰ-দখিণা শাৰীকৈ বহে, কিন্তু ডাঙ্গৰীয়াসকল বহাত স্বৰ্গদেৱৰ সমুখে সেই চমুৱা ফুকন সকলৰ ওচৰৰেপৰা পূবলৈ জুৰি পূবা-পছিমা শাৰীকৈ বহে। ওজা লিগিৰা ও বৰুৱা লিগিৰা পছিমখন চালিৰ তলত বহিব পায়। বৰুৱা কেইটা, লিগিৰা, স্বৰ্গদেৱৰ ওচৰতে খাটৰ পছিমফালে থাকে। টুপৰ জোৰাৰ ঐ চতিৰ দখিণ হৈ টুপলৈ ওলাই বহিব নেপায়। বৰঘৰৰ টুপত বিষয়াসকল বহাৰ এই নিয়ম। ৩৬৩॥

**ৰৰমেলৰ ব্যৱস্থা।**—আৰু যদি ইয়াতেই ৰৰমেল হয় তেতিয়া হলে প্ৰথমে স্বৰ্গদেও ওলাই সেইখন খাটত বহিলেই চমুৱা ফুকন এজনাই মেল মাতি ওজা-লিগিৰাত আজ্ঞা কয়। লিগিৰাই কুকুৰাচোৱা বৰাত আজ্ঞা কয়। সেই বৰাই ৰৰবাটঘৰত থকা কুকুৰাচোৱা বৰুৱা ও পাঁচনি বৰাত আজ্ঞা কয়, আৰু ৰৰবাটঘৰৰ ভিতৰৰ টুপৰ আৰধৰা গুচাই দিএ। পাচে বহুৱা বাজুৱা তামূলী পাচনিহঁতে তামূলৰ হাঁচটি, চোঁৱৰ, বিচনী, পিকবান আদি লৈ স্বৰ্গদেৱৰ ওচৰত বহেগৈ। তেতিয়া লিগিৰা ওচৰত থাকিব নেপায়, কেবল তামূলী লিগিৰাটি মাত্ৰ ওচৰতে লুকাই থাকে। আৰু ওজালিগিৰাৰ লগতে কুকুৰাচোৱা বৰুৱা বহেগৈ। পচিমখন চালিৰ দখিণমূৰে এখনি চালি থাকে। তাৰ তলতে নাপিতৰ ওজা এটা তিনিটা বা দুটামান নাপিতেৰে বহিব পায়। পাচে কুকুৰাচোৱা বৰা এটা গৈ ৰৰবৰুৱা মুখ্যে চ'ৰাৰ ফুকনসকলক মেল জনায়গৈ। সেইসকল আহি বহিলে মজিমদাৰ বৰুৱাই ডাঙৰীয়াসকলক চ'ৰাৰপৰা আনেগৈ। ডাঙৰীয়াসকল বহিলে মেল কৰে। আৰু ডাঙৰীয়াসকল ৰৰঘৰৰ টুপৰপৰাও যেতিয়া ভিতৰলৈ নিয়ে তেতিয়া ডাঙৰীয়াৰ মানুহ লগত যাব নেপায়। হাঁচটি, বিচনী, তলচা ৰৰঘৰৰ টুপতে থাকে। কুকুৰা-চোৱা বা ৰাজপলীয়া লিগিৰা এটাই মাত্ৰ কাপৰ এখনি দিয়ে, তাতে ডাঙৰীয়া বহে। ৰৰবৰুৱা ঘৰৰপৰা অহাত দুফালে দুই শাৰী টাঙন-ধৰাই পালী ধৰি আহে। আগত ৰূপৰ চুলাৰে পানীজাপি, টুপীজাপি, খেৰপাখিবিচনী, পাচনিহতীয়া বিচনী, সেই আগখৰা ৰূপৰ বেৰিদিয়া লাখুটি, এইসকল আহিলা লৈ আহি ৰৰদুৱাৰৰপৰা উপৰত পাচৰপৰা ৰৰজাপি ধৰি আহে। পাচে ৰৰচ'ৰা উঠি নিজ ঠাইত বহোঁতে পানী-পাচত ভৰি ধুই তিনিখন মেলা ছালকঠত বানতৰ মচুলা লৈ বহে। আগত পাতত বালি দিয়ে, তাতে পিকচোৰা পেলায়। এইক্ৰমে চ'ৰাৰ ফুকন কেজনা আপোন-আপোন ঠায়ে-ঠায়ে চ'ৰাত বহে। কিন্তু ফুকনসকলৰ টাঙনধৰা নাই, আৰু ৰৰজাপি উকা, নগৰৰ ভিতৰলৈ নিৰ

নাপায়। নগৰৰ ভিতৰত বৰুৱাৰহে বৰজাপি থাকে, অন্য কোনো বৰুৱা ফুকনৰ নাই। ৩৬৪ ॥

**ৰজাচাঙলৈ যোৱাৰ নিয়ম।**—যেতিয়া বৰবৰুৱা ও চ'ৰাৰ ফুকনসকল চাঙলৈ যাব লগা হয় দোলাকাখৰীয়া টুপৰ সমুখে উজনীৰটো খুঁটাত ধৰি ভৰি ধুই তামূলৰ হাঁচটি কঁকালতে খুঁচি লৈ, সোঁহাতে পাখিবিচনীখনি লৈ সোমাই যায়। আৰু বাটত বৰবৰুৱা অহাত মেলখোৱা গোহাঁইদেওসকল বা দাঁতিয়লীয়া গোহাঁই তিনিজনাৰে ভেঁটা-ভেঁটি হলে তেতিয়া বৰবৰুৱা দোলাৰপৰা নেনামে। আৰু চ'ৰাৰ ফুকনসকলৰে ভেঁটা-ভেঁটি হলেও নেনামে। কিন্তু স্বৰ্গদেৱৰ আপোন পো বা ভাই এনে মেলখোৱা গোহাঁইদেও হলে তিনিজনা ডাঙৰীয়া প্ৰভিতি বৰবৰুৱা বা ফুকনসকলে কিছু গৌৰব কৰে। খেৰবিচনী লোৱা চমুৱা ফুকন কেজনাৰে বৰবৰুৱা ফুকনৰ ভেঁটা-ভেঁটি হয় যদি তেতিয়া চমুৱা ফুকনসকলে ঠাইতে পচুলি এটা সোমাই তেনেই বৰজাপিৰে ঢাকে। বৰবৰুৱা বৰফুকনে চমুৱা ফুকনসকলক দোলাৰ উপৰত দেখিব নাপায়। আৰু চমুৱা ফুকনসকলে চ'ৰাৰ ফুকন কেইজনাক লগ পালে হলে তেওঁবিলাক বাট এৰি দি আতৰি যায়। দাঁতিয়লীয়া তিনিগোহাঁই বা মেলখোৱা গোহাঁইদেওসকলৰে চমুৱা ফুকনসকল লগ পোৱা হলে দোলাৰপৰা নামে, দোলাও কিছু কাখৰীয়াকৈ জাপি আৰ দিয়ে। আৰু বৰভণ্ডাৰ বৰুৱাসকলে হলে বৰবৰুৱাৰ আগত দোলাৰপৰা নামি দোলা লুকাই গৈ দেখা দিয়ে। মেলখোৱা গোহাঁইদেৱৰ বা দাঁতিয়লীয়া গোহাঁইসকলৰ আগতো এই ক্ৰম। চ'ৰাৰ ফুকনসকলৰ আগত হলে জাপি আৰ দি বাট এৰি আঁতৰি যাব পায়। ইতৰ ফুকন বৰুৱা লোকক চাঙ্গীৰে যোৱা চ'ৰাৰ ফুকনসকলে দেখিবলৈ পাব নেপায়। চমুৱা ফুকন কেইজনাই ঘৰৰপৰা অহাত আগত ৰূপৰ চূলাৰে পানীজাপি, টুপীজাপি, খেৰপাখিবিচনী, দীঘল নালেৰে ঘূৰণীয়া বিচনী, ৰূপৰ ৰেৰিদিয়া লাখুটি, ইয়াকে লৈ আহে। দোলাকাখৰীয়া চ'ৰাৰ টুপৰ চ'ৰাৰ ফুকনসকলে ভৰিধুৱা

খুঁটাৰ নামে পছিমফালৰ খুঁটাৰ গুৰিতে ভৰি ধুই ভিতৰলৈ যায়। সেই ভৰিধুৱা পোনেই সেই চ'ৰাৰ পছিমৰ বাৰতে পানীজাপি আৰি থয়। বাটত অহাত তিনি বৰভণ্ডাৰ বৰুৱাৰে ভেঁটা-ভেঁটি হলে বৰুৱা একতীয়া হৈ ফুকনক বাট এৰি দিব পায়। ইতৰ ফুকন বৰুৱাই জাপি আৰ দি আঁতৰি যাব পায়। আৰু বৰভণ্ডাৰ বৰুৱা তিনিক ইতৰ ফুকন বৰুৱাই দেখা-দেখি হলে এফলীয়া হৈ বাট এৰি দিব পায়। আৰু এই চমুৱা ফুকন কেজনা যদি মাটিএ আহে উপৰত বৰজাপি ধৰে বৰ বৰখুণ বা টান বদ হলে। তিনি বৰভণ্ডাৰ বৰুৱা বা বৰুৱা নামেৰে থাকিলে ঢেকিয়াল, চোলাধৰা, খাৰঘৰীয়া, ইবিলাকেও মাটিয়ে অহাত বৰজাপি ধৰাই আহে, সদাই নোৱাৰে। ইয়াৰ বাজে মাটিয়ে অহাত বৰজাপি ধৰাব নেপায়। ৩৬৫ ॥

**গুৰালা বৰুৱাৰ মৰ্য্যাদা।**—আৰুটি ভণ্ডাৰ বৰুৱাৰো ঘূৰণীয়া বিচনী বেৰি দিয়া লাখুটি আছে। ডৰিকা তুৱাৰৰ বাজৰ চতিৰ পূবৰ খুঁটাতে তিনিও ভৰি ধুই সোমাইগৈ। বৰঘৰৰ টুপলৈ যাওঁতে তিনিজনা ডাঙ্গৰীয়া ও বৰবৰুৱা, বৰফুকন আদি চ'ৰাৰ ফুকন ও খেৰবিচনী লোৱা চমুৱা ফুকন এইসকল আৰচৰাখনৰ পছিমমূৰে ওলায় সোমায়। তিনি বৰভণ্ডাৰ বৰুৱা গএৰহ অন্য ফুকন বৰুৱা চ'ৰাৰ পূবমূৰে ওলায় সোমায়। চ'ৰাত বৰবৰুৱা বহাত ওচৰলৈ চমুৱা ফুকনসকল যাব লাগিলে তিনিখনীয়া ছালকঠৰ মুৰাত বহে। বৰ-বৰুৱাৰ পানীচোৱালৈ গলেও চমুৱা ফুকন কেইজনাক বহিবলৈ পাটিঢৰা দিয়ে। এওবোলাকৰ বাজে ফুকন বৰুৱাই আঠুলৈ বহে।

আৰু বৰভণ্ডাৰ বৰুৱা হলেই ৰূপৰ চোলা পৰ্হিচাঙ্গি পায়। এই দ্ৰব্য লবলৈ জনাব নেলাগে। সোণৰ খাৰু, টেমি লবলৈ হলে জনাব লাগে। আৰু চোলাধৰা খাৰঘৰীয়া ঢেকিয়াল এই তিনি বৰুৱা হৈ থকাত বৰভণ্ডাৰ বৰুৱাৰ সমানেই। তিনি লড়িগোহাঁই ৰজাৰ জোৱাঁইক বাজকৈ নাওশলীয়া ফুকন তামূলী ফুকন এই কেজনে ৰূপৰ চুলাত বাজকৈ দ্ৰব্য লবলৈ জনাব লাগে, দিলেহে লব পাৰে।

খেৰবিচনীও এইৰূপ। ইতৰসকলে হলে ৰূপৰ চূলালৈকে জনাব লাগে। ৩৬৬ ॥

**বৰচ'ৰাত বহাৰ নিয়ম।**—চমুৱা ফুকন বৰভণ্ডাৰ বৰুৱাৰ সম। কিছুজন লোকে ভিতৰলৈ যাওঁতে সেই ভণ্ডাৰ বৰুৱাই ভৰিধোৱা খুঁটাৰ পছিমটো খুঁটাতে ভৰি ধোএ। বৰচ'ৰাত স্বৰ্গদেও বহাত যি কোঁঠাত স্বৰ্গদেও বহে সেই কোঁঠাৰপৰা দখিণলৈ মাজত একোঠা এৰি ইকোঠাত চতিৰ তলতে দুই খুঁটাৰ মাজত পূবফালৰপৰা লালী হৈ বুঢ়াগোহাঁই, বৰপাত্ৰ-গোহাঁই, বৰগোহাঁই ডাঙ্গৰীয়া এই তিনিজনা বহে। শুদা মাটিতে আগফাললৈ পিকচোবা পেলায়। বৰগোহাঁই ডাঙ্গৰীয়াৰ বামকাখৰে শদিয়াখোৱা, মৰঙ্গিখোৱা, সলাল গোহাঁই, এই তিনিজনা বহে। কেতিয়াবা কিছো লৰচৰ হয়। কোনো সময়ত গোটেইটো চতিৰে পূবখুঁটাৰেপৰা দখিণলৈ ক্ৰমে তিনিটা খুঁটাত বুঢ়াগোহাঁই আদি তিনিজনা বহে। তেতিয়া সেইটো চতিৰে পছিমটো খুঁটাৰপৰা জুৰি দখিণলৈ লালীকৈ বৰবৰুৱা আদি ফুকন ৰাজখোৱা-সকল বহে এইক্ৰমে বহাত দাঁতিয়লীয়া তিনিজনা চ'ৰাৰ দখিণ টুপৰ জোৰাৰ চতিৰ পূবৰ খুঁটাতে, খাইলাতৰ খুঁটাতে, ঘৰিয়ালধৰা খুঁটাতে ক্ৰমে বহে। আৰুথিয় লালীৰে বহাত যিজনা ডাঙ্গৰীয়া যিটো খুঁটাত বহে স্বৰ্গদেও নবহাতো সেইজনা ডাঙ্গৰীয়া সেই খুঁটাতে বহে। ডাঙ্গৰীয়াসকল পথলীয়া হৈ বহিলে সেইটো চতিৰে পছিম ফকামৰ খুঁটাৰপৰা দখিণলৈ শাৰীকৈ পিৰালাত বৰবৰুৱা আদি চ'ৰাৰ ফুকন ৰাজখোৱা বহে। এইসকলৰ পাচত দেওধাই, বাইলুং, চেটিয়াপাত্ৰ বৰুৱা ঘৰফলীয়া বৰুৱাসকল বহে। এই দখিণফালৰ চ'ৰাৰ সভা বৰবৰুৱাই নেওগ ফুকনৰ দ্বাৰা নিৰূপণ কৰায়।

স্বৰ্গদেও বহা কোঁঠাৰ উত্তৰ কোঁঠা উদঙ্গে থাকে, কিন্তু উচৰতে তামূলী লিগিৰা বৰতামূলী ও পিকদানধৰা, চোঁৰবলোৱা পাঁচনি, কদাচিত হাতবিচনীলোৱা লিগিৰা, এই পাঁচজন বহেগৈ। সেই উদং কোঁঠাৰ উত্তৰ কোঁঠাৰ চতিৰ তলতে সোঁমাজে বাট ৰাখি সেই বাটৰে

পূবকোষৰেপৰা সেই চতিৰ মূৰৰ পূবটো খুঁটাৰ ওচৰখিনিতে পাঁচনি বৰাটো যে বহে তালকে লালী হৈ বঙ্গাচুলিলগা দাবে দুই একজন পাঁচনীৰ পালী বহে। এই খুঁটাৰ পূবফালে কিছু দখিণফলীয়া হৈ বাজে চমুৱা ফুকন বৰুৱা কিছু বহে। ঐ তামূলী লিগিৰাহঁত বহাটো চতিৰে পছিম ফকামৰ খুঁটাৰেপৰা উতৰলৈ হৈ ৰৰবৰুৱাৰ সমুখে খেৰবিচনী লোৱা চমুৱা ফুকনসকল বহে। এইসকলৰ লালীতে পাচত ৰৰভণ্ডাৰ বৰুৱা তিনিজন বহে। এইসকলৰ পোনেই উজনিফালে ফকামৰ কোঠাত মেলখোৱা গোহাঁইদেওসকল বহে। এওঁবোৰক মাজতকৈ লৈ দুয়োকাষৰে চমুৱা পাঁচনিহঁত এই কোঁঠাতে বহে। এই উতৰ কোঁঠাতে পছিমফালে স্বৰ্গদেৱৰ দোলা থয়। পূবফালে গন্ধীয়া, মলীয়া, ভঁৰালী, পেৰাভাৰী, এইসকলে নিজ কাম কৰে। এইফালৰ সভা পাঁচনি বৰা, কুকুৰাচোৱা বৰুৱাই নিৰূপণ কৰে। খলাৰ সভাৰ নিৰোপণ ঢেকিয়াল ফুকন বা বৰুৱা, দোলাকাখৰীয়া বৰুৱা, চাওডাঙ্গৰ বৰুৱা, এইসকলে কৰে। কিন্তু ঢেকিয়াল বৰুৱা বা ফুকনেহে চ'ৰাত বহিৰ পাৰে। দোলাকাখৰীয়া বৰুৱা, চাউডাঙ্গৰ বৰুৱা খলাতেহে বহিব পায়। আৰু স্বৰ্গদেও বহা কোঁঠাৰ পূব ফালৰ ফকামৰ কোঁঠাত তামূলী-দাৰে ৰৰতামূলী-দাৰে ৰৰতামূলীহঁত বহে। এই কোঁঠাৰ দখিণ ফকামৰ কোঁঠাত উত্তৰফালে হেঙ্গদানধৰা আৰু দখিণৰ ফালে সভাপণ্ডিত এইসকল বহে। ইয়াৰ দক্ষিণ ফকামৰ কোঁঠাত কটকীহঁত বহে। ইয়াৰ দক্ষিণ ফকামৰ কোঁঠাত কাকতীহঁত বহে, আৰু দখিণ টুপৰ উজনীফালে খাওন্দহঁত বহে। ভাটীৰফালে তিনিজনা ডাঙ্গৰীয়াৰ হাতীমূৰীয়াহঁত বহে। ৩৬৭ ॥

**ৰৰচ'ৰাত মেলৰ ব্যৱস্থা।**—সততে স্বৰ্গদেও নগৰত থকাতো ৰৰচ'ৰাত ৰৰবৰুৱা আদি চ'ৰাৰ ফুকন কতেকজন নবহি উদং হৱ নেপায়। যদি স্বৰ্গদেও অন্য নগৰ বা কোনো বাহৰলৈ যায় তেতিয়া যদি নগৰ উদঙ্গেই হয় তেও চ'ৰা উদঙ্গে নেথাকে। নিয়াইসোধা ফুকনেই সততে সেই চ'ৰাত বহে। পুনৰ স্বৰ্গদেও নগৰলৈ নাহেমানে

বৰবৰুৱাৰ কাৰ্য্যখিনি নিয়াইসোধা ফুকনেই চলায়। আৰু বৰপাত্ৰ ডাঙ্গৰীয়া বহাটো খুটাতে সদাই বৰবৰুৱা বহে। কিন্তু নিতে-নিতে দুপৰ মাৰিলেই বৰবৰুৱা চ'ৰাত বহে। দুপৰ চাৰিদণ্ড মাৰিলে পানী-চোৱালৈ গৈ জিৰায়। তিনিপৰ মাৰিলে আকৌ চ'ৰাত বহেহি। গধূলি চাৰিদণ্ড মাৰিলে উঠি যায়। মেলৰ নেওগ বৰা ইত্যাদিএ বৰবৰুৱা বহা পোনেই খলাত দুশৰীয়া হৈ আঠু লৈ বহি বৰবৰুৱাত কথা যোগায়। আৰু বৰবৰুৱা নিতে পৰত পানীচোৱাতে থাকে। বৰচ'ৰালৈ যাব নেলাগে। তাতে থাকি ৰাতিপুৱা চাৰিডঁৰিয়াত ৰাজঘৰলৈ গৈ খাই-বৈ দুপৰত নগৰ সোমায়হি। কিন্তু চ'ৰাৰ ফুকন-সকলে হুলে থকুৰা দিয়া ঢৰাৰে চাৰিওফালে ঢাকি চ'ৰাতে পৰ দিএ। ৰাজখোৱাসকলৰ এই ক্ৰম।

আৰু নগৰৰ ভিতৰত পালীঘৰত শোৱলৈ চাং বা পীৰা কোনেও লব নাপায়। মাটিৰ ভেঁটি বা কাঠৰ চলিয়া পাটকে পাৰি লয়। আৰু আঠুৱা, খৰম, পইজাৰ, ইয়াকো লব নেপায়, বুলনি ঢৰাহে লয়। বেৰা বা কাঁহী মাইহাম ইয়াত ব্যৱহাৰ কৰিব নেপায়। কাঁহৰ বান বা কাঁহিতহে বেৱহাৰ কৰিব পায়। ডঁৰিকা দুৱাৰৰ ৰাজখনৰ বুজবিচাৰ কৰ্ত্তা বৰবৰুৱা। এই কাৰণেহে বৰবৰুৱাৰ নিতপৰ। সেই দুৱাৰৰ ভিতৰখনিত বিচাৰ কৰে ঢেকিয়াল বৰুৱা। এওঁৰো নিতপৰ।

আৰু চ'ৰাত বৰবৰুৱা যিটো খুঁটাতে বহে সেইটো খুঁটাৰ দখিণ-ফালে নাওবৈচা ফুকন বহে। ইয়াৰ দখিণটো খুঁটাতে উত্তৰফালে ডেকাফুকন, দক্ষিণফালে দিহিঙ্গীয়া ফুকন বহে। আকৌ বৰবৰুৱা বহা পছিমৰ খুঁটাতে ন-ফুকন বহে। এইটো খুঁটাৰ উত্তৰটো খুঁটাতে ভিতৰুৱাল ফুকন বহে। ন-ফুকন বহাৰ দখিণটো খুঁটাতে নেওগ ফুকন বহে। কিন্তু বৰ-খুঁটাতকৈ ভিতৰ সোমাই আগফাললৈ বৰবৰুৱা আদি কোনো বহিব নেপায়। সেই বৰখুঁটাকে সীমা কৰি ফকামৰ কোঁঠাতে পথলীয়াকৈ মেলাকঠতহে বহে। আৰু দখিণ টুপৰ

পূৰফালে। টুপৰ জোৰাৰ খুঁটাৰ দখিণ-পূৰ কোণতে চাংৰুং ফুকন বহে। এওঁৰে দখিণেই নিয়াই-সোধা ফুকন বহে। এই টুপৰ জোৰাৰ খুঁটা ও তাৰে ফকামৰ খুঁটা, এই দুই খুঁটাৰ মাজতে থিয়কৈ এটীয়া কঠ মেলি ফকামৰ কোঁঠাতে বচা ও নিবুকিয়াল ৰাজখোৱা দুইজন বহে। যেতিয়া গুৱাহাটীৰ ফুকন ৰাজখোৱাসকল আহে তেতিয়া চ'ৰাৰ দখিণ টুপৰ ঘৰিয়ালধৰা খুঁটাৰ দখিণ টুপতে থিয়কৈ কঠ একোটা পাৰি ৰাজখোৱাসকলে বহে। পানীফুকন আদি ফুকন-সকল মৰ্য্যাদাৰ আগ-পাচক্ৰমে উজনীয়া ফুকনসকলৰ মাজে বহে। দৰঙ্গী ৰজাও, ৰাণী ৰজাও আহিলে দাঁতিয়লীয়া গোহাঁই তিনিজনা বহা দখিণ টুপৰ জোৰাৰ চতিৰ পূৰটো খুঁটাত বহে। আৰু নিতে চ'ৰাত বৰবৰুৱা বহাত বৰবৰুৱাৰ সমুখৰ উত্তৰ-ফালৰ খুঁটাৰ দখিণে ভিতৰ সোমাই ফকামৰ কোঁঠাত ডাঙ্গৰীয়াসকলৰ এবং চাৰিসত্ৰীয়াৰ খাটনিয়াৰ ও সভাপণ্ডিত দুই একজন বহি কথা-বাৰ্ত্তা জনায়, এইসকলৰ পূৰফালে সেই কোঁঠাতে। খলাৰপৰা আগকৰা কথাকে মুখ দি সুধি বুজাবৰ কাৰণে বৰকটকী এটা বহে। এইটো খুঁটাৰ ওচৰকৈ পিৰালিতে মোটোকোৱা ছালতে বৰা কাকতিটো বহে। পচিমফালে ভিতৰুৱাল ফুকন বহাৰেপৰা দখিণলৈ ফকামৰ কোঁঠাৰ মাজে-মাজে কটকী দলৈ কাকতীহঁত বহে। ৩৬৮ ॥

**অপৰাধীক দণ্ড কৰাৰ নিয়ম।**—স্বৰ্গদেৱে যিৰকমে দণ্ড কৰিবৰ মন যায় তেনেৰকমে কৰে, একো নিয়ম নাই। ডাঙ্গৰীয়াসকলে ধুমৰে খুন্ধি প্ৰাণ মাৰে, তোম বান্ধি পানীত পেলাই মাৰে, অস্ত্ৰৰে কাটিব নেপায়। আৰু চকু কাঢ়ে, নাক-কাণ কাটে, আঠুৰ ঘিলা কাঢ়ে। বৰবৰুৱায়ো ঐমতেই দণ্ড কৰে। কিন্তু আপোন আজ্ঞাৰে যি বিষয়া প্ৰজা-ভঙ্গা কৰাখিনিক তাতকৈ উপৰসকল স্বৰ্গদেৱৰ আজ্ঞা শুনাব লাগে, তেহে কোৰ ঢকা গঁতা গৰাল প্ৰভিত্তি দণ্ড কৰিব পাৰে। বৰফুকনৰ দূৰদেশৰ নিমিতে বৰবৰুৱাতকৈ কিছু এক্তিয়াৰ বহী। চ'ৰাৰ ফুকনসকলে নাক-কাণ কাটিব নোৱাৰে। কোৰ, ঢকা, চমটাৰে

চমটিয়াই দণ্ড কৰে ৰৰবৰুৱাৰ গতেই। খেৰবিচনী পোৱা চমুৱা ফুকন বৰুৱাসকল, আৰু মেলডগীয়া ফুকন, বৰুৱা আদিসকলেও চ'ৰাৰ ফুকনসকলৰ গতেই। তেওঁবিলাকৰ মেলৰ ভিতৰত আৰু টেকেলা ঢুলীয়া এই দুই খেলৰ মানুহক এওঁবিলাকে কোব, ঢকা, গঁতা, গঁৰাল দণ্ডহে কৰিব পাৰে। তিনিজনা ডাঙ্গৰীয়াৰ দৰেই ৰৰফুকনে দণ্ড কৰে। কিন্তু চোৰক একেবাৰে অস্ত্রেৰে কাটে। উজনীত চাউডাঙ্গৰ হতোৱা কটায়, ভাটীত হলে বুৰুকৰ হতোৱা কটায়। ৩৬৯ ॥

**ঘৈণীসকলৰ নিয়ম।**—স্বৰ্গদেৱৰ ঘৰত ডাঙ্গৰীয়াসকলৰ ঘৈণীসকলক অমুক ডাঙ্গৰীয়াৰ ঘৈণী বোলে। ৰৰবৰুৱা ৰৰফুকনকে মোখ্য কৰি ঘৈণীসকলক অমুক ফুকননী বা বৰুৱানী বোলে। চ'ৰাৰ ফুকনসকলৰ গততকৈ গতিকে ইসকলৰ নিয়ম বিপৰীত আছে। ডাঙ্গৰীয়ানীসকলৰ পৰ্হিচাঙ্গী নগৰৰ ভিতৰলৈ যেতিয়া যায় ৰৰখুন বা ৰদ নাপাবৰ নিমিত সৰুদৈয়া সিয়াজাপি মূৰত লৈ উজনীখন চাউডাঙ্গৰ দুৱাৰে সোমাই সেইফালৰ চাউডাঙ্গৰ চ'ৰাতে বহেগৈ। লগৰে বমুৱা মানুহ এজনী কলাপাত দুখনি নিব পায়, তাকে পাৰি দিয়ে, তাতে বহে। কোঁৱৰী-সকলৰ ঘৰলৈ গলেও সেইক্রমেই পাত দিএ, তাতে বহে। ৰৰবৰুৱা ৰৰফুকন আৰু চ'ৰাৰ ফুকনসকলৰ ঘৈণীসকল গলেও ডাঙ্গৰীয়াসকলৰ ঘৈণীসকলৰ গতেই গৈ নগৰৰ সেই চাউডাঙ্গৰ দ্বাৰেই সোমাই সেই চ'ৰাতেই বহেগৈ। কিন্তু ইবোলকৰ কলাপাত এখনীয়া আৰু ডাঙ্গৰীয়ানীসকলতকৈ কিছো নাম। আৰু খেৰবিচনী পোৱা চমুৱা ফুকননী বা বৰুৱানীসকল গলেও পৰ্হিচাঙ্গীৰে গৈ নগৰ সোমাৱাত মাটিএ মূৰত জাপি লৈ ঐ দ্বাৰে সোমাই চাউডাঙ্গৰ চ'ৰাতে ডাঙ্গৰীয়ানীসকল নামে। চ'ৰাৰ কেইজনাৰো কিছো নাম হৈ এখনীয়া কলাপাতত বহে। কোঁৱৰীসকলৰ ঘৰতো এয়ে ক্রম। ইয়াৰ বাজে ফুকননী বা বৰুৱানীৰ পাত নাই, মাটিতে বহে।

উজনীখন চাউডাঙ্গৰ দ্বাৰকে কালুগঁয়া দ্বাৰ, লিগিৰীদ্বাৰ, মাটিঘৰৰ দ্বাৰ বোলে। নামনিখন চাউডাঙ্গৰ দ্বাৰকে কমলাবৰীয়া দ্বাৰ, গোসাঁই

ঘৰৰ দ্বাৰ বোলে। দোলাকাখৰীয়া চ'ৰাৰ টুপৰ সমুখৰখনকে ডৰিকা-দ্বাৰ বোলে। নগৰৰ বাজে গড়ৰ পূবৰখনকে পানীদ্বাৰ বোলে, দখিণৰখনকে বৰদ্বাৰ বোলে, পছিমৰখনকে ন-দ্বাৰ বোলে। উত্তৰ-ফালে দ্বাৰ নাই। পিচফাল দেখি ঘৰ কাৰেঙ্গ বোলে। আৰু যে সিয়াজাপি লয় তাতে বানতৰ উপৰত অনেকবৰণীয়া সূতা আৰু ৰূপৰ সোণৰ গুণাৰে বনকৰা বৰ বৰ জক লগায় উপৰ টুপত পোৱালমণিৰে গথা ডালপাত লগোৱা সোণৰ চূলাতে গছ কৰি দিএ। এনেকোৱা সোণৰ চূলাৰে সিয়াজাপিকে তিনিজনা ডাঙ্গৰীয়াৰ ঘৈণীসকলকে মুখ্য কৰি বৰবৰুৱানী, বৰফুকননী আৰু চ'ৰাৰ ফুকননী, চমুৱা ফুকননী সকলো লোকে পায়। কিন্তু ঘাই কেজনাৰ বনকৰা বেচি। চ'ৰাৰ ফুকন কেজনাৰ অলপ কম। তাতকৈ চমুৱা কেজনাৰ কম। এইক্রমে ইতৰ বৰুৱা ফুকনসকলৰ ঘৈণীসকলৰ কম। এই বিলাকৰ বাজে চমুৱা, জালভাৰী ফুকন আদি ৫ জন, আৰু মেলডগীয়াৰো ফুকন কেইজন, এইসকলৰ ঘৈণীসকলে সময়মতে ৰূপৰ চূলা জক লয়, বন কম। ইতৰলৈ ডাল-পাতহীনকৈ লই, চপা একোপাহ বচায়। আৰ বাজে ৰূপৰ চপা লব পৰাও আছে, লব নোপোৱাও আছে। ৩৭০ ॥

**বিষয়া পতাৰ নিয়ম**।—তিনিজনা ডাঙ্গৰীয়াক পাতিব লাগিলে বৰচ'ৰাৰ উত্তৰ টুপৰ ঘৰিয়ালধৰা খুঁটাতে ধৰাই বা ওচৰতে থিয়কৈ স্বৰ্গদেৱৰ আজ্ঞা শুনায়। বহিবলৈ কাপৰ দিয়ে, তাতে ডাঙ্গৰীয়া বহে। অন্যবোৰ মানুহ দস্তুৰমতে আঠু লৈ বহে। তাতে স্বৰ্গদেৱৰ যি কথা কব লগা থাকে তাকে কয়, কথা শুনিলেই প্ৰত্যুত্তৰ প্ৰাৰ্থনা স্বৰ্গদেৱলৈ জনায়। তাৰপৰা চ'ৰাৰ মাজ সোমাই নিজঠাইত তলচাত বহেগৈ। কোনোজনা তাৰেপৰা ৰাজঘৰলৈকো যায়। যাওঁতে আগৰে অনাই থোৱা থাকিলে দোলাতে যায়, যদি নাই ৰাজশালৰ ঘোঁৰা দিয়ে, তাৰেই যায়। দাঁতিয়লীয়া তিনিজনাক চ'ৰাৰ দখিণৰ ঘৰিয়ালধৰা খুঁটাৰ কাষৰতে সি কেজনাৰ ক্রমেই পাতে। বৰবৰুৱা বৰফুকনক পাতিব লগা হলে প্ৰথমে শপথ খুৱাই বৰবৰুৱা বহা খুঁটাৰ

চতিৰ সোঁমাজতে স্বৰ্গদেৱৰ আজ্ঞা শুনালেই খেৰ দিয়ে, তাতে নিয়মমতে বহে। অন্যবোৰ মানুহো আঠু লৈ বহে। পাচে যি কথা শুনাব লাগে শুনায়। তাকে শুনি হোৱাজনাই প্ৰত্যুত্তৰ প্ৰাৰ্থনা স্বৰ্গদেৱলৈ জনাই নিজঠাইত দস্তুৰমতে বহেগৈ।

আৰু চ'ৰাৰ ফুকনসকলকো প্ৰায় সেই ক্ৰমেই পাতে। ঘাই তিনিজনা ডাঙ্গৰীয়া, দাঁতিয়লীয়া তিনিজনা, আৰু গুৱাহটীয়া উজনীয়া চ'ৰাৰ ফুকনসকললোককো শপত খুৱা দস্তুৰ থাকে। আৰু ডাঙ্গৰীয়াসকল এজনা জীয়াই থকাত ন-কৈ এজনাক পাতিব লাগিলে বৰকটকী এটা গৈ আগেয়ে ঘৰতে স্বৰ্গদেৱৰ আজ্ঞা কৈ ডাঙ্গৰীয়া ভাঙ্গি দোলা আৰোৱান কাঢ়ি আনিলেহে অজনা পাতিব পায়। কিন্তু তিনিজনা ডাঙ্গৰীয়াৰেপৰা বৰবৰুৱাক বাজ কৈ দুই দলৰ চ'ৰাৰ ফুকন পৰ্য্যন্তে পাতিব লগা হলেই বৰবৰুৱা চ'ৰাত বহি থকাতহে পাতিব পায়। আৰু পতাত পাতিবলৈ যোৱা বৰুৱা ফুকন এটীয়াকৈ যাব নেপায়। মজিমদাৰ বৰুৱা ও খেৰবিচনী পোৱা চমুৱা ফুকন বৰুৱা যাক পাঁচে দুই তিনি চাৰি ইমান বৰুৱা ফুকন কথা শুনাবলৈ যাব পায়। ৰাজখোৱাসকলক হলে চ'ৰাৰ দখিণ টুপতে কথা শুনাই পাতিয়ে বা নৌপাতোঁতেই বৰবৰুৱা য'তে থাকে ত'তে গৈ কথা শুনুৱা গৰাকীয়ে বৰবৰুৱাত জনাই থব পায়। চেটিয়াপাত্ৰ বৰুৱা, ঘৰফলীয়া বৰুৱা, এই দুইক টুপৰ জোৰাৰ পছিম ফালৰ ফকামৰ কোঠাত পাতে। এই টুপতে চাঙ্গৰুঙ্গ বৰুৱাইঁতকো পাতে। তিনিজনা ডাঙ্গৰীয়াৰেপৰা দুয়ো দলৰ চ'ৰাৰ ফুকনে কথা শুনাই পতাতেহে অকলেই বা লগৰেই মজিমদাৰ বৰুৱাই কথা শুনোৱা নিয়ম। তদিৰক অন্য ফুকন বৰুৱাও কথা শুনায়, কেতিয়াবা মজুমদাৰ বৰুৱাকো পাঁচে। খেৰবিচনী লোৱা চমুৱা ফুকনসকলক চ'ৰাৰ উত্তৰ টুপে পাতে। এই কথা বৰবৰুৱাত কৈ থব পায়। তিনি বৰভণ্ডাৰ বৰুৱা, জালভাৰী ফুকন, গন্ধীয়া বৰুৱা, মজুমদাৰ বৰুৱা, খনিকৰ বৰুৱা, শেনচোৱা বৰুৱা, দুই দোলাকাখৰীয়া বৰুৱা, তিপমীয়া ৰাজখোৱা, হাতীবৰুৱা,

ঘোৰাবৰুৱা, এইসকলক দোলাকাখৰীয়া চ'ৰাৰ টুপতে পাতে। তুই চাউডাঙ্গৰ বৰুৱাক উজনী জখলামুখৰ চাউডাঙ্গৰ চ'ৰাতে পাতে। ৰবাটঘৰৰ মাজকোঠা চাঙ্গৰ উপৰতে কুকুৰাচোৱা বৰুৱা, পাঁচনি বৰা, বৰতামুলী এইসকলক পাতে। এই ঠাইতে কুকুৰাচোৱা বৰা এটাই তুৱৰী বৰুৱাটো পাতি ৰাজতুৱাৰত কৈ দিয়েগৈ। বৰবাটঘৰৰ পেটে পূবফালে চাংমাইশালৰ নিচাঙ্গতে চাঙ্গমাই বৰুৱা, জৰাধৰা বৰুৱা, বেজবৰুৱা, এই সকলক পাতে। তিনি তুলীয়া বৰুৱাক নেওগ বৰাইঁতকো স্বৰ্গদেৱৰ দোলাঘৰতে পাতে।

ইয়াভিন্ন বিষয়াখনি আৰু মেলডগীয়া ফুকন বৰুৱাখনিকো ডৰিকা তুৱাৰত পাতে। দেৱলীয়া সেৱাচলোৱা এই তুৱাৰৰ বাজখনিতে পাতে। তাতে হাজৰীকাইঁতক পাতে। মেলডগীয়া টেকেলাৰ বৰুৱা, নেওগ বৰা, এইবোৰক লেখাৰু কুকুৰাচোৱা বৰাই নিজা মেলঘৰ নও দোলাঘৰতে নিজমেলৰ আইকুঁৱৰীদেও বা গোহাঁইদেৱৰ আজ্ঞাৰে পাতে। কুকুৰাচোৱা নেওগ বৰা এইবোৰক বৰবাটঘৰতে ওজা-লিগিৰাই স্বৰ্গদেৱৰ আজ্ঞাৰে পাতে। চাউডাঙ্গৰ শইকীয়া বৰাইঁতক চাউডাঙ্গৰ চ'ৰাতে পাতে। দোলাকাখৰীয়া বৰা বৰনেওগ-ইঁতক ঢেকিয়াল বৰুৱা, দোলাকাখৰীয়া বৰুৱাৰ পালীৰ মুখৰ ওলাই বহা ঘৰটিতে পাতে। ৩৭১ ॥

---

নগাওঁ মৰিগাৱঁৰ শ্ৰীযুত আনন্দিৰাম গোহাঁইৰপৰা পোৱা বুৰঞ্জী পুথি

# পৰিশিষ্ট—(ক)

## আহোম স্বৰ্গদেৱসকলৰ নাম

| ক্ৰমিক সংখ্যা | স্বৰ্গদেৱৰ নাম | ৰাজত্বৰ আৰম্ভণি হিন্দু শক | ইংৰাজী চন |
|---|---|---|---|
| ১। | চুকাফা। | ১১৫০, আঘোণ ১৬। | ১২২৮। |
| ২। | চুতেউফা। | ১১৯০, আহাৰ ২৩। | ১২৬৮। |
| ৩। | চুবিনফা। | ১২০২, আঘোণ ২৮। | ১২৮০। |
| ৪। | চুখাংফা। | ১২১৪, ফাগুন ৫। | ১২৯৩। |
| ৫। | চুখাম্ফা। | ১২৫৩, আঘোণ ১৫। | ১৩৩১। |
| ৬। | চুতুফা | ১২৮৫, পুহ ২১। | ১৩৬৪। |
| | অৰাজ। | ১২৯৭, মাঘ ৩০। | ১৩৭৪। |
| ৭। | ত্যাওখামথি। | ১৩০১, ফাগুন ৭। | ১৩৮০। |
| | অৰাজ। | ১৩১০, মাঘ ২২। | ১৩৮৯। |
| ৮। | বামুণী কোঁৱৰ, চুডাংফা। | ১৩১৯, ফাগুন ৩। | ১৩৯৮। |
| ৯। | চুজাংফা। | ১৩২৯, আহিন ১২। | ১৪০৭। |
| ১০। | চুফকফা। | ১৩৪৪, বহাগ ১৪। | ১৪১২। |
| ১১। | চুচেনফা। | ১৩৬০, পুহ ১৬। | ১৪৩৯। |
| ১২। | চুহেনফা। | ১৪০৯, পুহ ২৯। | ১৪৮৮। |
| ১৩। | চুপিমফা। | ১৪১৪, ফাগুন ১২। | ১৪৯৩। |
| ১৪। | দিহিঙ্গীয়া ৰজা ওপৰজনা, চুহুংমুং। | ১৪১৮, মাঘ ২৩। | ১৪৯৭। |
| ১৫। | গডগঞা ৰজা, চুক্লেনমুং। | ১৪৬১, জেঠ ৯। | ১৫৩৯। |
| ১৬। | খোৰাৰজা, চুখামফা। | ১৪৭৪, কাতি ২৯। | ১৫৫২। |
| ১৭। | প্ৰতাপসিংহ বুঢ়াৰজা, চুচেংফা, বুদ্ধিস্বৰ্গনাৰায়ণ। | ১৫২৫, শাওণ ২৫। | ১৬০৩। |
| ১৮। | ভগাৰজা, চুৰমফা, জয়াদিত্য। | ১৫৬৩, আঘোণ ২৩। | ১৬৪১। |
| ১৯। | নৰিয়া ৰজা, চুত্যিনফা। | ১৫৬৬, পুহ ২৮। | ১৬৪৫। |
| ২০। | জয়ধ্বজসিংহ, চুতামলা, ভগনীয়া ৰজা। | ১৫৭০, আঘোণ ২৩। | ১৬৪৮। |
| ২১। | চক্ৰধ্বজসিংহ, চুপুংমুং। | ১৫৮৫, কাতি ২৮। | ১৬৬৩। |
| ২২। | উদয়াদিত্যসিংহ, চুন্যতফা। | ১৫৯০, বহাগ ১৫। | ১৬৭০। |
| ২৩। | ৰামধ্বজসিংহ, চুক্লমফা। | ১৫৯৪, আঘোণ ১। | ১৬৭২। |
| ২৪। | চামগুৰীয়া ৰজা, থামজঙ্গীয়া ৰজা। | ১৫৯৬, আঘোণ ৩। | ১৬৭৪। |
| ২৫। | গোবৰ ৰজা। | ১৫৯৬, পুহ ১৮। | ১৬৭৫। |

| ক্ৰমিক সংখ্যা | স্বৰ্গদেৱৰ নাম | ৰাজত্বৰ আৰম্ভণি হিন্দু শক | | ইংৰাজী চন |
|---|---|---|---|---|
| ২৬। | দিহিঙ্গীয়া ৰজা সৰুজনা, অৰ্জুন, চুজিনফা। | ১৫৯৬, | মাঘ ৮। | ১৬৭৫। |
| ২৭। | পৰ্ব্বতীয়া ৰজা, চুডৈফা, থামজিং। | ১৫৯৯, | বহাগ ১৭। | ১৬৭৭। |
| ২৮। | লৰাৰজা, চুলিকফা, ৰত্নধ্বজসিংহ। | ১৬০১, | আঘোণ ২০। | ১৬৭৯। |
| ২৯। | গদাধৰসিংহ, চুপাতফা, লাঙ্গি। | ১৬০৩, | শাওণ ২০। | ১৬৮১। |
| ৩০। | ৰুদ্ৰসিংহ, চুখ্ৰুংফা, লাইপম। | ১৬১৭, | ফাগুন ১৪। | ১৬৯৬। |
| ৩১। | শিৱসিংহ, চুতনফা, চেংদন। | ১৬৩৬, | ভাদ ১৪। | ১৭১৪। |
| ৩২। | প্ৰমত্তসিংহ, চুনেনফা, চেংপম। | ১৬৬৬, | আঘোণ ২৫। | ১৭৪৪। |
| ৩৩। | ৰাজেশ্বৰসিংহ, চুৰেমফা, ৰমানাথ। | ১৬৭৩, | আহিন ৩০। | ১৭৫১। |
| ৩৪। | লক্ষ্মীসিংহ, চুন্যেওফা। | ১৬৯১, | জেঠ ২১। | ১৭৬৯। |
| ৩৫। | গৌৰীনাথসিংহ, চুহিতপংফা, লোকনাথ। | ১৭০২, | পুহ ১। | ১৭৮০। |
| ৩৬। | কমলেশ্বৰসিংহ, চুক্লিংফা, কিনাৰাম। | ১৭১৭, | শাওণ ২৩। | ১৭৯৫। |
| ৩৭। | চন্দ্ৰকান্তসিংহ, চুডিংফা। | ১৭৩২, | মাঘ ৬। | ১৮১১। |
| ৩৮। | পুৰন্দৰসিংহ। | ১৭৩৯, | ফাগুন ১১। | ১৮১৮। |
| ৩৯। | চন্দ্ৰকান্তসিংহ, দ্বিতীয়বাৰ। | ১৭৪০, | ফাগুন ২৫। | ১৮১৯। |
| | (ক) মানৰ দিন। মানেপতা ৰজা যোগেশ্বৰসিংহ। | ১৭৪২, | চ'ত ৩। | ১৮২১। |
| | (খ) বৃটিছৰ নামনি অসম অধিকাৰ। | ১৭৪৫, | চ'ত ১৪। | ১৮২৪। |
| | (গ) বৃটিছৰ উজনি অসম অধিকাৰ। | ১৭৪৬, | মাঘ ১৪। | ১৮২৫। |
| | (ঘ) ইয়ান্দাবু সন্ধি, মানৰপৰা বৃটিছৰ অধীনলৈ অসম হস্তান্তৰ। | ১৭৪৭, | ফাগুন ১১। | ১৮২৬। |
| | (ঙ) পুৰন্দৰসিংহ, উজনি অসমৰ বৃটিছৰ কৰতলীয়া ৰজা। | ১৭৫৫, | বহাগ ১০। | ১৮৩৩। |
| | (চ) পুৰন্দৰসিংহৰ ৰাজ্যচ্যুতি। উজনি অসম কোম্পানীৰ ৰাজ্যৰ অন্তৰ্ভুক্তি। | ১৭৬০, | আহিন। | ১৮৩৮। |

## পৰিশিষ্ট—(খ)

## সাৰাংশ।

"সাতসৰী অসম বুৰঞ্জী"ৰ মূল বুৰঞ্জী সাতখনৰ ঘটনাৱলী আৰু বিষয়বস্তু পাঠকে ভালকৈ অনুসৰণ কৰাৰ সুবিধা হব বুলি তলত প্ৰতিখনৰে সাৰাংশ দিয়া হল।—

**প্ৰথমখন বুৰঞ্জী**—দেশত অনীতি-অনাচাৰ হোৱাত দেৱৰাজ ইন্দ্ৰই নিজৰ দুই নাতি খুন্‌লুং আৰু খুন্‌লাইক সোণৰ জখলাৰে নমাই পৃথিবীলৈ পঠালে। তেওঁলোক আহি মুংৰিমুংৰামত ৰজা হৈ ৰলহি। এওঁলোকৰ সন্তানসকলৰ দিনত ৰাজ্যত সুখ হল, পাল-পচা নাই, অদোষত দণ্ড নাই, দোষত দণ্ড। নড়াৰজাৰ ভনীয়েকৰ গৰ্ভত দেৱপুত্ৰ চুখাংফা জন্মিল। ভায়েক চুকাফাই ককায়েকক নিজ দেশত ৰজা হৈ থাকিবলৈ এৰি দি নামনি ৰাজ্যলৈ গুচি আহিল। বাটত আহোঁতে বহুত মানুহে লগ ললেহি। চুকাফা নামকিও পাৰ হৈ খামজাং পালেহি। ৰজাদেৱে লগত অহা পণ্ডিতক আদেশ দিলে,—"যি মৰে, যাক পাওঁ, বাটত যি কথা হয়, পণ্ডিতে লিখি থব।" নকৈ লগ লোৱা মানুহৰ ভিতৰত চুটিয়া, মৰাণ, বৰাহী, কছাৰী—এইসকলেই প্ৰধান। অসমৰ মানুহৰ লগত চুকাফাৰ লগৰীয়া মানুহৰ বিয়া-বাৰু সম্বন্ধ হবলৈ ধৰিলে। সেই বেলাৰেপৰা মানুহ মিহলি হল, আহোঁতে তিৰোতা নাই, এতিয়াহে তিৰোতা হল। বৰাহী মৰাণ আদিলৈ চুকাফাই বাৰ্ত্তা পঠিয়ালে,—"আম উজনি ৰাজ্যৰ-পৰা আহিছোঁ। আমি মিত্ৰ হব খোজোঁ। সিবোৰ হৈছে থানগিৰি, আমি আলহি। আমাক গাওঁ-ভুইখনিৰ পৰিচয় দিব লাগে।" বৰাহী মৰাণৰ ৰজা থামিথুমাই তেওঁলোকৰ দেওঘৰৰ ওচৰত ভাল ঠাই বুলি কোৱাত চুকাফা ৰজাই তাতে নগৰ পাতিলে।

চুকাফাৰ বংশধৰ ত্যাওখামথি ৰজাৰ দিনত দেশত অন্যায় হল। প্ৰজাসকলে সহিব নোৱাৰি ভায়েক চুচেঙ্গক ৰজা পাতিব খুজিলে। "মোকো তেনে কৰিবি" বুলি চুচেঙ্গে সংশয় কৰাত প্ৰজাসকলে "তেনে নকৰোঁ" বুলি পুখুৰী খানি তাতে হাত জোৰোৱাই শপত কৰিলে। সেই ঠাইৰ নাম হল শপতকৰীয়া।

চুহুংমুং দিহিঙ্গীয়া ৰজাদেৱে নগা এটালৈ সগৰ্ভা কুঁৱৰী এগৰাকী দিলে। নগাৰ ঘৰত কোঁৱৰৰ জন্ম হল, নাম থলে কন্‌চেং। ৰজাদেৱে ৰাজপৰিয়ালৰ নাতি-পুতি চপাই আনি জীৱিকা দি পাতিলে, আৰু কোঁৱৰৰ নিৱন্ধ কৰিলে। পাচে চুটিয়া জিনি বিস্তৰ বস্তু পালে, কছাৰীও কৰতলীয়া হল, ভূঞাসকলকো বশ কৰি থানে-থানে পাতি থলে। তাৰ পাচত স্বৰ্গদেৱৰ সৈন্যই কৰতোয়া নৈলৈকে ৰাজ্য জয় কৰিলে। বেহাৰৰ ৰজা বিশ্বসিংহই আপুনি আহি বৰিলে। গৌড় পাচ্চায়ো মিত্ৰতা কৰিলে। ভূঞাসকলে ৰজাৰ চ'ৰালৈ অহাযোৱা কৰি থাকিবলৈ ধৰিলে, তেওঁলোকে ৰাজকথা কলে, গঙ্গা-জগন্নাথৰ কথাও কলে। পাচে চুহুংমুং ৰজাৰে পুতেক গড়গঞা ডেকাৰজাৰে কন্দল লাগিল। ৰজাদেৱে থেদি যোৱাত পুতেক ডেকাৰজাই গাভৰুবোৰক আগকৈ পঠালে। ৰজাদেৱে বোৱাৰীবোৰক দেখি ৰণ নকৰি গুচি আহিল। পাচে ডেকাৰজাই ধন লেহেতিয়াৰ হতুৱাই ৰজাদেৱক মৰালে।

ডেকাৰজা সিংহাসনত বহিল, এওঁ গড়গঞা ৰজা বুলি প্ৰখ্যাত। নগৰৰ চাৰিও মেৰে গড় মাৰিবলৈ ধৰাত হেমনা বুলি এজন খেতিয়কে খেতিৰ মাটিয়েদি গড় বান্ধিবলৈ নিদিয়াত সেই খণ্ড গড় উদঙ্গে থাকিল। হেমনা মৰিলতহে সেইছোৱা গড় বান্ধিব পাৰিলে। এতিয়ালৈকে সেই ঠাইডোখৰক হেমনবাৰী বোলে। দিখৌ নৈৰ দুইপাৰে হাবি আছিল। গড়গঞা ৰজাদেৱে তাত মানুহৰ বসতি পাতিলে। হাবি-বাট কাটি গাওঁ বছুৱা কামত মানুহে অতি পৰিশ্ৰম কৰিব লগাত পৰিছিল, ৰজাদেৱে কলে,—"দুখ কৰিলেহে সুখ হয়।" এওঁৰ মৰণান্তে পুতেক খোৰা'ৰজা ৰজা হল। দিহিঙ্গৰ বাটত পুখুৰী খানোতে আঠাসলোৱাই আঠোটা আঠাপুলি আনি ৰজাক ভেটিলে, তাৰেপৰা আঠাবাৰী গাওঁ নাম হল। চিলাৰাই যুদ্ধলৈ আহোঁতে আমাৰ মানুহক বামুণৰ লগুণ পিন্ধাই গৰুত তুলি ৰণলৈ পঠালে। ইয়াকে দেখি চিলাৰায়ে যুদ্ধ নকৰি নিজ দেশলৈ উভতি গল। নকৈ লগুণ পিন্ধাসকলে লগুণ সুগুচালে। স্বৰ্গদেৱে লেকাই চেটিয়া বৰবৰাক বিচাৰ কৰিবলৈ দিলে। কতো বামুণৰ লগুণ গুচিল, কতো অন্য জাতিৰ লগুণ থাকিল। সেইদেখি মানুহে কয়—"লগুণৰ গিৰি লেকাই চেটিয়া।"

পিছ বছৰত চিলাৰায় আকৌ যুদ্ধ কৰিবলৈ আহিল। যুদ্ধত নোৱাৰি খোৰাৰজা চৰাইখোৰোং পৰ্ব্বতলৈ গল। পাচে কোচে গুলমাল পাই নিজ-

দেশলৈ উভতি গল। বৰগোহাঁঞে উত্তৰে হাতী ধৰিবলৈ যোৱাত ভূঞাসকলৰ পোনে হাতী গল। তাতে ভূঞাইঁতক কাটিলে। বৈৰাগী এটা ধৰি আনি ৰূপ-কাপোৰ দি পঠালে। খোৰাৰজাৰ পুত্র প্রতাপসিংহ স্বৰ্গদেৱৰ দিনত শুকটী তামূলী বৰবৰা হৈ দিহিঙ্গত মথাওৰি বান্ধিলে, মেচাঘৰ আদি ঠাইত পুখুৰী খানিলে, গড়গাওঁ মেৰাই বাঁহগড় কৰিলে। এই আপাঃততে বৰবৰা নাম গুচাই শুকটী তামূলীক বৰবৰুৱা পাতিলে। তাৰ পাচত মোগলেৰে ৰণ লাগিল। স্বৰ্গদেৱে মহেশ্বৰ দেৱতাক স্তুতি কৰিলে যুদ্ধ জয়ৰ কাৰণে। ভড়ৰীৰ ৰণত অসমৰ জয় হল। শুকটী তামূলী বৰবৰুৱা, ফুল বৰুৱা আৰু পিকচায়ে গাওঁবোৰ নকৈ সংগঠন কৰিলে, তাৰ লগতে হাট ঘাট ফাট আৰু মুগাচোঙ্গৰ কাটল লগালে, তেতিয়াৰপৰাহে কাটল হল। প্রতাপসিংহ স্বৰ্গদেৱৰ পাচত ভগা-ৰজা, আৰু তাৰ পাচত নৰিয়া-ৰজা, তাৰ পাচত জয়ধ্বজসিংহ ৰজা সিংহাসনত বহিল।

জয়ধ্বজসিংহ স্বৰ্গদেৱে পদ্মপুৰাণৰ জনকৰ আখ্যানৰ পদ কৰিলে, আৰু অন্য পদ-পয়াৰো ৰচিলে। মোগলৰ সেনাপতি মীৰজুমলাই অসম আক্রমণ কৰাত স্বৰ্গদেৱে পেচকচ দিবলৈ সম্মতি জনায়, পেচকচ পাই মোগল অসম এৰি গল। চক্রধ্বজসিংহ স্বৰ্গদেৱে মোগলক ৰণত জিনিলে। উদয়াদিত্যসিংহ স্বৰ্গদেৱে কালজৰীয়া লোকক বৈৰাগী এজনৰ ভকত হবলৈ কোৱাত ডেবেৰাই ৰজাক মাৰি ভায়েক সৰুজনা গোহাঁইক ৰজা পাতিলে, ৰজা হৈ নাম ললে ৰামধ্বজসিংহ। ডেবেৰাৰে বিৰোধ লগাত ৰজাক দৰবৰ লগত বিহ খুৱাই মাৰিলে। ডেবেৰাই ভালেমান কোঁৱৰ আৰু ফুকনকো মাৰিলে। এইৰূপে কটামৰা শুনি ৰাজ্য ভাগি দিহাদিহি পলাই যাবলৈ ধৰিলে। পাচে ডেবেৰাই চামগুৰীয়া কোঁৱৰ এজনক ৰজা পাতি, তেওঁক মাৰি তুংখুঙ্গীয়া কোঁৱৰ এজনাক সিংহাসনত বহুৱালে।

ডেবেৰাৰ অকাৰ্যৰ কথা শুনি গুৱাহাটীত থকা আতন বুঢ়াগোহাঁই আৰু ফুকনসকলে উজাই গৈ ডেবেৰাক মাৰিলে, তুংখুঙ্গীয়া কোঁৱৰকো মাৰিলে। শৰাইঘটীয়াসকলে দিহিঙ্গীয়া কোঁৱৰক ৰজা পাতিলে। বুঢ়াগোহাঁইৰ লগত ৰজাৰ বিৰোধ হোৱাত গুৱাহটীয়া ফুকনসকলক আনি কটাৰিথামত ৰজাৰ বিৰুদ্ধে ৰণ কৰিলে। ৰজা হাৰিলত তেওঁক ধৰি মাৰিলে॥ ছেদ ১—১০২॥

**দ্বিতীয়খন বুৰঞ্জী।**—বশিষ্ঠ মুনিৰ শাপত শ্যামা অপেশ্বৰীয়ে মনুষ্যদেহে

জন্ম লৈ চেংভাম নড়াৰজাৰ কুঁৱৰী হলগৈ। ইন্দ্ৰবীৰ্য্যে কুঁৱৰীৰ এটি পুত্ৰ জন্মিল, নাম থলে স্বৰ্গনাৰায়ণ। চেংভাম ৰজাৰ মৃত্যুত স্বৰ্গনাৰায়ণ নড়াৰাজ্যৰ অধিপতি হল। বড়নড়াৰ আইফ্লান ৰজাই পণ্ডিত পঠিয়াই স্বৰ্গনাৰায়ণক শাস্ত্ৰ-নীতি শিকালে। ৰজাৰ দুই পুত্ৰ খুনলুং আৰু খুনলাই মুংৰিমুংৰাম পৰ্ব্বতত আছিল। স্বৰ্গনাৰায়ণ স্বৰ্গী হলত মন্ত্ৰীসকলে এই দুই কোঁৱৰক আনি মুংৰি-মুংৰামত ৰজা পাতিলে। আইফ্লান ৰজাই পণ্ডিত পঠিয়াই এওঁলোককো ৰাজনীতি শিকালে। কতোদিনৰ পাচে মুংৰিমুংৰামৰপৰা লাইডাই ৰাজ্যলৈ গল। মনভাম নামে নগা এটা বানত্যাও ৰাজ্যত ৰজা হৈছিল। তেওঁৰ দিনত অনেক অন্যায় অধৰ্ম্ম হোৱাত পাত্ৰমন্ত্ৰীসকলে খুনলাইৰ ৰৰপুতেকক ৰজা পাতিলে। লাইডাই ৰাজ্যত খুনলুং খুনলাই দুয়ো ৰজা হৈ কতোদিন আছিল। মন্ত্ৰীসকলে পৰীক্ষা চাই খুনলাইক প্ৰধান ৰজা পাতিলে, খুনলুঙ্গ অসন্তোষ কৰি গুচি গল। খুনলাইৰ বংশধৰ ত্যাওখুনৰ চুকাফা নামে এটি পুত্ৰ হল, মাকৰ নাম ব্লকথামচেন।

চুখ্‌ৰাংফাক ৰজা হবলৈ এৰি দি চুকাফা ভটিয়াই আহিল, লগতে চোমদেও আৰু চেংদেও মূৰ্ত্তিক লৈ আহিল। পোনতে নগাৰ লগত যুদ্ধ লাগিল। নগৰ সৈন্যেৰে সৈতে চুকাফা দিহিঙ্গে ভটিয়াই তিপাম পালেহি, তাৰ পাচত শলগুৰি, তাৰ পাচত দিখৌমুখ, তাৰ পাচত দিলিহৰমুখ, তাৰ পাচত চংটক, তাৰ পাচত শিমুলুগুৰি, তাৰ পাচত নাকুৰীদেৱৰ ঘৰৰ পৰ্ব্বতৰ কাষৰত সৰুপৰ্ব্বতত ৰহিল। এজন জটাধাৰী পুৰুষৰ আদেশমতে মহাদেৱৰ পূজাৰ নিয়ম হল। চুকাফা স্বৰ্গদেৱে বৰাহীক ভাত ৰন্ধা চাংমাই কৰি ললে।

চুকাফাৰ পাচৰ ৰজাসকলৰ দিনত কমতাৰে সৈতে মিত্ৰতা হল। ত্যাও-খামথি ৰজাৰ পাচত সাত বছৰ অৰাজ্য হৈ আছিল। ওপৰজনা দিহিঙ্গীয়া ৰজাৰ দিনত চুটিয়াৰে ৰণ লাগিল, চুটিয়া বশ হল, তেতিয়াৰেপৰা আহোমৰ বিষয়া এজন শদিয়াত অধিকাৰী হৈ থাকিবলৈ ধৰিলে। "কছাৰীৰ লগতে যুদ্ধ হল। কছাৰীক ধৰিব নোৱাৰি বৰা-বুৰুকে আগচি কলে, বোলে, কছাৰীক নাপালোঁ নাওবাটে তৰবাটে॥" ছেদ ১০৩—১৪১॥

**তৃতীয়খন বুৰঞ্জী।**—দিহিঙ্গীয়া ৰজাই সগৰ্ব্বা কুঁৱৰী এগৰাকীক নগাৰ খুনবাও এটালৈ দিলে। নগাৰ ঘৰত কুঁৱৰীৰ পুত্ৰ জন্ম হল, স্বৰ্গদেৱে চাঙ্গলৈ আনি নাম দিলে কনচেং, বৰপাত্ৰ-গোহাঁই পাতিলে। তুৰবকৰ ৰণত

স্ক্লাচেংমুং বৰগোহাঁই পৰিল, ঘৈণীয়েক ৰজাজীও পৰিল। অসমৰ সৈন্যই শত্রুসৈন্যক কাটি-মাৰি খেদি নি কৰতোৱা গঙ্গাত খাওা পথালিলে। গৌড়েশ্বৰে নিজৰ কন্যা এটা দি অসমৰ স্বৰ্গদেৱৰে সৈতে মিত্রতা কৰিলে। কোচৰ বিশ্বসিংহই অপূৰ্ব্ব বস্তু আনি বৰিলেহি, সেনাপতি গড়গঞা ডেকাৰজাই থাপি-সাঙ্কি থলে। উপহাৰৰ কন্যা লৈ দিহিঙ্গীয়া ৰজাৰে সৈতে পুতেক গড়গঞা ডেকাৰজাৰ বিৰোধ লাগিল। স্বৰ্গদেৱে ডেকাৰজাক খেদি গল। ডেকাৰজাই ঘৈণীয়েকবোৰক অস্ত্র-শস্ত্র দি যুদ্ধলৈ পঠালে। বোৱাৰীসৈন্য অহা দেখি ৰজাই যুদ্ধ নকৰি গুচি গল। তাৰ পাচত তুৰবান লেহেতিয়াৰ হতুৱাই দিহিঙ্গীয়া ৰজাদেৱক মাৰি ডেকাৰজা সিংহাসনত বহিল। গড়গঞা ৰজাৰ পাচত খোৰাৰজা ৰজা হল।

বিশ্বসিংহৰ পুতেক নৰনাৰায়ণ ৰজা হৈ থাপিত-সাঙ্কিত নামটো গুচাবৰ কাৰণে অসমদেশ মাৰিব খুজিলে। গো-ব্রাহ্মণ আৰু প্রাণীৰ পীড়া নোহোৱাকৈ কেনেকৈ অনাযুদ্ধে ৰাজ্য বশ কৰিব পাৰি তাৰ উপায় সোধাত শ্রীমন্ত শঙ্কৰদেৱে পৰামৰ্শ দিলে, বোলে, "সেই দেশৰ পাত্র-মন্ত্রী-প্রজা সকলকো সোণ-ৰূপ-বস্ত্র-অলঙ্কাৰ দি বৰাব লাগে।" সেই উপায়কে মানি চিলাৰায়ে ৰণ কৰাত অসমীয়া সৈন্যৰ পৰাজয় হল, খোৰাৰজা চৰাইখোৰাঙ্গলৈ পলাই গল। অসমে ওলমাল দিবলৈ মান্তি হোৱাত চিলাৰায় নিজ দেশলৈ গল। অসমৰ ৰজাৰ পুতেক এটি, তিনিজনা ডাঙৰীয়াৰ তিনি পুত্র কোচলৈ ওলমাপে পঠিয়ালে। চিলাৰায়ৰ মহিষীসকলে অসমৰ লৰাকিটিৰ ৰূপ-গুণ আৰু যুৱা অৱস্থা দেখি তেওঁলোকৰ পিতৃ-মাতৃ-ভাৰ্য্যা সন্তাপিত হৈছে বুলি স্বামীক কৈ নিজ দেশলৈ পঠিয়ালে।

খোৰাৰজাৰ মৃত্যুত প্রতাপসিংহ ৰজা হয়। কোচলৈ যোৱা লেতাও নামে আহোম কটকীয়ে ভালকৈ কথা কব নোৱাৰাত ৰজাদেৱে ব্রাহ্মণক কটকী পতাৰ নিয়ম কৰিলে। মোমাই-তামুলী বৰবৰুৱা ৰজাদেৱৰ বৰ বিশ্বাস-ভাজন হল। বৰবৰুৱাই পাইকৰ নিবন্ধন কৰিলে। তাৰ পাচত কছাৰীৰ লগত ৰণ লাগিল, সেই যুদ্ধত অসমৰ সেনাপতি সোন্দৰ গোহাঁই পৰিল। মোগলৰে সৈতে ভড়ৰীৰ কোষত ৰণ হোৱাত মোগলৰ পৰাজয় হল। প্রতাপসিংহৰ পাচত ভগা ৰজা, তাৰ পাচত নৰিয়া ৰজা, তাৰ পাচত জয়ধ্বজসিংহ ৰজা।

জয়ধ্বজসিংহ ৰজাৰ দিনত মোগলৰ সেনাপতি মীৰজুমলাই অসম আক্রমণ

কৰে। মোগলে অসমৰপৰা কৰভাৰ লৈ গুচি যায়। গুৱাহাটী আৰু কামৰূপ মোগলৰ অধীনলৈ গল। চক্ৰধ্বজসিংহ ৰজা হৈ মোগলৰ সেও মানিবলৈ অস্বীকাৰ কৰিলে। মোগলৰপৰা গুৱাহাটী উদ্ধাৰ কৰিলে। উদয়াদিত্যসিংহ ৰজাৰ দিনত মোগলৰ সেনাপতি ৰামসিংহ আহি গুৱাহাটী বিচাৰিলে। অস্ত্ৰেৰে আক্ৰমণ আৰু ভেদনীতিৰ আশ্ৰয় লৈয়ো ৰামসিংহে এবছৰ যুঁজি গুৱাহাটী লব নোৱাৰিলে। পানীৰে যুদ্ধ হল, মোগলৰ মৰাশৱে লুইতত জাজী প্ৰায় উটি গল। যুদ্ধে নোৱাৰি ৰামসিংহ ভটিয়াই গল। যাবৰ সময়ত ৰামসিংহে কলে, বোলে,—"অসমৰ সম্মুখে যি আহিব তাৰ গালত হাড়ীৰ ঝাটে কোবাব।"

উদয়াদিত্যসিংহ ৰজা বৈৰাগী এটাৰ ভকত হৈ আনকো ভকত কৰালে। পাচে মোৱামৰা, সোঁকাজান, শিলিখাতল, চেচামুখ, এই চাৰিখন সত্ৰৰ মহন্তক আনি ভকত কৰিব খোজাত সোকাজানৰ শিষ্য ডেবেৰায়ে উদয়াদিত্যক ৰজা ভাঙ্গি ভায়েক সৰুগোহাঁইক ৰজা পাতিলে। ডেবেৰাই তেওঁক মাৰি পোনতে চামগুৰীয়া কোঁৱৰ, তাৰ পাচত তুংখুঙ্গীয়া কোঁৱৰ এজনাক ৰজা পাতিলে। গুৱাহটীয়া বিষয়াসকলক মাৰিবলৈ ষড়যন্ত্ৰ কৰাত তেওঁলোকে বুঢ়াগোহাঁইকে মুখ্য কৰি উজনিলৈ যাত্ৰা কৰিলে। এওঁলোকে গৈ ডেবেৰাক ধৰি মাৰিলে, তুংখুঙ্গীয়া কোঁৱৰকো ৰাজপদৰপৰা গুচালে, আৰু দিহিঙ্গীয়া কোঁৱৰক আনি ৰজা পাতিলে। ৰজা আৰু বুঢ়াগোহাঁইৰে বিৰোধ লগাত লগৰ ফুকন ৰাজখোৱা সকলোৰে সৈতে ৰজাক ধৰিবৰ মনেৰে গড়ৰ ভিতৰ সোমালগৈ। ৰজাদেৱে নিজ হাতে দুই-চাৰি মানুহ কাটিবলৈ ধৰিলে। বুঢ়াগোহাঁই দোলাৰপৰা নামি আহিল। দোলাত মানুহ আছে বুলি ৰজাদেৱে এঘা মাৰিলে। এনেতে বুঢ়াগোহাঁয়ে নগৰ এৰি আঁতৰি গল। শৰাইঘটীয়াসকলে ইয়াৰ বাৰ্ত্তা পাই বুঢ়াগোহাঁই থকা দেৰগাওঁ বাহৰলৈ আহিল। তাৰেপৰা গৈ দিহিঙ্গীয়া ৰজাৰে যুদ্ধ কৰিলে। ৰজাদেৱ ভঙ্গ হৈ গড়গাৱলৈ আহিল। তাতে মোমাই-তামুলীৰ পুতেক ভাতধৰাই ৰজাদেৱক হিলৈৰে খুন্দি মাৰিলে। তাৰ পাচত চুডৈফা পৰ্ব্বতীয়া ৰজা হল। মেচা বৰৱৰুৱাই অকাৰ্য্য কৰাত তেওঁক বৰবৰুৱা ভাঙ্গিলে। তাৰ পাচত পৰ্ব্বতীয়া ৰজাক চোৰে ঘৈয়ালে, কথমপিহে জীলে। বুঢ়াগোহাঁই ডাঙ্গৰীয়াই ৰজাৰ আজ্ঞা লৈ চিন্তামণি গড় বন্ধাৰ আয়োজন কৰিলে।

ইয়াৰ পাচত গুৱাহাটীৰ বৰফুকন লালুকে ভায়েকহঁতৰে আলচি বঙ্গৰ

চুবেদাৰ আজমতৰালৈ বাৰ্ত্তা পঠিয়ালে, বোলে,—"মই গুৱাহাটী এৰি দিম, মোক অসমৰ ৰাজ্যৰ অধিকাৰা কৰিব।" আজমতৰা যাস্তি হোৱাত লালুক বৰফুকনে চুবেদাৰ পঠোৱা মঞ্চুৰ-খাঁ নবাবক গুৱাহাটী এৰি দি কলীয়াবৰলৈ উজাই গল। আতন বুঢ়াগোহাঁই ডাঙৰীয়াই সৈন্য লৈ আগ বাঢ়ি অহাত বুঢ়াগোহাঁই প্ৰমুখ্যে ফুকনসকলক লালুকে ধৰি বন্দী কৰি থলে। গড়গাৱঁলৈ উজাই গৈ লালুকে চুডৈফা পৰ্ব্বতীয়া ৰজাক ভাঙ্গি চামগুৰীয়া কোঁৱৰক ৰজা পাতিলে। ৰজাৰ আজ্ঞা লৈ লালুকে মানুহ পঠিয়াই কলীয়াবৰত আতন বুঢ়াগোহাঁইক মৰালে। তাৰ পাচত ৰজাৰ ভণ্ডাৰৰ বস্ত্ৰ-অলঙ্কাৰ পিন্ধি ৰজাৰ আড়ম্বৰেৰে বঙ্গালৰ কটকী তুলিলে। কতোদিন পাচে লগৰ মানুহে নগঞা ভোটাইৰ হাতে লালুকক ৰাতি খুচি মৰালে।

কলীয়াবৰত গোহাঁই ফুকনসকলে মেল পাতি গদাধৰসিংহক ৰজা পাতিলে। নতুনজনা ৰজাক লৈ বিষয়াসকলে গড়গাৱঁলৈ আহি চামগুৰীয়া ৰজাক মাৰিলে। গুৱাহাটীত থকা মোগলক আক্ৰমণ কৰি গুৱাহাটী কামৰূপ উদ্ধাৰ কৰিলে। কেবাজনো ফুকনে দ্ৰোহ আচৰাত তেওঁলোকক যথাশাস্তি দিয়া হল। স্বৰ্গদেৱৰ আজ্ঞাৰে বৈষ্ণৱ মহাজনসকলৰপৰা ডাঁৰি-বান্ধি ধন আনিলে, আৰু অনেক লঘু-লাঞ্ছনা কৰিলে।

গদাধৰসিংহৰ মৃত্যুত পুতেক ৰুদ্ৰসিংহ ৰজা হল। ৰজাদেৱে সৈন্য পঠিয়াই কছাৰী আৰু জয়ন্তা ৰজাক ৰংপুৰলৈ আনিলে। মোগল ৰাজ্য আক্ৰমণ কৰাৰ মনেৰে স্বৰ্গদেৱে ভটিয়াই সসৈন্যে গুৱাহাটীলৈ আহিল। তাতে স্বৰ্গদেৱৰ মৃত্যু হল। বৰজনা পুতেক সিংহাসনত বহি শিৱসিংহ নাম ললে। স্বৰ্গদেৱৰ নাচনিয়াৰ ফুলমতীক বৰকুঁৱৰী পাতি বৰৰজা নাম দিলে। ফুলমতী ঢুকুৱাত ভনীয়েক দ্ৰৌপদীক পৰ্ব্বতীয়া কুঁৱৰী পাতিলে, এওঁৰ মৰণান্তে লাইথেপেনা বৰগোহাঁইৰ নাতিনীয়েক আকৰী গাভৰুক বৰকুঁৱৰী পাতিলে। শিৱসিংহ স্বৰ্গদেৱ স্বৰ্গী হলত ভায়েক প্ৰমত্তসিংহ ৰজা হল। ৰজা হোৱা সময়ত পুখুৰীপৰীয়া বুঢ়াগোহাঁই ডাঙৰীয়াই ন-জনা ৰজাক উপদেশ দিলে,—"তোমাক মহাপ্ৰভুৱে ৰাজপদ দিছে। সন্তক পালন, দুষ্টক দণ্ড, প্ৰাণীৰ সুখ-দুখ বিচাৰ, তোমাৰ ইহে ধৰ্ম্ম।" ১৬৬৭ শকৰ আহাৰৰ তিনি দিন যাওঁতে স্বৰ্গদেৱ শিঙৰীঘৰ উঠিল। সেই শকৰ ফাগুনত ৰাণী ৰজাৰ ৰূপ কটকীক বুঢ়াগোহাঁয়ে তুলিলে॥ ছেদ—১৪২—২৬১॥

**চতুৰ্থখন বুৰঞ্জী।**—ওপৰজনা দিহিঙ্গীয়া ৰজা হৈ চুটিয়া আৰু ভূঞাক বশ কৰিলে। তাৰ পাচত তুৰবকৰ ৰণ লাগিল, সেই ৰণত ক্ৰাচেংমুং বৰগোহাঁই পৰিল, যৈণীয়েক গাভৰুও পৰিল। কনচেং বৰপাত্ৰই অনেক ছল-ছন্দ কৰি তুৰবকৰ মানুহক কাটি ভঙ্গালে। কোচৰ বিশ্বসিংহ মিত্ৰভাবে বৰি বশ হল। গৌড় পাচ্চায়ো মিত্ৰতা কৰিলে। অসমীয়া সৈন্যই কৰতোয়াত দোল বান্ধি মানাহাত সীমা কৰিলে। গৌড়ৰপৰা অনা কন্যাৰ কাৰণে দিহিঙ্গীয়া ৰজা আৰু পুতেক গড়গঞা ডেকাৰজাৰ বিৰোধ লাগিল। দিহিঙ্গীয়া ৰজাৰ পাচত গড়গঞা ৰজা, তাৰ পাচত খোৰাৰজা, এওঁলোকৰ বিষয়ে পুথিত পাত নাই।

খোৰাৰজাৰ পাচত পুতেক প্ৰতাপসিংহ ৰজা হল। ৰজাৰো সিংহ-পৰাক্ৰম গতি, চাৰিও মেৰৰ লোক কম্পমান হল। কছাৰী ৰণত সোন্দৰ গোহাঁই পৰিল। তাৰ পাচত মোগলৰ লগত যুদ্ধ লাগিল। বাঁহগড়াৰ গড় বন্ধাৰ আপাহত শুকটী তামূলী তিপমীয়া ৰাজখোৱাক বৰবৰুৱা পাতিলে। দেৱগাৰঁত দল বন্ধাই সেবাইত নিৰন্ধকৈ দিলে। বৌমৰীয়া দৈৱজ্ঞক বৰভণ্ডাৰৰ বৰুৱা পাতি তেওঁৰ হতুৱাই হাট-ঘাট ফাট সোণোৱাল মুদৈ, ইয়াৰ ধনৰ নিৰন্ধ কৰিলে। প্ৰতাপসিংহৰ মৰণান্তে ভগাৰজা হল, তাৰ পাচত নৰিয়া ৰজা, তাৰ পাচত জয়ধ্বজসিংহ।

জয়ধ্বজসিং স্বৰ্গদেৱৰ দিনত মীৰজুমলাই অসম আক্ৰমণ কৰিলে। মোগলে ওলমাল পাই অসম এৰি গল। চক্ৰধ্বজসিংহ ৰজা হৈ মোগলক যুজি ছৈয়দ ফিৰোজ আৰু ছৈয়দ চানা নবাবক ধৰি আনিলে। ৰামসিংহ ৰজাৰে যুদ্ধ হল। চক্ৰধ্বজসিংহৰ মৰণান্তে উদয়াদিত্যসিংহ ৰজা হল। তেওঁ ৰাম-সিংহৰ যুদ্ধ জিকিলে। অদৃশ্য কৰ পৰা বৈৰাগী এটাৰ নিমিত্তে ৰজাদেৱে বাৰী এখন কৰিলে, তাকে বৈৰাগীবাৰী বোলে। শূদ্ৰ মহাজন আৰু আহোম লৰাক বৈৰাগীৰ ভকত কৰিবলৈ খোজাত গজলাৰ শিষ্য দক্ষিণপটীয়া ডেবেৰাই উদয়াদিত্যক ৰজা গুচাই সৰুজনা গোহাঁইক ৰজা পাতিলে। তাৰ পাচত সৰুজনা গোহাঁই ৰজাক মাৰি চামগুৰীয়া কোঁৱৰ এজনাক ডেবেৰাই ৰজা পাতিলে, তেওঁক মাৰি তুংখুঙ্গীয়া গোবৰ কোঁৱৰক সিংহাসনত বহুৱালে।

ডেবেৰাৰ অকাৰ্য্য বাঢ়ি অহাত গুৱাহাটীয়া ফুকনসকলে আতন বুঢ়া-গোহাঁই ডাঙ্গৰীয়াক কলে, বোলে, "ডেবেৰাৰ হাতৰপৰা আমাক ৰক্ষা কৰক," আৰু বুঢ়াগোহাঁইকে ৰজা পাতিবলৈ প্ৰস্তাৱ কৰিলে। এই প্ৰস্তাৱত বুঢ়া-

গোঁহাই ডাঙৰীয়া অমান্তি হৈ কলে, বোলে, "মহৰ পিৰা নলৰ কানমাৰিয়ে বসয়, বামুণৰ লগুণ শূদ্রই কেনেকৈ বব?" শবাইঘটীয়াসকলে উজাই আহি জেবেৰাক ধৰি মাৰিলে। অৰ্জ্জুন গোঁহাইক আনি ৰজা পাতিলে, এওঁকে সৰুদিহিঙ্গীয়া ৰজাও বোলে। কিছুদিনৰ পাচত অৰ্জ্জুন ৰজা আৰু বুঢ়াগোহাঁইৰ বিৰোধ লাগিল। ডাঙৰীয়াক লৈ লগৰ মানুহে ৰজাক ধৰিবলৈ ৰাতি নগৰ সোমোৱাত ৰজাই নিজে তৰোৱাল লৈ কিছু মানুহ কাটিলে। বুঢ়াগোহাঁই ডাঙৰীয়া নগৰ এৰি আঁতৰি গল। বুঢ়াগোহাঁইক আনিবলৈ ৰজাদেৱে মানুহ পঠিয়ালে তথাপি ডাঙৰীয়া নাহিল, দেৰগাওঁ বাহৰত ৰলহি। গুৱাহাটীৰ-পৰা লালুক বৰফুকন আদি বিষয়াসকলে বুঢ়াগোহাঁইৰ বিপত্তিৰ বাৰ্ত্তা শুনি দেৰগাৱঁলৈ আহিল। দুয়োপক্ষৰে যুদ্ধ হল! ৰজা হাৰি গড়গাৱঁলৈ আহিল। তাতে ভাতধৰা ফুকনে ৰজাদেৱৰ চকু কাঢ়িলে, ৰজাদেৱে কপালত শিল মাৰি আপুনি প্ৰাণবিয়োগ কৰিলে।

সৰ্ব্বদিহিঙ্গীয়া ৰজাৰ মৰণান্তে চুডৈফা পৰ্ব্বতীয়া ৰজা সিংহাসনত বহিল। মেচা বৰবৰুৱাই ডাঙৰীয়া আৰু বিষয়াসকলক অসন্তোষ দিয়াত তেওঁক বৰবৰুৱা ভাঙ্গি ঘৰলৈ খেদিলে। চোৰে ৰাতি ৰজাদেৱক ঘেৰিয়ালে, কোনোমতেহে প্ৰাণ ৰক্ষা পৰিল। গড়গাৱঁত ঘটা এইবোৰ কথাৰ বাৰ্ত্তা পাই গুৱাহাটীৰ বৰফুকন লালুকে বঙ্গৰ চুবেদাৰ আজমৎখাৰে মিত্ৰ হৈ মঞ্জুৰ-খাঁ নবাবক বিনাযুদ্ধে গুৱাহাটী এৰি দিলে। বাঁহগড়ীয়া বুঢ়াগোহাঁয়ে সৈন্য লৈ ভটিয়াই অহাত লালুক বৰফুকনে ধৰি কলীয়াবৰত বন্দী কৰি থলে। পাচে বৰফুকনে বুঢ়াগোহাঁইক সবংশে মাৰিলে। তেতিয়াৰেপৰা লালুকে স্বয়ঙ্গে প্ৰবৰ্ত্তিবলৈ ধৰিলে। চুডৈফা ৰজাক মাৰি চামগুৰীয়া কোঁৱৰক সিংহাসনত বহুৱালে। বৰফুকনে লগৰ মানুহক গোসাঁনীলৈ বলি দিবলৈ খোজাত সিহঁতে যোত্ৰ হৈ বৰফুকনক শুই থকাতে কাটিলে। চামগুৰীয়া ৰজাক মাৰি গদাধৰ্ম্মসিংহ ৰজা হল।

ৰজা হৈ ইটাখুলিত মোগলক হুৰুৱাই গুৱাহাটী ললে। কিছুমান ফুকনে দ্ৰোহ আচৰাত তেওঁলোকক ধাঁৰ মাৰিলে। তাৰ পাচত ঠাকুৰীয়া মহন্ত-সকলক নামৰূপত নি অপঘাত কৰিলে, ব্ৰাহ্মণীয়া সকলক বচা-টোকোলাইত পাতিলে। ৰূপাই দা-ধৰাই গোচৰ দিয়াত আজান ফকিৰৰ চকু কাঢ়িলে, পাচত ফকিৰৰ মহিমা দেখা পাই ৰজাদেৱে মাটি-মানুহ দি সম্মান কৰিলে।

গদাধৰসিংহৰ মৰণান্তে পুতেক ৰুদ্ৰসিংহ সিংহাসনত বহিল। মানাহা-লৈকে সীমা কৰি ব্ৰাহ্মণ মহন্তসকলক আনি মহামহোৎসৱ কৰি দান-দক্ষিণা কৰিলে। কছাৰী আৰু জয়ন্তা ৰজাই বিশ্বনাথত স্বৰ্গদেৱত মিলিলেহি। মোগল ৰাজ্য আক্ৰমণ কৰিবৰ মনেৰে ৰুদ্ৰসিংহ মহাৰাজে অম্বেৰৰ ৰজা আৰু কোচবেহাৰৰ ৰজালৈ মিত্ৰভাবে লিখিলে, বোলে, "মোৰ সহায় হৈ ভাটীৰ কালৰপৰা ভৰ দিব, মই দিল্লী উঠাই দিম।" অম্বেৰৰ ৰজাই সকলো হিন্দু-ৰজালৈ কথা হৈ মিলাই কৈ পঠোৱাত স্বৰ্গদেৱে দিল্লীক সমুখাই সৈন্য-সামন্ত লৈ গুৱাহাটীলৈ আহিল। কোনোবাই কুকৃত্য কৰাৰ ফলত গুৱাহাটী বাহৰত স্বৰ্গদেৱৰ মৃত্যু হল। বৰজনা পুতেক ৰজা হল, নাম ললে শিৱসিংহ। গায়নৰ জীয়ৰী ফুল প্ৰধান হৈ বৰৰজা নাম লৈ মোহৰ মাৰিলে। গোপালদেৱৰ পন্থৰ সকলো মহন্তক গোঁসানী সেৱা কৰাই ম'হৰ তেজ গাত ঘঁহিলে, প্ৰসাদো খুৱালে। মটকৰ বিদ্ৰোহৰ আদি বীজ সেয়ে হল। ফুল কুঁৱৰীৰ মৃত্যুত ভনায়েক দ্ৰৌপদীক বৰকুঁৱৰী পাতি অম্বিকা নাম দিলে। এওঁৰ মৰণান্তে এনাদৰীক আনি বৰকুঁৱৰী পাতিলে।

শিৱসিংহ স্বৰ্গদেৱৰ পাচত প্ৰমত্তসিংহ। এওঁ কেবাঠাইতে ইটাৰ ঘৰ আৰু মঠ-মন্দিৰ কৰিলে। এওঁৰ মৰণান্তে ভায়েক ৰমানাথ গোহাঁইদেৱ সিংহাসনত বহিল, নাম ললে ৰাজেশ্বৰসিংহ। এওঁৰ পাচত লক্ষ্মীসিংহ ৰজা হোৱাত মৰাণে স্বৰ্গদেৱক খেদি ৰমাকান্তক ৰজা পাতিলে। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক শালত দিলে। বৰগোহাঁই, বুঢ়াগোহাঁই, বৰফুকনক মাৰিলে। স্বৰ্গদেৱ লক্ষ্মীসিংহৰ পক্ষৰ মানুহ যোত্ৰ হৈ ৰাঘ মৰাণ, ৰমাকান্ত আৰু নাহৰ খোৱাক মাৰি লক্ষ্মীসিংহক আকৌ সিংহাসনত বহুৱালে। তাৰ পাচত চাৰু গেহ্মেলা, ভদ্ৰসেন বৰবৰুৱা আৰু চুটিয়া চৰায়ে স্বৰ্গদেৱৰ বিৰুদ্ধে দ্ৰোহ আচৰিলে। লক্ষ্মী-সিংহৰ মৰণান্তে পুতেক গোৰীনাথসিংহ ৰজা হল। মোৱামৰায়াৰ প্ৰতাপত ৰংপুৰত ৰব নোৱাৰি স্বৰ্গদেৱ নাৱেৰে ভটিয়াই গুৱাহাটীলৈ আহিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ পুতেক কিছুদিন ৰজা হৈ আছিল, তেওঁকো শিৱসাগৰৰ কোৱতে কোনোবা দুষ্ট মানুহে কাটিলে। পাচে মণিপুৰীয়া সৈন্য আহি যুদ্ধ দিয়াত ৰণে নোৱাৰি নিজ দেশলৈ গল। দিচৈৰ কোঁঠত কুঁৱৈগঞা বুঢ়াগোহাঁই থাকিল ॥ ছেদ ২৬২—২৮১ ॥

**পঞ্চমখন বুৰঞ্জী।**—কামৰূপৰ কাৰণে মোগলেৰে সৈতে সদায় কন্দল হৈ

থকাত জয়ধ্বজসিংহ মহাৰাজে কামৰূপ ৰাজ্য ভাঙ্গি তাৰ বৰা-বুকক সহিতে সমস্ত লোকক তোলাও কৰি উজনি অসমলৈ আনিলে। ইয়াৰ পাচত মোগলৰ সেনাপতি মীৰজুমলা নবাবে গুৱাহাটী বিচাৰিলে। অসমে গুৱাহাটী এৰি নিদিয়াত মীৰজুমলাই সসৈন্যে অসম সোমাই পাণ্ডু-শৰাইঘাট ললেহি, তাৰ-পৰা চামধৰা গড় অধিকাৰ কৰি উজাই যাবলৈ ধৰিলে। স্বৰ্গদেৱ গড়গাওঁ এৰি নামৰূপলৈ গল। মোগলে গড়গাওঁ অধিকাৰ কৰিলে। কিছুদিন ৰণ-বিগ্ৰহ হৈ থকাৰ পাচত মোগলৰ লগত সন্ধি হল। অসমে সোণ-ৰূপ জাইগিৰি ধন অৰ্দ্ধেক দিলে, অৰ্দ্ধেক থাকিল। মোগলৰ কটকীয়ে পাচ্চাৰিপৰা চিৰপাও কাপোৰ স্বৰ্গদেৱলৈ অনাত ৰজাদেৱে কলে, বোলে—"পাচ্চাৰ কাপোৰ যে লৰ লগাত পৰিল তাতোকৈ মৰণেহে ভাল।" কটকী আহি পোৱাৰ আগতে জয়ধ্বজসিংহ স্বৰ্গদেৱৰ মৃত্যু হল। চক্ৰধ্বজসিংহ ৰজা হৈ ৰজাশহুৰ ৰাজমন্ত্ৰী ফুকনৰ দ্ৰোহ দমন কৰিলে। তাৰ পাচত স্বৰ্গদেৱে বঙ্গালক ধৰিবৰ মনেৰে লাচিতক বৰফুকন পাতি গুৱাহাটীলৈ সৈন্য পঠিয়ালে। ইটাখুলিত অসমে বঙ্গালক হৰুৱাই ছৈয়দ চানা আৰু ছৈয়দ ফিৰোজ নবাবক ধৰি আনিলে। কৌপতীয়া কটকীয়ে গৈ স্বৰ্গদেৱক এই বাৰ্ত্তা জনালে ॥ ছেদ ২৮২—৩০২ ॥

**ষষ্ঠখন বুৰঞ্জী।**—গৌৰীনাথসিংহৰ মৰণান্তে কমলেশ্বৰসিংহ ৰজা হল। মটকে পুনৰ বিদ্ৰোহ আচৰিবলৈ ধৰিলে। বুঢ়াগোহাঁই ডাঙ্গৰীয়াই অসমীয়া সৈন্যক কোম্পানীৰ আৰ্হিৰে শিকাই-বুজাই ললে। সেই চিপাহীয়ে গৈ মটকৰ ৰৰসেনাপতিক ধৰিলে, শগুণ-কণিপৰা ৰজা পলাই সাৰিল, পীতাম্বৰ মহন্তক ধৰি আনিলে, ভৰথী ৰজা গুলি খাই মৰিল। তাৰ পাচত শদিয়াত ৰণ ওলাল। পানীমুৱাই স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁইক ধৰিবৰ ষড়যন্ত্ৰ কৰাত তাক ধৰি মাৰিলে, লগৰ মানুহকো কাটিলে। বুঢ়াগোহাঁই ডাঙ্গৰীয়াই যোৰহাটত ন নগৰ পাতিলে। নগাৰঁত মটকে দ্ৰোহ কৰাত ডেকাফুকনে সেই দ্ৰোহ দমন কৰিলে। ১৭২৭-১৭২৮, এই দুই শকত দেশত কিছু পৰিমাণে শান্তি আছিল।

কমলেশ্বৰসিংহৰ মৰণান্তে ভায়েক চন্দ্ৰকান্তসিংহ ৰজা হল। স্বৰ্গদেৱে সত্ৰাম চাৰিঙ্গীয়া ফুকনক বিশেষকৈ মৰম কৰা দেখি বুঢ়াগোহাঁই ডাঙ্গৰীয়াই অসন্তোষ পালে। অন্য মানুহৰে লগ লাগি বুঢ়াগোহাঁইৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাত সত্ৰামকে আদি কৰি সকলো অপৰাধীক যথাবিধি শাস্তি দিয়া হল। বৰফুকন বদনচন্দ্ৰৰে সৈ'ত বুঢ়াগোহাঁইৰ কন্দল লগাত বৰফুকনক ধৰিবলৈ মানুহ

পঠিয়ালে। বদনচন্দ্ৰই গুৱাহাটী এৰি পলাই গৈ বঙ্গদেশত সোমাই কোম্পানীৰ বৰচাহাবৰ সহায় খুজিলে। চাহাবৰপৰা ভাল সমিধান নাপাই বৰফুকন মানদেশলৈ গৈ বৰ্ম্মা-ৰজাক খুজি সৈন্য আনি অসমত সোমাল। এনেতে বুঢ়াগোহাঁই ভাঙ্গৰীয়াৰ মৃত্যু হল, পুতেক ৰুচিনাথ বুঢ়াগোহাঁই হল। মানৰে সৈতে ৰণ কৰি অসমীয়া সৈন্য হাৰিল। বদনচন্দ্ৰ যোৰহাটলৈ আহিল। ৰুচিনাথ বুঢ়াগোহাঁই গুৱাহাটীলৈ ভাগি গল, চন্দ্ৰকান্তসিংহ ৰজা যোৰহাটতে থাকিল। ৰূপচিং চুবেদাৰে বদনচন্দ্ৰক কাটিলে।

ৰুচিনাথ গোহাঁয়ে পুৰন্দৰসিংহক সিংহাসনত বহুৱালে, চন্দ্ৰকান্তসিংহক অঙ্গক্ষত কৰিলে। মানে আকৌ অসম আক্ৰমণ কৰিলে, চন্দ্ৰকান্তসিংহ বঙ্গাল দেশলৈ পলাই গল। মানে অসমীয়া প্ৰজাক অত্যাচাৰ কৰিবলৈ ধৰিলে। মানে কোম্পানীৰ ৰাজ্যত সোমাই উপদ্ৰৱ কৰিবলৈ ধৰাত কোম্পানীৰ সৈন্যই আহি অসম দেশ অধিকাৰ কৰিলে। কেবছৰমান পাছত বৃটিছৰ কৰতলীয়া ৰজা হিছাপে পুৰন্দৰসিংহ মহাৰাজে উজনিখণ্ড অসমৰ শাসনভাৰ পালে। ১৭৬০ শকত পুৰন্দৰসিংহৰ হাতৰপৰা বৃটিছে উজনিখণ্ড নিজৰ শাসনৰ তললৈ আনিলে। তেতিয়াৰেপৰা গোটেই অসম ৰাজ্য কোম্পানীৰ অধীনলৈ আহিল॥ ছেদ ৩০৩—৩৫৫॥

**সপ্তমথন বুৰঞ্জী।**—বুঢ়াগোহাঁই, বৰপাত্ৰ গোহাঁই, বৰগোহাঁই এই তিনিওজনা ভাঙ্গৰীয়াৰ মৰ্য্যাদা একে। শদিয়াখোৱা গোহাঁই, সলাল গোহাঁই, মৰঙ্গীয়া গোহাই, এই তিনিজনা দাঁতিয়লীয়া গোহাঁয়ে একেদৰে কেকোৰা দোলা, আৰোৱান ব্যৱহাৰ কৰিব পাৰে। এওঁলোকৰ মান ঘাই তিনিজনা ভাঙ্গৰীয়াতকৈ কিছু কম। বৰফুকন আৰু বৰবৰুৱাৰ মৰ্য্যাদা একে। দূৰণি গুৱাহাটীত থকাৰ কাৰণে বৰফুকনৰ ক্ষমতা কিছু বেচি। নিবুকিয়াল ৰাজ-খোৱা আৰু বচা ৰাজখোৱা, এওঁলোক দুয়ো সমান। বাকী চৈধ্যজনা ৰাজ-খোৱাৰ মৰ্য্যাদা একে। ফুকনসকল কেবা ভাগৰো, একে ভাগৰ ফুকনসকলৰ মৰ্য্যাদা সমান। সেইদৰে বৰুৱাসকলৰো।

তিনিজনা ভাঙ্গৰীয়া নগৰ সোমালে আগত বিলতীয়া গায়নে গায়, কালীয়াই কালী মাৰে। স্বৰ্গদেৱ হাতীত উঠি যাওঁতে বাটত ভাঙ্গৰীয়া কেজনে লগ পালে ভাঙ্গৰীয়াই হাতীত উঠি স্বৰ্গদেৱক দেখা দিব পায়। বৰবৰুৱা আৰু বৰফুকনে দোলাৰে যাওঁতে তিনিজনা ভাঙ্গৰীয়াক লগ পালে দোলাৰপৰা

নামি দেখা দিয়ে। স্বৰ্গদেৱৰ কটকী গৈ মাতিলেহে ডাঙৰীয়াসকল নগৰলৈ আহিব পায়। স্বৰ্গদেৱৰ আজ্ঞা নহলে বৰুৱা ফুকন আদিয়ে ডাঙৰীয়াসকলৰ ঘৰলৈ যাব নাপায়।

ৰবচ'ৰা কেতিয়াও উদং হৈ নেথাকে। ন্যায়সোধা ফুকন সদায় চ'ৰাত ৰহে। স্বৰ্গদেৱৰ যেনে ইচ্ছা তেনেকৈ অপৰাধীক দণ্ড দিব পাৰে। ডাঙৰীয়াসকলে অপৰাধীক অস্ত্ৰেৰে কাটিব-মাৰিব নোৱাৰে। ডাঙৰীয়াসকলে চকু কাঢ়ে, নাক-কাণ কাটে, আঠুৰ ঘিলা কাঢ়ে। ৰবৰুৱায়ে সেইমতে দণ্ড কৰে। চ'ৰাৰ ফুকনে নাক-কাণ কাটিব নোৱাৰে। কোৰ, ঢকা, চমটাৰে চমটিয়াই দণ্ড কৰে। ডাঙৰীয়া, ফুকন, বৰুৱা, হাজৰিকা, শইকীয়া, বৰা, এইসকলক পতাৰ বেলিকা নিৰ্দ্দিষ্ট নিয়ম মানি চলা হয়॥ ছেদ ৩৫৬—৩৭২॥

ইতি "সাতসৰী অসম বুৰঞ্জী" সমাপ্ত॥